# অসমৰ সাংস্কৃতিক ইতিহাস

## সংঘাত আৰু সমন্বয়ৰ ঐতিহাসিক বিশ্লেষণ

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি




নবীন পুস্তকালয়
যোৰহাট : অসম

*Cultural History of Assam* by J. K. Bargohain, Published by Sushila Ladia, Navin Pustakalaya, J. B. College Road ( Barpatra Ali ), Jorhat—785001.

যতীন্দ্ৰ কুমাৰ বৰগোহাঞিৰ দ্বাৰা ৰচিত অসমৰ সংস্কৃতিৰ বিশ্লেষণাত্মক অধ্যয়ন ● প্ৰকাশিকা সুশীলা লডিয়া, নবীন পুস্তকালয় ● জগন্নাথ বৰুৱা মহাবিদ্যালয় আলি (বৰপাত্ৰ আলি), যোৰহাট—৭৮৫০০১।

বেটুপাত পৰিকল্পনা গ্ৰন্থকাৰৰ।



প্ৰথম সংস্কৰণ—১৯৮৯।

মূল্য—চল্লিচ টকা মাত্ৰ।

পৰিবেশনাত—

নবীন পুস্তকালয়
বৰপাত্ৰ আলি
যোৰহাট—৭৮৫০০১

বীণা লাইব্ৰেৰী
কলেজ হোষ্টেল ৰোড
গুৱাহাটী—৭৮১০০১

মুদ্ৰণত—
অজন্তা প্ৰেছ
৬১, সূৰ্য সেন ষ্ট্ৰীট
কলিকতা—৯

# ভূমিকা

সংস্কৃতি সম্পৰ্কে চৰ্চা কৰা গ্ৰন্থৰ অভাৱ অসমত নাই। আমি এই দিশত অভাৱ পূৰণৰ উদ্দেশ্য আগত ৰাখি গ্ৰন্থখনৰ ৰচনা হাতত লোৱা নাই। আমাৰ উদ্দেশ্য অসমৰ আৰ্থ-সামাজিক ভেটিটোৰ লগত সম্পৰ্ক ৰাখি সংস্কৃতিৰ বিভিন্ন ধাৰাসমূহৰ বিষয়ে পৰ্যালোচনা কৰা। বিভিন্ন তথ্যগত আৰু তত্বগত সীমাবদ্ধতাৰ কাৰণে পৰ্যালোচনা সকলো দিশৰ পৰা সম্পূৰ্ণ হৈছে বুলি ক'ব পৰা নাযায়। কিছুমান ক্ষেত্ৰত যথেষ্ট বিতৰ্কৰ থল আছে—চিন্তাৰ পাতনি মাত্ৰ মেলা হৈছে।

অসমৰ প্ৰাচীন যুগৰ সংস্কৃতিৰ বিষয়ে চৰ্চা কৰিবলৈ গ'লেই আমাৰ চকুৰ আগত নানা ধৰণৰ বাধাই দেখা দিয়ে। প্ৰথম কথা তথ্যপাতি বিজ্ঞানসন্মতভাবে সংগ্ৰহৰ কোনো উল্লেখনীয় প্ৰচেষ্টা অসমত চলা নাই। প্ৰাচীন যুগৰ সভ্যতাৰ মানচিত্ৰত গুৰুত্বপূৰ্ণ স্থান দখল কৰিবপৰা সভ্যতাৰ সম্ভাব্য লীলাভূমি (১), প্ৰাগজ্যোতিষপুৰ, (২) হাজো, (৩) হাৰুপেশ্বৰ ( বৰ্তমান তেজপুৰ ), (৪) শদিয়া, (৫) ধনশিৰি উপত্যকা, (৬) কপিলি উপত্যকা, (৭) শ্ৰীসূৰ্য-পাহাৰ, (৮) যোগীঘোপা, (৯) মধ্য অসমৰ লুইতৰ পাহৰৰ সামন্তগিৰি, ভোমোৰাগুৰি তথা শিঙৰি আদি পাহাৰ তথা (১০) মাযং পাহাব অঞ্চল আদিৰ প্ৰত্নতাত্বিক উদ্ধাৰ কাৰ্য তথা খনন কাৰ্য আদি উপযুক্তভাবে চলোৱাৰ প্ৰচুৰ থল আছে। ব্যক্তিগত-ভাবে এইবোৰ ঠাইত ফুৰি আমাৰ যি চাক্ষুষ অভিজ্ঞতা হৈছে— আমি ভাবো সি মাত্ৰ সামান্য জ্ঞানৰ পৰিচয়হে দিব পাৰে। উক্ত স্থানবোৰৰ প্ৰাচীন ধ্বংসাৱশেষসমূহৰ ৰক্ষণাবেক্ষণৰ নামত ওপৰৰ বননিখন ৰখি থাকি একো লাভ নাই। খনন কাৰ্য তথা উদ্ধাৰ কাৰ্য সম্পূৰ্ণ কৰি উক্ত স্থানসমূহত কিছুমান প্ৰত্নতাত্বিক থল মিউজিয়ম গঢ়ি তোলাৰ সম্ভাৱনা আছে। যেতিয়ালৈকে এই সম্ভাৱনা বাস্তৱত পৰিণত নহয়, তেতিয়ালৈকে বহু কথাই আধা অনুমানৰ ভিত্তিত অৰ্দ্ধসত্য

হিচাপেই থাকি যাব। প্ৰাচীন যুগৰ বিষয়ে চৰ্চা কৰাৰ ক্ষেত্ৰত আমাৰ চকুত দ্বিতীয় বাধাই দেখা দিয়ে—সি হ'ল এই যুগৰ সংস্কৃতি চৰ্চাৰ ক্ষেত্ৰত বিভিন্ন ইতিহাসবিদে দেখুৱা পক্ষপাতদুষ্টতা। সত্য প্ৰতিষ্ঠাৰ ক্ষেত্ৰত পক্ষপাতদুষ্টতা এক প্ৰধান অন্তৰায়। আমি পৰাপক্ষত অদৰ্কাৰী তৰ্ক-বিতৰ্কৰ হাত সাৰিবৰ বাবে চেষ্টা কৰিছোঁ।

সংস্কৃতিৰ বিকাশ তথা উত্থান পতন নিৰ্ভৰ কৰে মূলতঃ আৰ্থ-সামাজিক বিকাশৰ ওপৰত। আনহাতে সংস্কৃতিৰ উপাদান কিছুমানে পুৰণি আৰ্থ-সামাজিক ব্যৱস্থাক জীযাই ৰাখিবলৈ চেষ্টাও কৰে। অসমৰ ক্ষেত্ৰত দেখা যায় নতুনৰ বুকুত সদায় পুৰণি যুগৰ কৃষ্টিৰ অৱশেষ থাকি গৈছে, কেতিয়াবা জীন নোযোৱাকৈ থাকি নতুনক বিকৃত কৰাত, বাধাগ্ৰস্ত কৰাত সহায় কৰিছে। আমাৰ জাত ব্যৱস্থা এনে এক উপাদান।

ভাষাৰ বিকাশৰ বিষয়ে স্বকীয়া বহল অধ্যয়নৰ থল থকা বাবে আমি ইয়াত সেই বিষয়ে আলোচনা কৰা নাই। কেৱল ঠায়ে ঠায়ে উল্লেখ কৰি যোৱা হৈছে।

গ্ৰন্থখনিত থকা ভুল-ভ্ৰান্তিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰা হৈছে। অনেক ব্যক্তিৰ বহুমূলীয়া পৰামৰ্শই আমাক উপকৃত কৰিছে, তেখেতসকললৈও ধন্যবাদ যাচিছো। জগন্নাথ বৰুৱা মহাবিদ্যালযৰ মুখ্য পুথিভঁৰালীয়ে নানা ধৰণে সহায় কৰাত তেওঁকো ধন্যবাদ জনাইছোঁ।

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি
যোৰহাট—১

## সূচীপত্ৰ


| বিষয় | | পৃষ্ঠা |
|---|---|---|
| প্ৰথম অধ্যায়ঃ | প্ৰথম ভাগ | |
| | কৃষ্টিৰ আদি ৰূপ ... | ১—১৩ |
| „ | দ্বিতীয় ভাগ | |
| | ধৰ্ম আৰু উৰ্বৰতা কৃষ্টিৰ বিকাশ ... | ১৩—৩৬ |
| দ্বিতীয় অধ্যায়ঃ | প্ৰথম ভাগ | |
| | প্ৰব্ৰজন ঃ আৰ্যীকৰণ তথা ভাৰতীয়কৰণ | ৩৭—৪৩ |
| „ | দ্বিতীয় ভাগ | |
| | ভাষা আৰু প্ৰাচীন যুগৰ প্ৰব্ৰজন ... | ৪৪—৫৪ |
| „ | তৃতীয় ভাগ | |
| | মন-খ মেৰ তাই আৰু বড়ো প্ৰব্ৰজন · | ৫৫—৭২ |
| তৃতীয় অধ্যায়ঃ | প্ৰথম ভাগ | |
| | প্ৰস্তৰৰ বুকুত নিপুন হাতৰ পৰশ | ৭৩—৮৯ |
| চতুৰ্থ অধ্যায়ঃ | প্ৰথম ভাগ | |
| | স্থায়ী কৃষিৰ বিকাশ, জনগোষ্ঠী-সমূহৰ সমন্বয় আৰু সহাৱস্থান ... | ৯০—১০০ |
| „ | দ্বিতীয় ভাগ | |
| | কৃষিৰ বিস্তাৰ—নৈ-পৰীয়া কৃষ্টিৰ পটভূমি ... | ১০০—১০৩ |
| „ | তৃতীয় ভাগ | |
| | নৈ-পৰীয়া কৃষ্টি—উৰ্বৰতা আৰু আহুতি ... | ১০৩—১০৯ |

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| **চতুৰ্থ অধ্যায় ঃ** | | |
| ” | **চতুৰ্থ ভাগ** | |
| | স্থায়ী কৃষিৰ সম্প্ৰসাৰণ | ১১০—১১১ |
| ” | **পঞ্চম ভাগ** | |
| | দ্ৰব্য উৎপাদন ঃ সমাজ বিকাশৰ উচ্চতৰ পৰ্যায | ১১২—১২৬ |
| ” | **ষষ্ঠ ভাগ** | |
| | বৃত্তিগত আৰু ভৌগোলিক শ্ৰম-বিভাজন আত্মীকৰণ আৰু ভাষা-সংস্কৃতিৰ বিকাশ | ১২৭—১৩৫ |
| **পঞ্চম অধ্যায় ঃ** | **প্ৰথম ভাগ** | |
| | শক্তিপূজা আৰু বৌদ্ধ তন্ত্ৰৰ সমন্বয় | ১৩৬—১৪০ |
| ” | **দ্বিতীয় ভাগ** | |
| | বোন ধৰ্মৰ প্ৰভাৱ | ১৪০—১৪২ |
| ” | **তৃতীয় ভাগ** | |
| | হয়গ্ৰীৱ মাধৱ টা ৱাং আৰু বৌদ্ধতন্ত্ৰ | ১৪৩—১৫০ |
| ” | **চতুৰ্থ ভাগ** | |
| | তাৰা উগ্ৰতাৰা একজটা | ১৫১—১৫৪ |
| ” | **পঞ্চম ভাগ** | |
| | মৎসেন্দ্ৰনাথ শিৱ আৰু বুদ্ধ অবলোকিতেশ্বৰ ... | ১৫৫—১৫৯ |
| ” | **ষষ্ঠ ভাগ** | |
| | বৌদ্ধ মহাযান আৰু অসমীয়া ভাষাত ইযাৰ প্ৰভাৱ ... | ১৬০—১৬২ |

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| **ষষ্ঠ অধ্যায়ঃ** | **প্ৰথম ভাগ** | |
| | বৈষ্ণৱ পৰম্পৰা একেশ্বৰবাদ আৰু ৰাজতন্ত্ৰৰ পৃষ্ঠপোষকতা | ১৬৩—১৭১ |
| ” | **দ্বিতীয় ভাগ** | |
| | ৰাজ পৃষ্ঠপোষকতা .. | ১৭১—১৭৪ |
| ” | **তৃতীয় ভাগ** | |
| | ভূমি গতি আৰু প্ৰান্তীয় জনগোষ্ঠীসমূহৰ আৰ্যীকৰণ ... | ১৭৫—১৮২ |
| **সপ্তম অধ্যায়ঃ** | **প্ৰথম ভাগ** | |
| | ইংৰাজ সাম্ৰাজ্যৰ বিস্তাৰ আৰু পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱ ... | ১৮৩—২০৬ |
| ” | **দ্বিতীয় ভাগ** | |
| | জ্যোতিপ্ৰসাদ-বিষ্ণু ৰাভা ঃ সাম্ৰাজ্যবাদবিৰোধী সাংস্কৃতিক যুঁজৰ শীৰ্ষবিন্দু | ২০৬—২০৮ |
| ” | **তৃতীয় ভাগ** | |
| | সাতচল্লিছ চনৰ পিছৰ আৰ্থ-সামাজিক অৱস্থা ... | ২০৮—২১৮ |
| ” | **চতুৰ্থ ভাগ** | |
| | ৪৭ চনৰ পিছৰ অৱস্থা— পণ্য-সংস্কৃতি বনাম জন-সাধাৰণৰ সংস্কৃতি .. | ২১৮—২৩৩ |

| বিষয় | | পৃষ্ঠা |
| --- | --- | --- |
| **অষ্টম অধ্যায় :** | জাত ভাষা ধৰ্ম আৰু অস্তিত্ব ৰক্ষা | |
| | **প্ৰথম ভাগ** | |
| | জাত-প্ৰথা : ইয়াৰ বিকাশ আৰু পৰিণতি | ২৩৪—২৪৪ |
| " | **দ্বিতীয় ভাগ** | |
| | আৰ্থ-ৰাজনৈতিক ভিত্তিৰ পৰিবৰ্তন আৰু জাত-ব্যৱস্থাৰ সম্পৰ্ক | ২৪৪—২৫০ |
| " | **তৃতীয় ভাগ** | |
| | বৰ্ণবিভেদ আৰু পুনৰুত্থানবাদ ... | ২৫০—২৭২ |
| " | **চতুৰ্থ ভাগ** | |
| | অস্তিত্ব ৰক্ষাৰ সমস্যা : ভাষা আৰু ধৰ্ম | ২৭৩—৩১৫ |
| " | **পঞ্চম ভাগ** | |
| | চূড়ান্ত বিভাজন | ৩১৫—৩২০ |

## প্ৰথম অধ্যায়

### প্ৰথম ভাগ

## কৃষ্টিৰ আদি ৰূপ

উৎপত্তিগত অৰ্থ বিচাৰি কৰিলে দেখা যায় "কৃষ্টি হৈছে, কৃষ্ ধাতু ক্তি প্ৰত্যযৰ সংযোগত সৃষ্টি। অৰ্থাৎ কৰ্ষণেই কৃষ্টি। ভূমি কৰ্ষণেই কৃষ্টি নহয, অদৃশ্য অন্তৰীক্ষৰ শূন্যময পথাৰ কৰ্ষণও কৃষ্টি। আৰু হৃদিস্থানত বা কেৱল হৃদয়ৰ কুণ্ডলিনী চক্ৰত নাইবা মস্তিষ্কৰ মগজৰ মাজত আলোড়ন তোলা মানসিক কৰ্ষণও কৃষ্টি।"* ৰাভাদেৱে মানৱ-জীৱনৰ বিকাশশীল ৰূপটোৰ প্ৰযোজনীযতাক স্বীকৃতি দিছে আৰু সংস্কৃতিৰ ভিতৰুৱা সম্পদ হিচাপে মানৱ-মুক্তি সংগ্ৰামৰ সকলো সৃষ্টিকে সামৰি লৈছে। মানৱ-মুক্তিৰ অৰ্থ অৱশ্যে যথেষ্ট বহল আৰু ই আদিম যুগৰেপৰা ভাবীকালৰ সকলো মানুহৰে সৰ্বতোমুখী বিকাশৰ পথত থকা বাধাৰ পৰা বিচৰা বা পোৱা মুক্তিকে বুজায়।

সভ্যতাৰ আদিম স্তৰলৈ চকু দিলে আমি দেখা পাওঁ মানুহে যিদিনাৰ পৰা নিজৰ হাত দুখন ব্যৱহাৰ কৰি বাচি থকাৰ নিজা সংগ্ৰাম আৰম্ভ কৰিলে সেইদিনাৰপৰাই আৰম্ভ নিজা উৎপাদন, আদিম উৎপাদন, শিল কিম্বা হাড়ৰ আহিলা। জীৱ-জন্তুক আকৃষ্ট কৰিবৰ বাবে কিম্বা উৎপাদন বৃদ্ধিৰ বাবে গুহাৰ শিলৰ বুকুত আঁকিলে আদিম 'মেজিক', সিযেই হ'ল আদিম লোক কৃষ্টিৰ উৎস। প্ৰকৃতিৰ উৰ্বৰতা বৃদ্ধিৰ বাবে, বতৰ নিয়ন্ত্ৰণৰ বাবে, জীৱ-জন্তু চিকাৰৰ বাবে কিম্বা অদৃশ্য শক্তিক সন্তুষ্ট কৰিবৰ বাবে আৰম্ভ কৰিলে আদিম গীত,

---

* অসমীয়া কৃষ্টি, ৺বিষ্ণুপ্ৰসাদ ৰাভা, বিষ্ণু ৰাভা ৰচনাৱলী, পৃঃ ৫৭, ১৯৮২

নৃত্য কিম্বা নানা অংগী-ভংগীৰে নিবেদন কৰি মানৱ-মনৰ আকৃতি। সৃষ্টি হ'ল আদিম নৃত্য-গীতৰ। প্ৰসংগতঃ উল্লেখযোগ্য যে আদিম কৃষি-কেন্দ্ৰিক জনগোষ্ঠীসমূহৰ প্ৰায় সকলো গীত-নৃত্য উৰ্বৰতা-বৃদ্ধিৰ বাবে নিবেদিত। আনকি আদিম পূজা অৰ্চনাৰ লক্ষ্যও মূলতে সেযে।* প্ৰকৃততে আমাৰ অসমত বহুল ভাবে প্ৰচলিত বিভিন্ন বসন্ত উৎসৱ তথা কৃষি-উৎসৱসমূহৰ আদি মূলো এই উৰ্বৰতা বৃদ্ধিৰ কৃষ্টি। উৰ্বৰতা বৃদ্ধিৰ বাবে যৌনতাৰ প্ৰতীকী উপাচাৰ, উদ্দেশ্য প্ৰকৃতিক সন্তুষ্ট কৰা—যাতে প্ৰকৃতিয়েও সৰ্বস্ব উজাৰি দিয়ে উপচি পৰা যৌৱনৰ দান। বিহু নৃত্য, বিহু গীত আদিত এই উৰ্বৰতা-কৃষ্টিৰ স্বাক্ষৰ বৰ্তমানলৈকে আছে, বৰ্তমান যুগত যিটো যৌনতাক ব্যৱসায়িক যেন লাগে আদিম কৃষিৰ যুগত, নাটনি অনিশ্চযতাৰ যুগত তাৰ অৰ্থ তেনে নাছিল। অসমৰ আদি, বড়ো, কাৰ্বি আদিৰ কৃষি-নৃত্যসমূহৰো লক্ষণ মূলতঃ উৰ্বৰতা-কৃষ্টিৰ লক্ষণ।

উৰ্বৰতাৰদৰেই মৃত্যু কিম্বা জন্মৰ ৰহস্যও মানুহক চিন্তিত কৰিছিল বাবেই নানা ধৰণৰ আচাৰ আদিম যুগতে সৃষ্টি হৈছিল। যাগ-যজ্ঞ পাতি শস্য, জীৱ-জন্তু আদি আহুতি দিযাৰ উদ্দেশ্যও মূলতঃ প্ৰকৃতিৰ শক্তিসমূহক নিযন্ত্ৰণ, উৰ্বৰতা বৃদ্ধি আদিযেই আছিল। উৰ্বৰতা বৃদ্ধিৰ বাবে কিছুমান নিষেধ মানি চলাও হৈছিল আৰু আহুতি (sacrifice) কৰাৰ উদাহৰণ আছিল।

আমি এই কথা ভাবিলে ভুল হ'ব যে কেৱল উৰ্বৰতা (Fertility),

---

* কোসাম্বীৰ ভাষাত : With such fertility rites went orgiastic performances which now seem gross (on rare occasions) sensuality, but which must have been quite difficult in the days of a meagre diet and a bare, uncertain livelihood, and which were meant to stimulate nature to reproduce in sympathy. P. 24, An Introduction to the Study of Indian History, D D Kosambi, 1975 edition.

উৎপাদন আৰু জন্ম-মৃত্যুৰ ৰহস্য আদিয়েই কেৱল আমাৰ কৃষ্টিৰ আদিম ৰূপটোক প্ৰভাৱান্বিত কৰিছিল। প্ৰকৃততে মানৱ মনত প্ৰভাৱ বিস্তাৰ কৰা অগণন পাৰ্থিব ঘটনা-প্ৰৱাহ, জীৱ-জন্তুৰ ক্ৰিয়া-প্ৰক্ৰিয়া, উদ্ভিদ জগতৰ সৌন্দৰ্য্য, পক্ষীৰ কলৰৱ আৰু জলৰাশি, মেঘ তথা পোহৰৰ ক্ৰিয়া আদিযেও মানুহক বিভিন্ন ধৰণে আলোড়িত কৰিছিল আৰু কৰে।* অকল মানুহকে নহয় এইবোৰ প্ৰক্ৰিয়াই জীৱ-জগতৰ সকলোকে আলোড়িত কৰে। সেই হিচাপে মানুহৰ কৰ্ম-জীৱনৰ সকলো ক্ষেত্ৰতে ৰূপ, ৰস, গন্ধ তথা বৰ্ণৰ প্ৰতিফলন তথা জটিল পাৰস্পৰিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সমষ্টিগত ফল হিচাপেই মানৱ মনৰ সৌন্দৰ্য্যৰ তিলোত্তমাৰ বিকাশ ঘটে। চৰাই-পশুৰ মাত, ধুমুহা জলৰাশি তথা মেঘৰ গৰ্জন তথা শব্দ, কীট-পতংগৰ মাত, কলিজাৰ স্পন্দন, যৌন-মিলনৰ উষ্মা-জড়িত শব্দ তথা অন্যান্য বস্তুজগতৰ ছন্দময় কিম্বা ছন্দহীন শব্দই মানুহক বিভিন্ন ধৰণে আলোড়িত কৰে। মানুহৰ শ্ৰম-জীৱনৰ খোজকঢ়াৰ ছন্দ, কোৰ মৰা, হাতুৰী মৰা, শিল ভঙা, ঢেকী দিয়াৰ ছন্দ, তাঁত বোৱা নাইবা কাপোৰ ধোৱাৰ শব্দ—এই সকলোবোৰে যিদৰে মানুহক শব্দৰ তথা ছন্দৰ কিম্বা স্পন্দনৰ জ্ঞান দিয়ে ঠিক সেই-দৰে মানুহৰ কৰ্ম-জীৱনৰ বহিৰ্ভূত শব্দৰাজিযেও মানুহক আলোড়িত কৰে শব্দ তথা স্পন্দিত শব্দৰ জ্ঞান দিযে।

* আৰ্নষ্ট ফিচাৰে এই প্ৰসংগত কৈছে: Art was a magic tool, and it served man in mastering nature and developing social relationships. It would be wrong, however, to explain the origins of art by this element alone Every newly formed quality is the result of a set of new relationships, which may some times be highly complex. The attraction of shining, gleaming, glittering things ( not only for human beings but also for animals ) and the irresistible attraction of light may have played their part in the birth of art." ( পৃঃ ৩৪, The Necessity of Art, অনূদিত ১৯৬৩ সংস্কৰণ )

এই কথা ভাবিলেও ভুল হ'ব যে আদিম মানুহে কৃষ্টিৰ আদি যুগৰেপৰা কেৱল সৌন্দৰ্য্য (Beauty) চেতনাৰ দ্বাৰা উদ্বুদ্ধ হৈ কলাৰ জন্ম দিছিল। অৱশ্যে পোহৰ আৰু আন্ধাৰৰ পাৰ্থক্য সম্পৰ্কে স্বাভাৱিক অভিজ্ঞতা তথা পোহৰৰ মহিমা সম্পৰ্কে মানুহে আয়ত্ব কৰা জ্ঞানে মানুহক আদিৰে পৰাই ৰূপ সম্পৰ্কে কিছু স্বভাৱজ (Inherent) ধাৰণা দিছিল বুলি অনুমান কৰিব পাৰি। এই স্বভাৱজ গুণ কিন্তু সচেতন ৰূপ-স্পৃহা বা সৌন্দৰ্য্য-স্পৃহা বুলিব নোৱাৰি। সচেতন সৌন্দৰ্য্য-স্পৃহা মানুহৰ গুণগত বিকাশৰ উন্নত যুগতহে সম্ভৱ। সৌন্দৰ্য্য বুজি নোপোৱাৰ বাবে সৌন্দৰ্য্যৰ অৰ্থ নাই।

আদিম অৱস্থাত মানুহৰ সৃষ্টিসমূহ মূলতঃ মানুহ তথা প্ৰকৃতিক— শত্ৰুক পৰাভূত কৰিবৰ বাবে কিম্বা বশ কৰিবৰ বাবে সৃষ্টি কৰা। নাইবা আত্মৰক্ষাৰ বাবে সৃষ্টি কৰা। ক্ষুধা, তৃষ্ণা, ভয়, পীড়াক পৰাভূত কৰিবৰ বাবে সৃষ্টি কৰা। আদিম একোটা গুহা, গুহাৰ দেৱালত খোদিত আদিম ভাস্কৰ্য্য কিম্বা অংকণ কৰা আদিম চিত্ৰৰ উদ্দেশ্যও মূলতঃ এই শত্ৰুক পৰাভূত কৰিবৰ বাবে কৰা শক্তি সাধনাৰ ফল, এনে সাধনা বহু ক্ষেত্ৰত আছিল ঐন্দ্ৰজালিক (Magical)। মানুহে এদাল শিলৰ কাঁড় মানুহৰ উপযুক্ত ভাবে, মসৃণ ভাবে তৈযাৰ কৰিবলৈও প্ৰকৃততে হাজাৰ হাজাৰ বছৰ অতিক্ৰম কৰিবলগা হৈছিল। কাঁড়দালৰ মসৃণতাৰ তথা সৌন্দৰ্য্যৰ ধাৰণা সেযে প্ৰাথমিক নহয়, আদিম অৱস্থাত মানুহে যি কোনো আকাৰৰ বিভিন্ন জোখৰ শিলাখণ্ড কিম্বা ধাতুৰ টুকুৰা সংগ্ৰহ কৰাই স্বাভাৱিক, কিন্তু যুগ যুগ এনে কাৰ্য্য কৰাৰ ফলত মানুহৰ মসৃণতা তথা হাতৰ জোখত ধৰিবপৰা নিখুঁট আকাৰ সম্পৰ্কে জ্ঞান সৃষ্টি হয়। জীৱ-জন্তুৰপৰা ৰক্ষা পাবলৈ, ফল-মূল সংগ্ৰহ কৰিবলৈ, শত্ৰুক প্ৰতিৰোধ কৰিবলৈ মানুহে হাত দুটাৰ লগত আদিম আহিলা (Tool) সংযোজিত কৰি আহিলাৰ ক্ষমতা সম্পৰ্কে সচেতন হৈ পৰিছিল। প্ৰকৃতিক তথা শত্ৰুক পৰাভূত কৰিব

পৰা এই অসীম শক্তিৰ সম্ভাৱনাই মানুহক অধিক সৃষ্টিশীল ( বা অধিক উন্নত আহিলা উৎপাদনকাৰী ) জীৱত পৰিণত কৰিছিল।

## আহিলা হিচাপে হাত

আহিলা উৎপাদনকাৰী এই মানুহৰ হাতদুখনেই অৱশ্যে প্ৰাথমিক আহিলা আৰু এই হাতদুখনেৰে আহিলা খামুচি ধৰিবপৰা দিন ধৰি* মানুহে সফলভাৱে সংগ্ৰাম কৰি আহিছে নিজকে বাধা তথা পৰাধীনতাৰপৰা মুক্ত কৰিবৰ বাবে। এই নিজকে মুক্ত কৰাৰ প্ৰয়াস তথা শত্ৰুক পৰাভূত কৰাৰ প্ৰযাস হিচাপে মানুহৰ বস্তুগত আহিলাসমূহৰ দৰেই মানুহৰ সংযোগ সাধনৰ মাধ্যম মুখৰ শব্দ ( মুখৰ শব্দৰ দৰেই হাতৰ ঠাৰ চিয়াঁৰ )-ৰ বিকাশেও মানুহক সামূহিক অস্তিত্বক সফল ভাৱে ঘোষণা কৰাৰ সুযোগ দিছিল।** মুখৰ শব্দ তথা হাতৰ ঠাৰ-চিয়াঁৰে সম্ভৱ মানুহক সম্মিলিত ভাবে অৱস্থান কৰি নিজকে ৰক্ষা কৰাৰ, শত্ৰুক ভীত কৰাৰ কিম্বা শত্ৰুক পৰাভূত কৰাৰ চেতনা দিছিল। আদিম মানুহে জন্তুৰ শব্দ, ঠাৰ-চিয়াঁৰ আদিৰ লগতে মুখৰ শব্দও সম্ভৱ যোগ দিছিল। মানুহৰ ভংগী আৰু ভাষাই নিজৰ ভাব প্ৰকাশৰ উপযুক্ত মাধ্যম হোৱাৰ বহু পূৰ্বেই যোগাযোগৰ মাধ্যম ( Means of communication ) হিচাপে সফলভাৱে মানুহৰ জয়যাত্ৰাক ত্বৰান্বিত কৰিছিল। আদিম যুগৰেপৰা সেযে মানুহে প্ৰকৃতিৰ বিৰুদ্ধে কৰা

---

* দ্ৰষ্টব্য : Gordon Childe, The Story of Tools, 1944, Cobbett Publishing।

** আৰ্নষ্ট ফিচাৰৰ মতে ভাষা আৰু আহিলাৰ জন্ম সমসাময়িক। ( উক্ত গ্ৰন্থ, পৃঃ ২৩ ) হাতত আহিলা নোহোৱাকৈও আদিম মানুহে জন্তুৰ দৰে সংঘাত তথা শত্ৰুৰ সন্মুখীন সম্ভৱ হৈছিল, আহিলা প্ৰয়োজনত পিছত বিকশিত বুলিহে ক'ব পৰা যায়। কাৰণ জন্তুৰো নিজা শব্দ মুখৰ পৰা উচ্চাৰিত হয়। তথাপি আহিলা উৎপাদনে যে মানুহৰ ভাষা বিকাশত প্ৰভাৱ বিস্তাৰ কৰিছিল তাক নুই কৰিব নোৱাৰি।

অবিৰত সংগ্ৰামত হাতৰ আহিলা আৰু সংযোগ-সাধন তথা ভাৱ প্ৰকাশৰ মাধ্যম উভয়কে বিকশিত কৰি আহিছে। এটাক এৰি আনটোৰ বিচ্ছিন্ন বিকাশ সম্ভৱ নহয়।

কৃষ্টিৰ স্ৰষ্টা মানুহে আহিলা আৰু ভাষাৰ বিকাশৰ লগে লগে আহিলা উৎপাদনৰ ওপৰত নিজৰ নিয়ন্ত্ৰণ, আহিলাৰ মান তথা গুণ নিয়ন্ত্ৰণৰ ওপৰত ক্ষমতা লাভ, অথবা একে প্ৰায় সমগোত্ৰীয় আহিলা উৎপাদনৰ ওপৰত নিজৰ দখল সম্পৰ্কে সচেতন হৈ পৰিছিল।* মানুহৰ এই একে দ্ৰব্য (একে কাম) একে ধৰণে কৰিবপৰা মানবীয় চেতনাই নিজকে প্ৰকৃত অৰ্থত কাম কৰিবপৰা সামাজিক মানুহৰ ধাৰণা গঢ় দিয়াত সহায় কৰিছিল।

একে কাম একেলগে কৰাই নহয়, একে কাম মুখৰে একে শব্দ উচ্চাৰণ কৰি একে সময়তে কৰা ঘটনাই মানুহৰ স্পন্দনৰ প্ৰতি থকা সচেতনতাৰ গুৰুত্বপূৰ্ণ দিশটো উন্মোচিত কৰে। ফিছাৰ প্ৰমুখ্যে তত্ত্ব-বিদসকলে ইয়াক সম্মিলিত বা 'যৌথ কৰ্ম প্ৰক্ৰিয়াত সৃষ্টি হোৱা ছন্দ' বুলি অভিহিত কৰিছে।** মানুহে এই দৰে সৃষ্টি কৰা কৰ্মক্ষেত্ৰৰ স্পন্দনে সকলো দেশতে সকলো মানুহৰ মনতে একে ধৰণৰ প্ৰতিক্ৰিয়া কৰে। অসমীয়া "হেই-চৌ।" বা "হেই—অ।' "ৰ লগত হিন্দি ভাষী "হেইচ' "ৰ একো পাৰ্থক্য নাই। ইংৰাজী "হেই—অহ' " ৰাচিয়ান "এ—উছনিযেম" আদিৰ স্বভাৱজ মিল আছে। নাওঁ চলোৱা, শিল ভঙা, কোৰ মৰা, ঢেকী দিয়া, হাতী চলোৱা, গাড়ী চলোৱা আনকি খোজ কঢ়াৰো স্বভাৱজ ছন্দ আছে। শব্দ (ছন্দ) এই ক্ষেত্ৰত মানুহৰ

---

* প্ৰসংগতঃ উল্লেখ কৰা হ'ল যে মগজুৰ বিকাশ সম্পৰ্কীয় ম'থনাৰ (Mauthner)ৰ 'reflex sounds' আৰু পাভলভৰ 'conditioned reflex'ৰ বিষয়ে ইয়াত আলোচনা কৰা হোৱা নাই। উদ্দেশ্য: গ্ৰন্থৰ পৰিসীমা সীমাবদ্ধ ৰাখি প্ৰতিপাদ্য বিষয়টোলৈ গতি কৰা।

** ফিছাৰ, দ্ৰষ্টব্য উক্ত গ্ৰন্থ পৃঃ ৩০।

কৰ্মক্ষেত্ৰৰ সহচৰী। ওপৰত উল্লেখ কৰা ক্ষেত্ৰত ছন্দৰ প্ৰয়োজন হ'ল প্ৰকৃত কৰ্ম-প্ৰক্ৰিয়াৰ ক্ষেত্ৰত থকা দুৰ্বলতা দূৰ কৰা বা সবলতা প্ৰদান কৰা,* মানুহৰ হাতৰ প্ৰচেষ্টাৰ লগত এইদৰেই প্ৰাথমিক শব্দ (ছন্দ)-প্ৰচেষ্টাৰ সম্বন্ধ হ'ল।

মানুহৰ প্ৰকৃত কাম-কাজক, প্ৰকৃতিক জয় কৰা বা শত্ৰুক পৰাভূত কৰা প্ৰকৃত কাম-কাজত (আহিলাৰ দৰেই) শব্দৰো যাদুকৰী ক্ষমতা আৱিষ্কাৰে মানুহক শব্দৰ (ছন্দৰ) ব্যৱহাৰৰ বাবে চিৰদিন উদ্বুদ্ধ কৰি আহিছে। এই চেতনাৰে উদ্বুদ্ধ মানুহৰ দ্বাৰাই শব্দৰ ঐন্দ্ৰজালিক ব্যৱহাৰৰ মাজৰপৰাই সৃষ্টি হৈছে মানুহৰ প্ৰথম কবিতাৰ, গানৰ তথা অন্যান্য সৃষ্টিৰ। প্ৰকৃতিক জয় কৰাৰ বাবে, শত্ৰুক পৰাভূত কৰাৰ বাবে অহৰহ সংগ্ৰাম কৰা এই আদিম মানুহৰ মানুহ-ৰূপৰ চেতনাই, নিজৰ কৰ্ম-প্ৰক্ৰিয়াৰ মাজেদি মানুহক পৰিণত কৰিলে বিষয়ী স্ৰষ্টা মানুহত। এই মানুহেই কৃষ্টিৰ জন্মদাতা সচেতন মানুহ।

এই কৃষ্টিৰ জন্মদাতা আদিম সচেতন মানুহৰ শক্তি, কৰ্মক্ষমতা, বুদ্ধি-জ্ঞান তথা বস্তু-জগতৰ ওপৰত থকা নিয়ন্ত্ৰণৰ ফলতে আদিম গোষ্ঠীকেন্দ্ৰিক মানুহৰ সমাজ ভাগিল, সৃষ্টি হ'ল স্থায়ী কৃষি তথা জীৱিকাৰ ওপৰত ভিত্তি কৰি শ্ৰেণীবদ্ধ মানুহৰ সমাজৰ। কৃষ্টিয়েও সংঘাতৰ মাজেদি গতি কৰিলে মানুহৰ সামগ্ৰিক প্ৰয়োজন (ব্যক্তিগত তথা সামাজিক, বৌদ্ধিক তথা শাৰীৰিক) পূৰণ কৰি। সংগ্ৰামী মানুহৰ এই হাজাৰ হাজাৰ বছৰ জোৰা অবিৰত সংগ্ৰামত জটিল ঘটনা

---

* শব্দৰ এই ঐন্দ্ৰজালিক ক্ষমতাৰ প্ৰকৃত তাৎপৰ্য্য, 'মেজিক'ৰ থমচনে আগবঢোৱা সংজ্ঞাৰ মাজতো নিহিত আছে: "Magic may be described as an illusory technique supplementing the deficiencies of the real technique ; or, more exactly, it is the real technique in its subjective aspect." পৃঃ ৬, Marxism and poetry, George Thomson, 1954 edition।

প্ৰৱাহে বিভিন্ন স্থানত বিভিন্ন বিশিষ্ট ৰূপ লৈছে যদিও স্বাভাৱিক মিলো আছে। বৈশিষ্ট্য আৰু সাদৃশ্যৰ এই বিশাল পটভূমিত নানা স্থানগত বিশিষ্ট পৰম্পৰা থকা স্বত্বেও মানুহৰ স্বাভাৱিক সংগ্ৰামৰ অন্তৰ্নিহিত সাদৃশ্যৰ বাবে মানবীয় কলাৰ আদৰ্শও মূলতঃ সাৰ্বজনীন আৰু সমন্বয়ভিত্তিক।

আদিম কৃষি জনগোষ্ঠীমূলৰ সমাজৰ উৰ্বৰতা-কৃষ্টিৰ বীভৎস, যৌন-সৰ্বস্ব ৰূপ তান্ত্ৰিক পদ্ধতিসমূহৰ মাজেদি অকল যে মধ্য যুগতে আছিল তেনে নহয়, বৰ্তমানলৈকে আধুনিক সংস্কৃতিৰ বুকুত স্নুকওা উলিয়াই তেনে কৃষ্টি মৰি মৰি বাচি আছে।* এনেদৰে বাচি থকাৰ কাৰণ বোধ হয় মানুহৰ সামাজিক ঐতিহ্য, আদিম জনগোষ্ঠীগত সমাজত ব্যক্তি-সত্বা বাস্তৱ কাৰণতে সামাজিক সত্বাৰ লগত বিলীন হৈ থাকে।** গোষ্ঠীৰ সামাজিক ঐতিহ্য তথা সাংস্কৃতিক ঐতিহ্যই ৰূপান্তৰৰ ক্ষেত্ৰত বিলম্ব ঘটাই, আনকি কেতিয়াবা ৰূপান্তৰৰ সামান্য প্ৰভাৱহে পৰে। উদাহৰণ স্বৰূপে কাৰ্বিসকলৰ পাহাৰীয়া সমাজখনৰ কথা ক'ব পাৰি। এনে সমাজৰ সাংস্কৃতিক গাঁঠনি মূলতঃ সমাজকেন্দ্ৰিক। ব্যক্তিকেন্দ্ৰিক আনন্দ উৎসৱতকৈ—এনে সমাজত সামাজিক ঐতিহ্যক অধিক গুৰুত্ব দিয়া হয়। অৱশ্যে এই কথাও ঠিক যে পাৰ্বত্য অঞ্চলতে বাহ্যিক ৰাজনৈতিক শক্তি তথা সামৰিক শক্তিৰ বৰ্বৰতা কমকৈ চলিছে আৰু ভৈয়ামত হোৱা দৰে স্থায়ী কৃষিৰ বিকাশ অতি লেহেমীয়া হৈছে। ফলত আদিম গোষ্ঠীগত কৃষ্টি

---

* 'Sublimated into a mystical discipline, but with the gross, obscene, even gruesome ritual details written down as they were, the most primitive fertility rites reappear as Tantric practices"— P 24, উক্ত গ্ৰন্থ।

** 'The group is fed by tradition, it is 'time-binding'. P-214, Patterns of culture, Ruth Benedict, দ্ৰষ্টব্য।

দীৰ্ঘস্থায়ী হৈছে। ইয়াৰ বিপৰীতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমন্বিত সংস্কৃতি গোষ্ঠীগত কৃষ্টিৰ বুকুৰপৰা আঁতৰি আহিছে। ব্যক্তিগত প্ৰচেষ্টা ইচ্ছাকৃত কাম-কাজৰ প্ৰভাৱো ব্ৰহ্মপুত্ৰ উপত্যকাত বেছি। ভৈয়ামৰ বুকুতে সামৰিক শক্তিৰ বৰ্বৰতা, ৰাজনৈতিক বৰ্বৰতা তথা স্থায়ী কৃষি আৰু বজাৰ আৰু মুদ্ৰা অৰ্থনীতিৰ প্ৰসাৰ ঘটিছে। গতিকে, ভৈয়ামত আদিম গোষ্ঠীগত কৃষ্টিও ৰূপান্তৰিত হৈছে। কিছুমান জনগোষ্ঠীৰ চিন্তা-চৰ্চা আৰু জীৱন-প্ৰৱাহৰপৰা আদিম গোষ্ঠীগত কৃষ্টিৰ প্ৰভাৱ প্ৰায় বিলোপ হৈছে। আনকি উৰ্বৰতা কৃষ্টি বিহুৰ নৃত্য গীতৰ পৰাও আদিম প্ৰতীকী ( Magical অথবা Symbolic ) যৌনতাও নাইকিয়া হৈ ব্যৱসায়িক লযলাস যৌনতা আহিছে, পথাৰ বোকা কৰা কিম্বা ভূমি কৰ্ষণ কৰাৰ প্ৰতীকী দৃঢ়তা তথা শক্তিশালী খোজৰ ভৰৰ ঠাইত আহিছে আধুনিক লয়লাস। গোষ্ঠীগত উৰ্বৰতা নৃত্য এইদৰেই ৰূপান্তৰিত হৈছে বিহু নৃত্যলৈ।

এইখিনিতে আমি বিশেষভাবে লোক কৃষ্টিৰ আৰু সামগ্ৰিক ভাবে সংস্কৃতিৰ কেইটামান গুৰুত্বপূৰ্ণ বৈশিষ্ট্যৰ কথা আলোচনা তথা বিশ্লেষণৰ সুবিধাৰ বাবে উল্লেখ কৰা ভাল হ'ব। এই বৈশিষ্ট্য কেইটা হ'ল : (১) উৎপাদন ব্যৱস্থাৰ লগত তথা জীৱনৰ লগত সম্পৰ্ক , (২) পৰম্পৰা ভিত্তিক আৰু সমন্বিত ৰূপ (৩) আঞ্চলিক বৈশিষ্ট্য।

আমি ওপৰত নাতিদীৰ্ঘ আলোচনাত উৎপাদন তথা জন-জীৱনৰ লগত কলা-সংস্কৃতিৰ সম্পৰ্কৰ কথা উল্লেখ কৰিছোঁ। সংস্কৃতিৰ জীৱনৰ লগত থকা এই সম্পৰ্ক বিতৰ্কৰ অতীত। দ্বিতীয় বৈশিষ্ট্য হ'ল সংস্কৃতিৰ সমন্বিত ৰূপ। সংস্কৃতি সাৰ্বজনীন তথা সমন্বিত হোৱাৰ মূল কাৰণ হ'ল ইয়াৰ জীৱনৰ লগত থকা ওচৰ সম্পৰ্ক। মানৱ জীৱনৰ জ্ঞান-বিজ্ঞানৰ বিকাশৰ প্ৰধান পাথেয় হ'ল সমন্বয়। যোগাযোগ ব্যৱস্থা, পৰিবহণ ব্যৱস্থা, লিখন সামগ্ৰীৰ উন্নতি, বিভিন্ন প্ৰচাৰ মাধ্যমৰ বিকাশ তথা ছপাশালৰ বিকাশ, বাতৰি কাকত, ৰেডিঅ', চিনেমা, টেলিভিশ্যন তথা

অন্যান্য আধুনিক প্ৰচাৰ মাধ্যমৰ বিকাশৰ ফলস্বৰূপে সংস্কৃতিৰ সমন্বয়ৰ পৰিসৰ ক্ৰমান্বয়ে বহুল হৈ গৈ আছে। অসমৰ ক্ষেত্ৰত আমি দেখা পাওঁ জনজাতি মূলৰ সমাজ ভাঙি কোঁচ আৰু আহোমৰ ৰাজ্য বিস্তাৰ, ফলত বিস্তৃত সমন্বয় আৰু সংমিশ্ৰণ আৰু উন্নততৰ সংস্কৃতিৰ সৃষ্টি। আহোম ৰাজতন্ত্ৰৰ পতনৰ পিছত ততোধিক উন্নত পৰ্য্যাযলৈ গতি কৰোতে অসমে এফালে নিজক ৰক্ষা কৰিবৰ বাবে পৰম্পৰাক খামুচি ধৰিব লগা হৈছিল। আনহাতে আন্তৰ্জাতিক পৰিসৰলৈ সংস্কৃতিৰ পটভূমি সম্প্ৰসাৰিত হোৱাৰ ফলত সংগীত, নৃত্য, সাহিত্য তথা সংস্কৃতিৰ সকলো ধাৰাতে উন্নততৰ পৰ্য্যাযলৈ গতি কৰিছিল। লোক সংস্কৃতিৰ তৃতীয় বৈশিষ্ট্য ইয়াৰ আঞ্চলিক ৰূপ। এই আঞ্চলিক ৰূপ মূলতঃ ভৌগোলিক, পৰম্পৰাগত, নৃগোষ্ঠীগত আৰু সমাজব্যৱস্থাৰ লগত জড়িত।

লোক সংস্কৃতিৰ ক্ষেত্ৰত আকৌ এই আঞ্চলিক বৈশিষ্ট্যই হ'ল মূল নিযম বা বিধি।* আঞ্চলিক বৈশিষ্ট্যসমূহ সমাজ-ব্যৱস্থাৰ দীৰ্ঘকালীন প্ৰভাৱত সৃষ্টি হয আৰু পৰম্পৰা ৰক্ষাব বাবে থকা জনগোষ্ঠীৰ অকৃত্ৰিম প্ৰয়াসৰ ফলত দীৰ্গস্থাযী হয। ভৌগোলিক তথা নৃগোষ্ঠীগত বৈশিষ্ট্য-সমূহে অৱশ্যে এই আঞ্চলিকতাক কিছু প্ৰভাৱান্বিত কৰে।

প্ৰকৃততে সমাজ-ব্যৱস্থাব বিকাশ সকলো ঠাইতে, সকলো জন-সমষ্টিৰ মাজতে একে ধৰণে হোৱা নাই বাবে আৰু বিশেষ ভাবে পুঁজিবাদী উৎপাদন ব্যৱস্থাই গাঁও অঞ্চলৰ গণ-হৃদয সম্পূৰ্ণ বিচূৰ্ণ কৰিব নোৱাৰা বাবেই এই আঞ্চলিক বৈশিষ্ট আজি পৰ্য্যন্ত জীয়াই আছে। অসমৰ বিহুৰ ক্ষেত্ৰত ( নৃত্য আৰু গীত উভয়তে ) দেখা যায

---

* "লোকসংগীত' যতই স্বতঃস্ফূৰ্ত বা অসচেতন হোক, তাৰ কতকগুলি unwritten laws বা অলিখিত নিয়মাবলী আছে। সেই নিয়মাৱলীৰ মধ্যে সবচেয়ে মুখ্য বলে যে নিয়মটিকে আমি মনে কৰি তা হ'লো আঞ্চলিকতা।" হেমাংগ বিশ্বাস, লোকসংগীত সমীক্ষা : বাংলা ও আসাম, প্ৰথম সংস্কৰণ, পৃঃ ৩৭।

আঞ্চলিক বৈশিষ্ট্য সম্পূৰ্ণ সুস্পষ্ট। শদিযাৰ লগত দিখৌ পাৰৰ, দিখৌ পাৰৰ লগত ধনশিৰি পাৰৰ, ধনশিৰি পাৰৰ লগত কলং পাৰৰ, কলং পাৰৰ লগত ভৰলী পাৰৰ, ভৰলী পাৰৰ লগত মানাহ পাৰৰ, মানাহ পাৰৰ লগত সোণকোষ পাৰৰ মিল নাই। অন্তৰ্নিহিত সুৰ, তাল যদিও মূল কৃষি-উৎসৱৰ তথাপি কামৰূপত ওজাপালিৰ, গোৱালপাৰাত ভাটিয়ালীৰ তথা বড়ো গীত মাতৰ, নগাৱত তথা দৰঙত শংকৰী কৃষ্টিৰ, মাজুলী আৰু উত্তৰ লক্ষীমপুৰত মিছিং তথা দেউৰি চুতীয়াৰ, ডিব্ৰুগড়ত চুতীয়া আৰু সোনোৱালৰ, গোলাঘাট যোৰহাটৰ কোনো কোনো ঠাইত কছাৰীৰ প্ৰভাৱ বিদ্যমান। বিশাল ব্ৰহ্মপুত্ৰই আহোম ৰাজতন্ত্ৰৰ যুগতে সমন্বিত কৰা স্বত্বেও এই আঞ্চলিক বৈশিষ্ট্য আজি পৰ্য্যন্ত বিদ্যমান। লোক-সংস্কৃতিৰ আঞ্চলিক বৈশিষ্ট্যৰেই এটা দিশ হ'ল সুৰ তথা ছন্দৰ গাঁৱলীয়া ৰূপ। ইয়াক সুৰৰ আঞ্চলিক বৈশিষ্ট্য বুলিবপৰা যায়। অকল যে বিহু সংস্কৃতিৰ ক্ষেত্ৰতে এই গাঁৱলীয়া ৰূপ তথা আঞ্চলিক বৈশিষ্ট্য বিদ্যমান তেনে নহয়, সংস্কৃতিৰ আন উপাদানসমূহৰ ক্ষেত্ৰতো উৎপাদন ব্যৱস্থাৰ পাৰ্থক্য, নৃ-গোষ্ঠীগত পৰম্পৰাৰ পাৰ্থক্য, ভৌগোলিক বিভাজন আদিৰ বাবে দেখা দিয়ে আঞ্চলিক বৈশিষ্ট্য। সংস্কৃতিৰ সৰ্বতোমুখী মুক্ত বিকাশৰ বাবে উপযুক্ত পৰিবেশৰ অভাৱত অৱশ্যেই কিছুমান বৈশিষ্ট্য সময়ৰ কুটিল সোঁতত বিলীন হৈ যায়।

## পৰম্পৰা

পৰম্পৰা সম্পৰ্কে কিছু কথা উল্লেখ কৰিযেই আমি এই অধ্যায় সামৰিম। লোক-সংস্কৃতিৰ ক্ষেত্ৰত পৰম্পৰা যদিও বৈশিষ্ট্যপূৰ্ণ তথাপি ই ৰুদ্ধদ্বাৰ পৰম্পৰা নহয়। ই হ'ল চিৰন্তন গ্ৰহণ আৰু বৰ্জনৰ মুক্তদ্বাৰ পৰম্পৰা। কিন্তু বৰ্জনতকৈও গ্ৰহণ ইয়াত অধিক শক্তিশালী প্ৰৱাহ। ফলত গ্ৰহণৰ জৰিয়তে নিতে ন ন উৎপাদান লোককৃষ্টিত যোগ হৈছে।

বৰ্জন কিন্তু ধীৰে ধীৰেহে হৈছে। কাৰণ পৰম্পৰাপ্ৰেমী জনগোষ্ঠীয়ে পৰম্পৰা এৰিবলৈ টান পায়। আনকি যি উৎপাদন ব্যৱস্থাত তেনে পৰম্পৰা সৃষ্টি হৈছিল, সি লোপ পোৱাৰ পিছতো কৃষ্টিৰ ক্ষেত্ৰত সেই পৰম্পৰাকে অনুসৰণ কৰাৰ প্ৰচেষ্টা প্ৰায় অব্যাহত থাকে।

উদাহৰণ স্বৰূপে বিহু নাচত ভৰি চোচোৰাই নিয়াৰ কথাটোকেই ধৰা হওক। মাটিত ঘূৰি ঘূৰি ভৰি চোচোৰাই নচাটো আদিতে উৰ্বৰতা বৃদ্ধিৰ উদ্দেশ্যে পুৰুষ আৰু নাৰীয়ে পথাৰত নচাৰ ভঙ্গিমা। আদিম জন-গোষ্ঠীসমূহৰ মাজত বিশ্বাস আছে যে পথাৰত নাচ-গান কৰিলে আৰু যৌন-নাচ বা নাম আয়োজন কৰিলে শস্যৰ উৎপাদন বৃদ্ধি পায়। ভৰি মাটিত চোচোৰাই পথাৰ মৰ্দন কৰাৰ ভঙ্গিমা চেং বিহু বা জেং বিহু তথা পুৰণি চ'তৰ বিহুৰ ভঙ্গিমা। পুৰণি উৎপাদন ব্যৱস্থাও বৰ্তমান নাই, কিন্তু পুৰণি কৃষ্টিৰ পৰম্পৰা অনুসৰি একেদৰেই নাচি থকা হৈছে।

বৰ্জন কৰিবলৈ কম আগ্ৰহ থকা লোককৃষ্টিৰ স্ৰষ্টাসকলে কিন্তু গ্ৰহণ কৰে সহজে। দেওধ্বনি নৃত্যৰপৰা তথা বড়ো নৃত্যৰ পৰা কাহি ঘূৰাই নচাৰ ভঙ্গিমা, জাপি লৈ নচাৰ ভঙ্গিমা আদি মুক্ত গ্ৰহণৰ প্ৰমাণ। এই জাতীয় মুক্ত গ্ৰহণ এচাম মানুহে বেয়া বুলি ভাবিলেও এনে গ্ৰহণে বৈচিত্ৰ্য, কমনীয়তা আৰু ঐশ্চৰ্য বৃদ্ধিহে কৰে।

সাজ-পাৰৰ ক্ষেত্ৰত দেখা যায় পৰম্পৰা ৰক্ষাৰ প্ৰক্ৰিয়াত অহৰহ গ্ৰহণ আৰু বৰ্জন চলি আছে। তাই জনগোষ্ঠীসমূহৰ ক'লা কুৰুতা ৰঙা টঙালি আৰু সকলো জনগোষ্ঠীৰ মাজত প্ৰচলিত বিভিন্ন হাচতি, বিহুৱান, টঙালি, এণ্ডা চোলা, কুৰুতা অসমীয়া বিহু সাজ-পাৰলৈ আহিছে। আনকি যোৱা এশ বছৰৰ ভিতৰত ডিঙিত ৰুমাল মৰা ঝুমইৰ নচা ডেকাৰ ৰুমালখনো বিহুৱাৰ ডিঙিলৈ ঠায়ে ঠায়ে আহিছে। এইবোৰ ক্ষেত্ৰতো দেখা যায় যোৰহাটৰ আশে-পাশে ৰঙা টঙালি মাৰে, শিৱসাগৰৰ আশে-পাশে আৰু অধিক পূবলৈ ৰঙা টঙালি সকলোৱে নামাৰে।

ঢোলৰ ক্ষেত্ৰত দেখা যায় কৈৱৰ্ত, কছাৰী আৰু মিছিং আদি জনগোষ্ঠীৰ মাজত বহুল প্ৰচলিত ছেওবোৰ অসমীয়াৰ নিজা ছেও হিচাপে সোমাই পৰিল। বেছি ভাগৰ ক্ষেত্ৰতে স্বকীয়া অস্তিত্ব বৰ্তমান নাই। কিছুমানৰ নাম এতিয়াও জনগোষ্ঠীৰ নামৰেই চলি আছে। মিৰি ছেও, কছাৰী ছেও, ডুমুনী ছেও আদি নামবোৰ লৌকিক ভাবে এতিয়াও প্ৰচলিত থকাৰ কাৰণো ইয়াৰ মূলতে নিহিত আছে। উৎসৰ পাৰ্থক্য আৰু বজোৱা জনগোষ্ঠীৰ বৈশিষ্ট্য তথা স্থানৰ বৈশিষ্ট্য অনুসৰি চাপৰবিলাকো আনহাতে পাৰ্থক্যপুষ্ট।

পৰম্পৰাৰ ক্ষেত্ৰত আমি এইদৰেই গ্ৰহণৰ বৰ লুইত সদৃশ উদাৰতা দেখা পাওঁ।

## দ্বিতীয় ভাগ

## ধৰ্ম আৰু উৰ্বৰতা কৃষ্টিৰ বিকাশ

আদিম জনগোষ্ঠীৰ উৰ্বৰতা পূজা তথা উৰ্বৰতাৰ প্ৰতীক লিঙ্গ আৰু যোনি পূজা কৰাটো এটা বিশ্বজনীন সাংস্কৃতিক ধাৰা। সভ্যতাৰ আদি স্তৰৰ এই কৃষ্টি ৰূপান্তৰিত হৈছিল উন্নত পৰ্যাযত, সম্ভৱতঃ ঝুম খেতিৰ ঠাইত তুলনামূলক উন্নত, উদ্বৃত্ত-উৎপাদন কৰিবপৰা যুগত মঠ-মন্দিৰ কেন্দ্ৰিক পূজালৈ। সামান্য পৰিমাণে উন্নত কৃষি-ব্যৱস্থা নহ'লে মন্দিৰ গৃহ-নিৰ্মাণ, মূৰ্তি-নিৰ্মাণ তথা সমগ্ৰ বছৰ জোৰা পূজা-অৰ্চনা চলিব নোৱাৰে। কালিকা পুৰাণ অনুসৰি কামৰূপ হ'ল ম্লেচ তথা কিৰাট-সকলৰ—আদি বাসস্থান।* এই ম্লেচ আৰু কিৰাটসকলৰ পূজাৰ প্ৰতীক বিভিন্ন নামত শিলাখণ্ড—যোনিৰ আকৃতিৰ, পুৰুষ লিঙ্গৰ আকৃতিৰ, ত্ৰিভুজাকাৰ নাইবা চতুৰ্ভুজাকাৰ শিলাখণ্ড, নাইবা বিশেষ আকাৰ নথকা শিলাখণ্ড। মুঠতে আদিম কৃষ্টিৰ প্ৰতীক। অসমলৈ নৰকাসুৰৰ আগমনক আৰ্যীকৰণৰ প্ৰথম ঢৌ বুলি কোৱা হয় আৰু এই নৰকাসুৰৰ দিনতে, কালিকা পুৰাণ মতে ম্লেচ আৰু কীৰাটসকলক

* কালিকা পুৰাণ, ৩৮ম অধ্যায়।

পৰ্বতলৈ তথা সমুদ্ৰ নিকটবৰ্তী দ ঠাইবোৰলৈ খেদি পঠোৱা হয়। সেই হিচাপে বিষ্ণু আৰু গঙ্গাৰ পুত্ৰ নৰক, উপাখ্যানৰ মৰ্ম অনুসৰি ব্ৰাহ্মণ্য ধৰ্মৰ বাহক, সম্ভৱতঃ বিশুদ্ধ আৰ্য নহ'লেও মিথিলাৰ ব্ৰাত্যসকলৰ সমগোত্ৰীয়। কোনো কোনো লোকে নৰক ( লাওখোলা ) এটা টোটেম বুলি ক'ব খোজে। নৰক বা নৰখু কিম্বা নৰখে ( নৰকে ) শব্দৰ উৎপত্তিগত অৰ্থৰ মিল আছে। নৰক সেই হিচাপে এজন ব্যক্তিৰ নামো হ'ব পাৰে বা সেই টোটেম গ্ৰহণ কৰা এটা গোষ্ঠীৰ প্ৰতিষ্ঠাপক ৰজাও হ'ব পাৰে। উপাখ্যান অনুসৰি নৰক আছিল শক্তিৰ প্ৰেমিক পুজাৰী, শক্তিৰ প্ৰতি মোহিত হৈ শক্তিক বিবাহ কৰিবলৈ বিচাৰি-ছিল। উপকথাৰ মৰ্ম অনুসৰি কামৰূপত সেই সময়ত শক্তিৰ প্ৰাধান্য আছিল। বিভিন্ন পণ্ডিতে কামৰূপেই শক্তি সাধনাৰ প্ৰধান কেন্দ্ৰ আছিল বুলি ক'ব খোজে।* ড' কাকতিদেৱৰ মতে কামাখ্যা দেৱীৰ উৎস হ'ল অষ্ট্ৰিক। আদিতে ই অষ্ট্ৰিকসকলৰ অৰ্চনাৰ দেৱী আছিল। Assamese, its Formation and Development গ্ৰন্থত ড' কাকতিদেৱে কৈছে যে কামাখ্যা শব্দৰ লগত কাময (Kamoi) শব্দৰ মিল থাকিব পাৰে। এই কামাখ্যা দেৱী আদিতে খাম বা ভূত-প্ৰেতৰ দেৱী নাইবা পৃথিৱী মাতৃৰ। দেৱী ( বা সম পৰ্যাযৰ দেৱী ) আছিল। সম্ভৱ মাতৃ প্ৰধান অষ্ট্ৰিকসকলৰ মাতৃ পূজাৰ আদি নিদৰ্শনো কামাখ্যা দেৱী হ'ব পাৰে। মাতৃ তথা উৰ্বৰতাৰ প্ৰতীক যোনি। যোনি পীঠ হিচাপে ড' বিৰিঞ্চি কুমাৰ বৰুৱা দেৱৰ মতে নৰকাসুৰৰ পিছৰ যুগত এই পীঠস্থান গোসানী মাতৃৰ ঠাইত শিৱৰ প্ৰেয়সী পাৰ্বতীত পৰিণত হয। সম্ভৱতঃ ৪ৰ্থ শতিকাৰপৰা অষ্টম শতিকামানৰ ভিতৰত

* দ্ৰষ্টব্য : পৃঃ ১৬৬, A Cultural History of Assam, B K. Baruah, 1986 edition বিষ্ণু ৰাভাৰ মতেও কামাখ্যা বড়ো শব্দ। কামাখ্যা অৰ্থ খামাইখা—ভূত প্ৰেতৰ দেৱী। সুনীতিকুমাৰ চেটাৰ্জীৰ মতেও কামাখ্যাৰ উৎস কীৰাট ভাষা বা বড়ো ভাষা।

শৈৱ ধৰ্মৰ লগত শাক্তধৰ্মৰ যি সমন্বয়ৰ বা বলিছিল তাৰ ফলত শক্তি-পূজা শিৱ পূজাৰ লগতে একেলগে চলা আৰম্ভ হয়। আনহাতে কীৰাটিজ বড়ো সকলে যি বাথৌ বুঢ়া আৰু বুঢ়ীৰ গোসানীৰ কথা কয় সি পৰম্পৰা অনুসৰিয়েই শিৱ-পাৰ্বতীৰ ৰূপ। সম্ভৱতঃ কীৰাটজ বুঢ়া-বুঢ়ীযেই আৰ্যীকৰণৰ ফলত শিৱ-পাৰ্বতীত পৰিণত হয়।

খাম-বড়ো কেচাই কেচাই, কেচাই কেচাই খাতী দেবী আনহাতে এই শক্তিৰেই এটা ৰূপ। দেউৰীসকলৰ বুঢ়া-বুঢ়ীৰ কন্যা পিচাচি আৰু পুত্ৰ বলীয়া বাবা। পিচাপি কেচাইখাতী বা তাম্ৰেশ্বৰী। দেবীৰ আন এটা ৰূপ যৌনতাৰ প্ৰতীক কুমাৰী ত্ৰিপুৰা। ত্ৰিপুৰা পূজাৰ কালিকা পুৰাণ বৰ্ণিত আৰ্হিতেই কুমাৰী পূজা প্ৰচলিত হৈছে বুলি কোৱা হয। কামাখ্যা মন্দিৰৰ কাৰ্য্যকাল আনহাতে বিভিন্ন ধৰণে নিৰ্ণয় কৰা হয। এই পাহাৰৰ গাত কটা ভাস্কৰ্যবিলাকৰ সময় ৮ম শতিকাৰপৰা ১৭শ শতিকা পৰ্যন্ত বিস্তৃত। ১৫৬৫ চনত, উপকথা অনুসৰি কালাপাহাৰে মন্দিৰ ধ্বংস কৰাৰ পিছত কোঁচৰজা নৰনাৰাযণে ইয়াক পুনৰ নিৰ্মাণ কৰিছিল।*

অসমত ম্লেচ শাসন আৰু পাল শাসনৰ যুগত মূলতঃ তান্ত্ৰিক ধৰ্ম ব্যাপক হৈ পৰিছিল বুলি ভবাৰ থল আছে। বিশাখদত্তৰ মুদ্ৰাৰাক্ষস মতে বৰ্মণ বংশৰ শেষ ৰজা অৱন্তী বৰ্মণৰ দিনত ম্লেচ বিদ্ৰোহ হয়, আনুমানিক ৮ম শতিকাত। অবন্তী বৰ্মণ আছিল বৰাহ বংশী। সম্ভৱত ৮ম শতিকা মানৰ পৰাই কামাখ্যা পৰ্বত হৈ পৰিছিল তান্ত্ৰিক সাধনাৰ মূল পীঠস্থান।

কোনো কোনো পণ্ডিতৰ মতে দেবীৰ এটা ৰূপ উগ্ৰতাৰা আৰু একজটা আদি তান্ত্ৰিক বৌদ্ধ ৰূপৰ দেবী। যোগিনী তন্ত্ৰমতে তাৰা আৰু কালি একেই দেবী।** ফুৰা (বাৰ্মিজ বুৰা) অৱলোকিতেশ্বৰ

* দ্ৰষ্টব্য : নীলাচলৰ কামাখ্যা মন্দিৰৰ কলি, প্ৰাচ্য শাসনাৱলী ৩, পৃঃ ২।
** দ্ৰষ্টব্য : B. K. Baruah, পৃঃ ১৬৮ উক্ত গ্ৰন্থ।

বুদ্ধ, আৰু তেওঁৰ প্ৰজ্ঞা ( জ্ঞান ) বা পত্নী তাৰা।* দেখা যায় শক্তি আৰু তাৰা প্ৰায় চাৰি-পাঁচ শতিকা ধৰি একেলগে পূজা কৰা দেবী হিচাপে বৰ্ত্তি আছিল। পাল বংশৰ দিনত ৰত্ন পালৰ নাতি ইন্দ্ৰপালৰ পুত্ৰ পদ্মসম্ভৱ বৌদ্ধ ধৰ্মত দীক্ষিত হৈছিল। পদ্মসম্ভৱ সম্ভৱতঃ বৌদ্ধধৰ্ম প্ৰচাৰৰ বাবে চিকিমৰ ৰাজ দৰবাৰলৈ গৈছিল। ইন্দ্ৰপালৰ ৰাজত্ব-কালত লুইপাদ বা লুইপা তিব্বতলৈ ধৰ্ম প্ৰচাৰৰ বাবে যায়। সেই হিচাপে পাল বংশৰ ৰাজত্বকাল মূলতঃ তান্ত্ৰিক ব্ৰজযানী বৌদ্ধ ধৰ্মৰ সম্প্ৰসাৰণৰ যুগ।** তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ সম্প্ৰসাৰণৰ যুগতে তান্ত্ৰিক সাধনাৰ কেন্দ্ৰ হিচাপে কামাখ্যা পীঠো বৌদ্ধ তান্ত্ৰিকসকলৰ কৱলত পৰিছিল বুলি ভাবিবৰ থল আছে। উগ্ৰতাৰা একজটা আদি দেবীৰ প্ৰৱেশ ঠিক সেইদৰেই কামাখ্যা অঞ্চলত হৈছিল বুলিব পাৰি। বৰ্তমান কামাখ্যা নৰনাৰায়ণৰ দিনত পূজা অৰ্চনা কৰা কামাখ্যা। ই প্ৰাচীন যোনি পূজাৰ বিৱৰ্তিত ৰূপৰ বাহিৰে আন একো নহয়।

কামাখ্যাৰ আদি ৰূপ আদি দেবী শক্তি, পিছলৈ কুমাৰী তথা পাৰ্বতী আদি ৰূপ পৰিগ্ৰহ কৰাৰ কাৰণ হ'ল তান্ত্ৰিক ধৰ্মৰ ক্ষেত্ৰত হোৱা নানা ধৰণৰ ৰূপান্তৰ আৰু পৰিবৰ্তন। কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰ এই তন্ত্ৰ মতৰ সমন্বয় আৰু বিকাশৰ সৰ্বোচ্চ যুগৰ ৰচনা বুলি অনুমান কৰিব পৰা যায়। এই গ্ৰন্থ দুখন প্ৰাচীন কামৰূপত তথা কামৰূপৰ ওচৰৰ কোনো ঠাইত ৰচনা কৰা বুলি ড° কাকতিদেৱে অনুমান কৰিছে। অসমত তন্ত্ৰপীঠৰ প্ৰাধান্যলৈ চাই অসমত ৰচনা কৰাৰ সম্ভাৱনা অধিক।

কালিকা পুৰাণ মতে নৰকে যেতিয়া প্ৰাগজ্যোতিষপুৰ জয় কৰে

---

* Dr. P. Gogoi-ৰ Tai Ahom Religion and Coustoms প্ৰথম ভাঙৰণ, পৃঃ ১৭ দ্ৰষ্টব্য।

** দ্ৰষ্টব্য : প্ৰাচীন কামৰূপত কৈৱৰ্ত, ৰাজমোহন নাথ, অসম সাহিত্য সভা পত্ৰিকা অষ্টম বছৰ ১ম সংখ্যা।

( আনুমানিক ২য় শতিকাত ? ) সেই সময়ত ইয়াৰ স্থানীয় বাসিন্দা আছিল কিৰাতসকল। তেওঁলোক আছিল মুৰা আৰু মাংস শ্ৰেণী। মুৰ খুৰোৱা হালধীয়া ছালৰ লোক। ড. কাকতিদেৱে এই কথা অনুমান কৰিছে যে এই আদি বাসিন্দাসকলৰ হাততেই সম্ভৱ নৰকে জয় কৰা প্ৰাগজ্যোতিষৰ দেৱী কামাখ্যাও আছিল। যোনি পূজাৰ পৰম্পৰা অসমলৈ অষ্ট্ৰিক জনগোষ্ঠীৰ লোকৰ প্ৰব্ৰজনৰ লগে লগেই অসমলৈও আহিছিল। অসমৰ খাচিসকল অষ্ট্ৰিক জনগোষ্ঠীৰ লোক আৰু এওঁলোকৰ বসতিৰ প্ৰাচীনত্ব সন্দেহাতীত। এওঁলোক সামাজিক ভাবেও মাতৃ প্ৰধান আৰু সম্ভৱতঃ মাতৃ পূজকো আছিল।

ড. কাকতিদেৱে অষ্ট্ৰিক কামৈ ( Kamoı ), সংস্কৃত কাম আৰু ছিন্তো কামি শব্দৰ সম্পৰ্কৰ কথা উল্লেখ কৰিছে। বড়ো খাম ( ভূত-প্ৰেতৰ দেৱী ), তিব্বতী খা-গ্ৰো-মা (mkhaa-aGro-Ma) বা খামা ( অসমীয়া ডাকিনী ) আদি প্ৰায়—সমাৰ্থক দেৱী তথা আৰাধনা কৰা ভূত-প্ৰেতৰ দেৱীৰ কথাও এই ক্ষেত্ৰত উল্লেখনীয়। যোগিনী তন্ত্ৰ মতে যোনি পূজা তথা কুমাৰী ( sex ) পূজাৰ ৰীতি বাহিৰৰ পৰা অহা। কামৰূপত এই ৰীতিৰ প্ৰচলন কেনেকৈ হ'ল—কোন যুগত বহুল হ'ল সি সুস্পষ্ট নহয়। কিন্তু স্থানীয় অনা-আৰ্য উৰ্বৰতা কৃষ্টিৰ লগত যে প্ৰকৃততে বাহিৰৰ পৰা অহা যোনি পূজা তথা উৰ্বৰতা কৃষ্টিৰ সমন্বয় ঘটিছিল তাক অনুমান কৰিব পাৰি।

## শৈৱ ধৰ্ম

পুৰুষ শক্তিৰ মূল হ'ল পুৰুষ প্ৰতীক লিঙ্গ পূজা। কৃষিৰ উৰ্বৰতা বৃদ্ধিৰ উদ্দেশ্যে তথা জন-শক্তিৰ ক্ষমতা বৃদ্ধিৰ উদ্দেশ্যে, কিম্বা সৃষ্টিৰ আদি প্ৰকৃতিৰ শক্তি হিচাপে বিভিন্ন ৰূপত শক্তিৰূপ শিলক পূজা কৰা প্ৰথা অতি সুপ্ৰাচীন। অকল ভাৰতৰ ভিতৰতে নহয়, ভাৰতৰ বাহিৰতো লিঙ্গ পূজাৰ বিস্তৃত ইতিহাস আছে। কালিকা পুৰাণত উল্লেখ

কৰা মতে শিৱ পূজাৰ মূল থান পোণ্ডৰখন। নৰকাসুৰৰ আগমনৰ আগৰপৰাই অসমত লিঙ্গ পূজাৰ প্ৰচলন আছিল আৰু সম্ভৱতঃ কীৰাট বংশৰ তথা ম্লেচ বংশৰ পৰম্পৰাৰ বুঢাই আছিল লিঙ্গ ৰূপ আদি শক্তি —আদি পুৰুষ। বড়োৰ বাথৌ বুঢা, দেউৰীৰ বুঢা আদিৰ লগত আৰ্যীকৃত শিৱৰ মিল আছে। অসমত বুঢা গোঁসাই বৰ্তমান পৰ্যন্ত প্ৰত্যেক গাঁৱতে বুঢা ডাঙৰীয়া হিচাপে বিদ্যমান। প্ৰধান পুৰুষ শক্তিৰ প্ৰতীক বুঢাক আৰ্যীকৃত কেতিয়াৰ পৰা কৰা হয় সঠিক জনা নাযায়।

গুণাভিৰাম বৰুৱাৰ অসম বুৰঞ্জী মতে জলপাইগুৰিৰ ৰজা জল্পেশ্বৰে প্ৰথম শিৱৰ নিয়মমতে পূজা আৰম্ভ কৰে। বৰ্মন বংশৰ মূল উপাস্য দেৱতা যে শিৱ আছিল তাক আমি নিধানপুৰ ফলি, কামাউলি ফলি তথা হৰ্ষচৰিতৰ পৰা জানিব পাৰোঁ।*

সম্ভৱতঃ কীৰাটসকল বাথৌ বুঢা আৰু আন মংগোলীয়সকলৰ স্থানীয় বুঢাগোসাই নানা উৰ্বৰতাৰ প্ৰতীক মহাশক্তিৰ আধাৰ হিচাপে পূজিত হৈ আহিছিল, কিন্তু পশ্চিমৰ সংস্কৃতিৰ সম্প্ৰসাৰণৰ লগে লগে পুৰণি বুঢা গোঁসাই আৰু বুঢী গোসানী শিৱ-পাৰ্বতীলৈ ৰূপান্তৰিত হৈছিল। অকল সেয়ে নহয়, দেউৰীসকলৰ উপাস্য দেৱতা বুঢা গোঁসাইৰ পুত্ৰ বলীয়া বাবাও সৰ্বত্ৰই পুৰুষ শক্তিৰ উৎস হিচাপে পূজিত হৈছিল।

অসমত আৰ্য জাতৰ লোকসকল প্ৰৱেশ কৰাৰ আগতেই যে শৈৱ (বা ঠিক তেনে ধৰণৰ) ধৰ্ম প্ৰচলন আছিল তাক উল্লেখ কৰি অহা হৈছে। কালিকা পুৰাণ মতে এই সময়ৰ ৰাজ্যখনৰ ৰক্ষক দেৱতাই আছিল শিৱ। সম্ভৱ মদ আৰু সুৰাৰে পূজা দিয়া লৌকিক ৰূপৰ শিৱই কামৰূপৰ আদি শিৱ। শিৱই আনকি নৰবলিও লৈছিল বুলি কিছুমান পুৰাণত উল্লেখ আছে।** আৰ্য শিৱ কিন্তু উপনিষদৰ যুগতে সুপ্ৰতিষ্ঠিত

---

* দ্ৰষ্টব্য : B K. Barmah, পৃঃ ১৬১-১৬৩ পৃঃ, উক্ত গ্ৰন্থ।

** The Mother Goddess Kamakhya, B. K. Kakati, পৃঃ ১৭ দ্ৰষ্টব্য।

দেৱতা। ৰুদ্ৰ বা শিৱ সৰ্বজ্ঞ, অঘোৰ আৰু পৰ্বতবাসী, মায়াপতি বা মহেশ্বৰ।* প্ৰাচীন কামৰূপৰ শিৱ যে আৰ্যীকৃত অনাৰ্য মূলৰ দেৱতা তাক বাথৌ বুঢা আৰু বুঢ়ী, বুঢা-বুঢ়ী, বুঢাগোঁসাই-বুঢীগোসানী আদিৰ সংস্কৃত ৰূপ হৰ-পাৰ্বতীতৰ বহুল অৰ্চনাৰ পৰাই ধৰিব পাৰি। কিন্তু পূৰ্বে উল্লেখ কৰি অহা থানসমূহৰ উপৰিও অসমৰ নানা স্থানত ঘূৰণীয়া তথা লিঙ্গাকৃতি শিলত সেন্দুৰ নাইবা গছপাত দি পূজা কৰাৰ বহুল প্ৰচলন সুপ্ৰাচীন আৰু লৌকিক। সুপ্ৰাচীন কালৰ পৰা চলি অহা উৰ্বৰতা কৃষ্টিৰ হ'ত এটা লৌকিক ৰূপ।

তদুপৰি অসমৰ প্ৰায় সকলো ঠাইতে বুঢা ডাঙৰীয়াক পূজা কৰা হয়। যিবোৰ ঠাইত নামঘৰ আছে তাত নামঘৰত আৰু য'ত নামঘৰ নাই তাত মুকলিত বৰসৰাহ বুঢা ডাঙৰীয়াক উদ্দেশি আজিও পতা হয়। লৌকিক পৰম্পৰাত শিৱ এইদৰে লুকাই থকালৈ চাই আমি ধাৰণা কৰিব পাৰো যে ই আদি ৰূপ অন্তৰ্মুখী পুৰুষ শক্তিৰ পূজাৰ বাহিৰে আন একো নহয়।

অসমত শিৱ পূজা এতিয়াও লৌকিক আনুষ্ঠানিক। শৈৱ গুৰু বা পুৰোহিত নাই। শিৱ মন্দিৰত পূজা কৰা হয় লৌকিক ৰীতিৰে। ইয়াৰে কিছুমান আজিকোপতি বলি দিয়া হয়। সাধাৰণতে শিৱ চতুৰ্দশী ছাগলী বলি দিয়া নিয়ম এতিয়াও অনা-আৰ্য ধৰণেই প্ৰচলিত আছে। বলিৰ অন্তত এটা ডাঙৰ ভোজ হয়। এই লৌকিক অনা-আৰ্য পৰম্পৰাৰ বাহুল্যই দেখুৱাই যে শিৱ সুদীৰ্ঘকাল ধৰি থলুৱা লোকৰ দ্বাৰা পূজিত হৈছিল।

শিৱ পূজাৰ লগত নানা ধৰণৰ তান্ত্ৰিক আচাৰ সংযুক্ত হৈ বিশেষকৈ যৌন-শক্তিৰ প্ৰতীক কুমাৰী তথা নতী সংযুক্ত হৈ শিৱ মন্দিৰক এসময়ত ব্যভিচাৰৰ কেন্দ্ৰত পৰিণত কৰিছিল। নতীসকল পিছলৈ এটা

---

* ভাৰতীয় ধৰ্ম সাধনা, শ্ৰীবাপচন্দ্ৰ মহন্ত, প্ৰথম প্ৰকাশ, পৃঃ ৯-১১ দ্ৰষ্টব্য।

'জাত'ত পৰিণত হ'ল। কিছুমানে আনকি বেশ্যা বৃত্তিও ধৰিছিল বুলি ড. কাকতিদেৱে উল্লেখ কৰি গৈছে।*

## উৰ্বৰতা কৃষ্টি— শস্য সমৃদ্ধিৰ দেৱী মাতৃ আৰু কন্যাৰ দ্বৈতৰূপ

ফ্ৰেজাৰে গ্ৰীক দেশৰ ডিমিটাৰ আৰু পাৰ্চিফোনিৰ বিকাশ (মাতৃ আৰু কন্যা) জাৰ্মানী স্কটলেণ্ড আদিৰ শস্যৰ দেৱীতকৈ পিছৰ যুগৰ বুলি অভিহিত কৰিছে। গ্ৰীকবিলাকে কেল্ট, টিউটন, স্লাৱ আদি আৰ্য বংশোদ্ভুত জনগোষ্ঠীৰ দৰেই সম্ভৱ শস্য আৰু উৰ্বৰতাৰ দেৱীৰ পূজা কৰিছিল। পেৰুৰ ভাৰতীয তথা পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জতো এনে পূজাৰ প্ৰচলন আছিল। ফ্ৰেজাৰৰ মতে এনে পূজাসকলো অশিক্ষিত জনগোষ্ঠীযেই কৰিছিল।** কোনো এটা বিশেষ জাতিৰ ই বৈশিষ্ট্য নহয়, যদিও ভিন্ন ভিন্ন ৰূপত এনে পূজা চলিছিল। তিনি-বাৰ হালবোৱা পথাৰত ইযাচিযনে প্লুটাচ (wealth বা abundance) নামৰ পুত্ৰ ডিমিটাৰৰ গৰ্ভত পাইছিল বুলি যি উপাখ্যান আছিল তাৰ লগত শস্যৰ পথাৰত প্ৰতীকী শিশুৰ জন্ম দিযা প্ৰুচিযান উপকথাৰ মিল আছে। "In the Prussian custom the pretended mother represents the corn-mother (Zytniamatka), the pretended child represents the corn-baby, and the whole ceremony is a charm to ensure a crop next year."*** আদিম মানুহে প্ৰকৃততে

* The Mother Goddess Kamakhya—পৃঃ ২২।

** "a sufficient proof that the ideas on which these customs rest are not confined to any one race, but naturally suggests themselves to all untutored peoples engaged in agriculture— ফ্ৰেজাৰ, The Golden Mother, The corn-mother in Many Lands.

*** উক্ত গ্ৰন্থ, পৃঃ ৫৫৪।

নিজৰ সৃষ্টিশীল জীৱনৰ প্ৰতীকী কাৰ্যৰে এইদৰে প্ৰকৃতিক উৰ্বৰা কৰাৰ সংগ্ৰাম কৰে। গ্ৰীকসকলে শস্যৰ মাতৃ আৰু কন্যা দেৱী কল্পনা কৰাৰ দৰে মালয়াৰ কৃষকেও মাতৃ শস্য আৰু কন্যা শস্যৰ কল্পনা কৰিছিল। আইচিচ ( পুৰণি শস্যৰ দেৱী ) আৰু ওচিৰিচ ( নতুন শস্যৰ দেৱী )-ৰ কল্পনাও সেইদৰে কৰা সম্ভৱ।

আমাৰ শক্তিৰ ভৈৰৱী ৰূপৰ লগত কন্যা মনসা, কামাখ্যা ৰূপৰ লগত ভগ্নী ( ভৰলী ), বুঢ়ী গোঁসানীৰ লগত পিচাচি ( কেচাই খাতী )-ৰ সম্পৰ্ক মন কৰিবলগীয়া। শিৱৰ লগত গণেশ তথা বুঢ়া গোঁসাইৰ লগত বলীয়া বাবাৰ সম্পৰ্কও বিশেষ ধৰণৰ। এজন যদি মহাশক্তিৰ আধাৰ আনজন সকলো বিঘ্নি আৰু অপায়-অমঙ্গল নাশক। যিবোৰ স্থানত শিৱ আৰু দুৰ্গাৰ পূজাৰ থল—তাৰ সমীপতে গণেশ তথা পিচাচিৰো পূজাৰ থল বৰ্তমানো দেখা যায়।

## নৰবলি

### সমৃদ্ধি লাভ উদ্দেশ্য

নৰবলি প্ৰথা অসমৰ সকলো শাক্ত পীঠতে নহলেও কেচাইখাতী মন্দিৰত তথা দেও শালত প্ৰচলিত আছিল। অতি আদিম কালত সম্ভৱ নৰবলি দিযাসকলে ৰীতিগত ভাবে নৰমাংস ভোজনো কৰিছিল।

অৰুণাচলৰ মিছিমিসকলৰ ক্ষেত্ৰত ( বাঁহবেজীয়া ) উইলকক্সৰ প্ৰতিবেদনত পোৱা যায়—"According to their own assertions, the Meeshmees of the left bank* are much addicted to the chase, especially those of Buhbajeea, whom they describe also as a fierce race of can-

* পৃঃ ১৫, Hill Tracts between Assam and Burma, Memoirs of a survey of Assam and the Neighbouring countries, 1825—6-7-8, R Wilcox.

nibals." নৰখাদক অসুৰৰ কাহিনীৰে আমাৰ পুৰণি উপকথা ভৰপূৰ। সম্ভৱতঃ নগাৰাজ্যত এনে মূৰ কটা ৰীতি (আদিতে ধৰ্মীয় ?) প্ৰচলন আছিল। ১৮৯১ চনৰ—পিয়লৰ প্ৰতিবেদনত উল্লেখিত এ. ডব্লিউ. ডেভিছৰ মতে—"The whole of the Naga and Kuki tribes are head hunters, and they all try and get heads in the same trecherous way."*

অসমৰ দেওশাল, পিচাচি পূজাৰ মন্দিৰ বা তাম্ৰেশ্বৰী মন্দিৰ তথা কেচাইখাতী মন্দিৰত নৰবলি দিয়া হৈছিল। নৰবলি বন্ধ হোৱাৰ পিছত ছাগলী তথা আন জীৱ-জন্তু বলি দিয়া হৈছিল।

ফ্ৰেচাৰে নৰবলি দিয়াৰ** বহুতো উদাহৰণ দাঙি ধৰি কৈছে :

"Thus the fertilising virtue ascribed to the corn-spirit is shown equally in the savage custom of mixing the victim's blood or ashes with the seed corn" . . "the same identification is implied in the savage custom of killing the representative of the corn-spirit with hoes or spades or by grinding him between stones, and in the European custom of pretending to kill him with the scythe or the flail."***

অসমৰ তাম্ৰেশ্বৰী দেৱীৰ মন্দিৰত কছাৰী আৰু দেউৰী তথা চুতীয়াসকলে নৰবলি দি পূজা কৰিছিল। ব্ৰাহ্মণ শাক্ত ধৰ্মৰ পুনৰুত্থানৰ

---

* The Nagas in the Nineteenth Century, পৃ: ৫৪৬, 1969 Edited by V Elwin

** প্ৰাচীন ৰীতি তথা গৌৰৱৰ কাৰণে তথা নাৰীৰ মন ভুলাবৰ বাবে নৰবলি দিয়াৰ—আকত মূল মানসিক প্ৰেৰণা একে ধৰণৰে।

*** উক্ত গ্ৰন্থ, Lityerses অধ্যায় দ্ৰষ্টব্য।

সময়ত তাম্ৰেশ্বৰী মন্দিৰ পুনৰনিৰ্মাণ কৰা হয়। দেউৰীসকলে এই গৰাকী দেৱীক পিচাচি আৰু আনসকলে তাম্ৰেশ্বৰী বোলে। আৰ্যীকৃত কছাৰীসকলে কেচাইখাতী বোলে। বলি দিয়া শিলছটা তিনচেঁঙীয়া সৰু শিল। এনে আহিঁৰ শিল ভৈৰৱী মন্দিৰ তেজপুৰ, জয়ন্তেশ্বৰী মন্দিৰ জযন্তাপুৰ, কামাখ্যা-গুৱাহাটী আৰু আন বহু ঠাইত দেখা যায়। সম্ভৱ উক্ত মন্দিৰবোৰত নৰবলি দিয়া প্ৰথা আছিল। সকলো কামাখ্যা, একজটা, তাৰা আদি মন্দিৰত, নগা, খাছি, লালুং ( তিওৱা ), বড়ো, ডিমাছা আদি সম্প্ৰদায়ৰ মাজত আদিতে নৰবলি প্ৰথা প্ৰচলন আছিল। চুতীয়াসকলৰ ৰাজত্বকালত, পিছলৈ আহোমৰ ৰাজত্বকালত নৰবলি দিয়া হৈছিল। আহোমৰ দিনত প্ৰথমে যদিও দণ্ডিত মানুহক বলি দিছিল, পিছলৈ 'ষাঁড়ৰ' ঘৰৰ মানুহহে বলি দিছিল। "নীচ" জাতৰ মানুহ বলি দিয়া নহৈছিল—অৰ্থাৎ, বলিত দেৱত্ব আৰোপ কৰা হৈছিল।

বলি দিবলৈ স্থিৰ কৰা যুৱকক ভোগী বোলা হৈছিল, ভোগীক খুৱাই বুৱাই হৃষ্ট-পুষ্ট কৰা হৈছিল আৰু বলিৰ আসলৈকে উপভোগৰ সুবিধা দিয়া হৈছিল।* নিৰ্ধাৰিত দিনা সাজ-পাৰ আৰু অলংকাৰৰে সজাই পৰাই এটা গোপন বাটেদি কুণ্ডলৈ নিয়া হৈছিল। বলিৰ দেহাটো কুণ্ডত ( নদীত ) পৰাকৈ কটা হৈছিল—গতিকে উটি গৈছিল। কিন্তু মূৰটো অন্য মূৰৰ লগত মন্দিৰৰ সম্মুখত ৰখা হৈছিল।

---

* বলিৰ এনে ভোগী উদাহৰণ পশ্চিম আফ্ৰিকাত, গিনিত পোৱা গৈছিল।—গ্ৰন্থকাৰ।

"they may do what they like , every woman is at their command, but after one year they are killed" —দ্ৰষ্টব্য Human Sacrifices And Head Hunting in North-Eastern India B. C. Gohain 1977 edition, Layers Book Stall.

পৃঃ—১০ নৰবলি তথা শিৰকটা পৰম্পৰাৰ বিস্তৃত সমাজ-নৃতাত্বিক অধ্যয়নৰ প্ৰমাণ গ্ৰন্থখনিত আছে।

ভোগী বলি দিয়াৰ নিয়ম* বিশেষ তাৎপৰ্যপূৰ্ণ। ইয়াত শৰীৰটো খোৱা নহৈছিল। বৰং কুণ্ডত উটাই দিয়া হৈছিল। ফ্ৰেচাৰে আধুনিক ইউৰোপত শস্য বৃদ্ধিৰ বাবে (Lityerses অধ্যায়ত) নৰবলি দিয়া আৰু শৰীৰটো নদীত পেলাই দিয়াৰ কথা উল্লেখ কৰিছে। "But since in the modern killing of the personal representative of the corn—spirit in necessarily omitted or at most enacted only in mimicry, it is desirable to show that in rude society human beings have been commonly killed as an agricultural ceremony to promote the fertility of the fields." (উক্ত অধ্যায)।

কিছুমান দেশত বলি দিযা নৰমাংস খোৱাৰ ৰীতি প্ৰচলন আছিল। বলিক দেৱত্ব আৰোপ কৰা বাবে এই জঘন্য আচাৰ দেখাত পবিত্ৰ যেন হৈছিল।** ভাৰতৰ খোন্দ বা কন্ধ বিলাকৰ নৰবলিৰ কথা ফ্ৰেচাৰে উল্লেখ কৰিছে। লোথা নগা, গোন্দ (দ্ৰাবীৰ), ওৰাও (ছোটনাগপুৰ) আদিযেও নৰবলি দিছিল বুলি ফ্ৰেচাৰে উল্লেখ কৰিছে—প্ৰকৃততে নৰবলি দিযা জাতিৰ সংখ্যা আৰু বেছি। কন্ধ (দ্ৰাবীৰ) সকলৰ ক্ষেত্ৰতো মৰিযা নামৰ জাতৰ লোকক বলি দিয়া হৈছিল। বলিৰ মঙহ ভোজন কৰা হৈছিল। অসমত দিযা বলিবোৰ খোৱা হৈছিল নে জনা নাযায। নৰখাদক মানুহৰ অস্তিত্ব যিহেতু

---

* পবিত্ৰ অসম (সম্পাদিত—ড মহেশ্বৰ নেওগ) গ্ৰন্থত ৺সৰ্বানন্দ ৰাজকুমাৰ দেৱে দিয়া বৰ্ণনাৰ ভিত্তিত ওপৰত দিয়া হৈছে। নৰবলি—গৌৰীনাথ সিংহৰ ৰাজত্ব কালত বন্ধ কৰা হয়। —গ্ৰন্থকাৰ।

** If, as we suppose, the victim was regarded as divine, it follows that in eating his flesh his worshippers believed themselves to be pertaking of the body of their god"—ফ্ৰেচাৰ—উক্ত অধ্যায়।

ইতিহাসে সোমাই, সেয়ে সুদূৰ অতীজত কোনো সম্প্ৰদায়ে বলিৰ ৰক্ত ধাৰণ কৰা বা আন অংশ ভোজন কৰাও আচৰিত কথা নহয়।

অসমৰ যিবোৰ থানত বলি কটা দা পোৱা গৈছিল,—নাইবা বলি শাল আছিল সেইবোৰ হ'ল তাম্ৰেশ্বৰ কেচাইখাতী মন্দিৰ, বৰতীয়া শাল ( চাবুৱা ), দেওশাল ( বৰডুবি ), ভাণ্ডৰী বাথৌ বলিশাল, ডিব্ৰুগড জিলাৰ বুঢা বুঢী আৰু কেচাইখাতীৰ শালসমূহ, গোৱিন্দপুৰ সাৰ্হি দেৱালয, কৰ্চনৰফলৰ কেচাইখাতী দ'ল, ঘাৰমৰা নীল দেৱালয, মুৰাভগা দৌল, মাঘনোৱা দৌল, নাওবৈচা পোতা গোসানীৰ থান, বৰগাওঁ ( দিহিংমুখ ) দেওশাল, ৰঙাগডা দেওশাল, ইযাৰ বাহিৰেও বাহগুৰি, হাতীবৰুৱা, বৰগাওঁ, বাইলুংগাওঁ, বৰগুৰি, আমলখি-ৰঙাগডা আদিত আহোমৰ দিনৰ দেওশাল আছে, জযৰাপাৰ ধাই—আলিৰ দেওঘৰ ( প্ৰাক্ আহোম যুগৰ ), টেঙাপনীয়া দেওশাল, বালিগাওঁ গৰখীযা দ'ল, বুঢী গোসানী দেৱালয যোৰহাট ( মূল জয়ন্তীয়াৰ ), নেঘেৰীটিং শিৱ দ'ল ( মূল প্ৰাক্ আহোম যুগৰ ), মুমলিগড বাবাথান ( মূল প্ৰাক্ আহোম যুগৰ ), কোটোহাগুৰি দ'ল, কাক গোসানীৰ থান, মহামাযা মন্দিৰ ( দকমকাত—প্ৰাক্ আহোম যুগৰ ), কলিযাবৰৰ আঠখন শিৱস্থান ( প্ৰাক্ আহোম যুগৰ ), সুমন্তগিৰি কলিযাবৰৰ কামাখ্যা দেৱালয়, হাতীমুৰা মন্দিৰ কলিযাবৰ ( বলিকটা দা কামৰূপ অনুসন্ধান সমিতিযে সংগ্ৰহ কৰিছিল ), মহাদেওশাল ( ধৰমতুল ), কালিকা থান ( নগাওঁ নগৰৰ ওচৰত ), ভগৱতী থান ( নেলী ), বৰদেও থান ( নেলী উমপায়কৰ ৰজাই নৰবলি দিয়া নিয়ম আছিল )—বৰ্তমান নৰবলিৰ পৰিবৰ্তে ক'লা ষাঁড় থানৰ নামত উচৰ্গা কৰা বা ষাঁড মেলা হয়, বান্দৰদেৱা আৰু নৰবলি পৰ্বত, চামধৰা* দেও থান ( ধাতু নিৰ্মিত ফুল আৰু দা আছে ), লখীমপুৰ

---

* প্ৰতীকী অৰ্থত ষাঁড়ৰ ঘৰৰ ভোগী মেলাৰ দৰেই। কেৱল ইয়াক প্ৰকৃত বলি নহয়।—গ্ৰন্থকাৰ।

কামাখ্যা থান ( মংগলদৈ ), কামাখ্যা, ক্ষেত্রিৰ কামাখ্যা মন্দিৰ আদিত বলি দিয়াৰ কথা অনুমান কৰিব পাৰি। বলি প্ৰতীক বলি। বলি নৰবলি নহলে তাৰ প্ৰতীক বলি দিয়া হয়। ম'হ, ছাগলী আদি বলিও কিছুমান ঠাইত চলিছিল। কিছুমান ঠাই দেও উঠি পাৰ আদিও বলি দিয়ে।

## নৰবলিৰ নৃশংসতম উদাহৰণ

অসমৰ তথা উত্তৰ-পূৱ ভাৰতৰ শাক্ত তান্ত্রিক তথা শৈৱ তান্ত্রিক-পীঠসমূহত বিপুল সংখ্যক নৰবলি দিয়া হৈছিল। মধ্যযুগত ইমান বিপুল সংখ্যক নৰবলি দিয়াটো ভাৰতৰ ইতিহাসত এক বিৰল ঘটনা। এজন দুজন নহয়, শ শ মানুহ একে ঠাইতে বলি দিয়াৰ দৰে জঘন্য ঘটনাও ধৰ্মৰ নামত মধ্যযুগৰ অসমত সংঘটিত কৰা হৈছিল।

দৰং ৰাজ বংশাৱলী মতে কামাখ্যা মন্দিৰ পুনৰ্নিৰ্মাণ কৰি তাক নিয়মমতে উচৰ্গা কৰোতে ১৪০ জন মানুহ বলি দিয়া হৈছিল। মনিকীৰ্ত্ত মন্দিৰ ৰঘুদেৱে প্ৰতিষ্ঠা কৰোতে ৭০০ মানুহ বলি দিয়া হৈছিল। বলি দিয়া মানুহৰ শিৰবোৰ তামৰ কাঁহীত তুলি দেৱীৰ আগত উচৰ্গা কৰা হৈছিল।

কোঁচ ৰাজবংশৰ দ্বাৰা নৰবলি প্ৰথা নামনি অসমৰ শাক্ত তথা শৈৱ পীঠসমূহত বহুলভাবে চলিছিল। সম্ভৱতঃ শংকৰ-মাধৱৰ প্ৰভাৱত মুক্ত হোৱাৰ আগলৈকে নৰবলি প্ৰথাৰ পৃষ্ঠপোষকতা কৰা হৈছিল।

কছাৰীসকলে ৰণ-চণ্ডী ( বা কেঁচাইখাতী )-ৰ আগত নৰবলি দিছিল। ৰজা কৃষ্ণচন্দ্ৰৰ দিনত কছাৰী ৰাজ্যত নৰবলি বিলোপ কৰা হয়। কাৰ্বি আংলঙৰ মহামায়া থানসমূহত নৰবলি দিয়া হৈছিল। গোভাৰ ৰজাই কেচাইখাতীৰ আগত বলি দিছিল।

চুতীয়া ৰাজ্যত তাম্ৰেশ্বৰী তথাই কেচাইখাতীৰ আগত নিয়মিত

তাৰে নৰবলি দিয়া হৈছিল। বলিৰ মানুহ ৰকমালি খেলৰপৰা বচা হৈছিল। অৱশ্যে বন্দী থাকিলে এনে খেলৰ মানুহ বাচিছিল। মাহ-হালধিৰে বলিক নোৱাই-ধুৱাই 'পবিত্ৰ' কৰি বলি দিয়া হৈছিল।

মণিপুৰ, জয়ন্তীয়া, খাচি, ত্ৰিপুৰা আদি সকলো ৰাজ্যতে বলি দিয়া হৈছিল। খাচিসকলে উ-থ্লেন (U-Thlen) নামে সৰ্পদেৱতাক ঐশ্বৰ্য বিভূতি তথা সমৃদ্ধিৰ উদ্দেশ্যে তথা মাৰি-মৰকৰপৰা ৰক্ষা পাবৰ উদ্দেশ্যে বলি দিছিল।

আহোমসকলৰ ওপৰত কছাৰী, চুতীয়া, ৰবাহী, মৰাণ আদিৰ পূৰ্বৰ পৰম্পৰাৰ প্ৰভাৱ পূৰাদমে পৰিছিল। চুতীয়া ৰাজ্য জয় কৰাৰ পিছত কেচাইখাতী তথা তাম্ৰেশ্বৰীৰ আগত নৰবলি দিছিল আৰু নিয়মিত বলি দিয়াৰ বাবে ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছিল। ডিব্ৰুগড জিলাৰ একাধিক দেওশালত নৰবলিৰ ইতিহাস আছে। আহোম ৰজাৰ দিনত নিৰ্মাণ কৰা হাতীমূৰা দূৰ্গা মন্দিৰ, স্যমন্তগিৰি কামাখ্যা আদিত বলি দিয়া হৈছিল দেশৰ অপায় অমংগলৰ পৰা মুক্তি পাবৰ নিমিত্তে ৰজাৰ বাহিৰেও আনেও নৰবলি দিছিল। তুই এখন বুৰঞ্জীৰ মতে—প্ৰতাপ সিংহ ৰজা নৰীয়াত পৰাত প্ৰজাযো তাম্ৰেশ্বৰীক প্ৰাৰ্থনা জনাই কৈছিল : "স্বৰ্গদেৱৰ আমাৰে এক শ নৰবলি সদীয়াৰ আইলৈ দিনহঁক, তেওঁ স্বৰ্গদেৱ কুশলে থাকোক।"*

শ শ নৰবলি দিয়া আহোম ৰজাসকলৰ ক্ষেত্ৰত নৰবলি বা নৰ আহুতি এটা নৈমিত্তিক ঘটনাৰ দৰে হৈ পৰিছিল।** আহোম বুৰঞ্জী-

---

* আসাম বুৰঞ্জী, গুণাভিৰাম বৰুৱা, ১৯৭২ চন, অসম প্ৰকাশন পৰিষদ, পৃঃ ৮১ দ্ৰষ্টব্য।

** সম্ভৱ এইটো আছিল তান্ত্ৰিক তন্ত্ৰ কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰৰ প্ৰভাৱ। যোগিনীতন্ত্ৰৰ পঞ্চম পটলত হাজাৰ লাখ নৰমুণ্ডৰ ওপৰত সাধনা কৰাৰ কথা আছে। নৰবলি দূৰীভূত কৰা গৌৰীনাথে এক লাখ বলি (ম'হ, ছাগলী, পাৰ) কামাখ্যাত দিছিল।—গ্ৰন্থকাৰ

বিলাকৰ মতে ৰজা পাটত বহোতে অপায় অমংগল দূৰীভূত কৰাৰ উদ্দেশ্যে, আহোম আৰু হিন্দু নিয়মৰ সম্মিলনত কিছুমান কাম কৰিছিল। তাৰ ভিতৰত হাংলাঙত ( ওখ বাইঁৰ চাং ) উঠি সোণৰ পাত্ৰত ৰখা সৰ্বৌষধি আৰু মহৌষধি নামত ৰখা সকলো তীৰ্থৰ জলেৰে গা-ধোঁওতে তলত হাতী, ঘোঁৰা, গৰু, পছু, গাঁহৰি, ফেঁচা, হাঁহ, সাপ, পোক, মাছ আৰু মানুহ ৰখা হৈছিল।* অমংগল খেদাৰ উদ্দেশ্যে এই মানুহক সোণ-ৰূপ দি ৰাজ্যৰ বাহিৰলৈ খেদাই দিছিল। ৰজা ৰাণী ইয়াৰ পিছত শিঙৰি ঘৰলৈ গৈছিল আৰু শিঙৰি ঘৰত উঠাৰ ঠিক আগতেই নিজ হেংদাঙৰে এটা ম'হ বলি দিছিল। গেইটৰ মতে আগতে মানুহ বলি দিছিল,** মানুহ বলিৰ পৰিবৰ্তে পিছলৈ ম'হ বলি-দিছিল। ৰুদ্ৰ সিংহৰ দিনত এই নৰবলি বন্ধ কৰা হৈছিল।

আহোম ৰজাসকলে অকল যে সিংহাসনত উঠাৰ সময়তে মানুহ কটাৰ পৰম্পৰা মানিছিল সেইটো নহয, ৰজা কিম্বা ৰাজপুত্ৰ মৰিলেও লগত মানুহ পোটাৰ নিয়ম আছিল। আনকি সম্ভ্ৰান্ত ঘৰৰ কোৱঁৰো ৰজাৰ পুত্ৰৰ লগত বলি দিয়া ( মৈদামত জীয়াই জীয়াই পোতা )-ৰ দৰে ঘটনা হৈছিল। চুৰমফাৰ দিনত এনে ঘটনা ঘটিছিল। সাধাৰণতে এনে নহৈছিল—সাধাৰণ শ্ৰেণীৰ মানুহহে পোতা হৈছিল।

ৰুদ্ৰ সিংহৰ দিনত ( চন ১৬৭৬-১৭১৪ ) প্ৰথম জীয়াই জীয়াই মানুহ পোতা বন্ধ কৰা হৈছিল।

শস্য বৃদ্ধিৰ বাবে আনকি জীৱ-জন্তু বৃদ্ধিৰ বাবেও উৰ্বৰতা শক্তিৰ পূজা কৰা হয। উদাহৰণ স্বৰূপে বুঢ়ী গোসানী দেৱালয ( জয়ন্তীয়া পুৰৰ দেৱী )-ৰ পূজাৰ উদাহৰণ দিব পাৰি। ইযাত দুৰ্গা পূজাত ৰাজ আদেশত সাত সাগৰৰ পানী আৰু সকলো শস্য আনি পূজাত আহুতি

---

* The Tai and the Tai Kingdoms, পৃঃ ৫৪৫।

** গেইট, পৃঃ ২৩৫, The Ahom System of Government—দ্ৰষ্টব্য।

দিয়া হৈছিল। নৰবলিৰ পৰা, জীৱ-জন্তু বলি আৰু শস্য আহুতি দিয়ালৈকে সকলোতে উদ্দেশ্য একে—সৃষ্টি, উৰ্বৰতাৰ দেৱীক সন্তুষ্ট কৰা।

## কৃষি-ভিত্তিক জন্তু-বলি
## শস্য-বৃদ্ধিৰ অভিপ্ৰায়

শস্য-বৃদ্ধিৰ উদ্দেশ্যে জন্তু ( কৃষিৰ লগত জড়িত জন্তু ) আৰু বনৰীয়া জন্তু ( বৰা, মেঠন, আদি ), চৰাই আদি বলি দিয়াটো অতি প্ৰাচীন পৰম্পৰা। ফ্ৰেজাৰৰ মতে শস্যৰ দেৱতা এই জন্তু বা পখীৰ আত্মাত লুকাই থাকে বুলি ধৰা হয়। ইয়াক পবিত্ৰ জ্ঞান কৰি বধ কৰা হয় আৰু ইয়াৰ তেজ-মঙহ খোৱা হয়। কুকুৰা, শহা, মেকুৰী, ছাগলী আদি জন্তুও বলি দিয়াৰ কথা ফ্ৰেজাৰে উল্লেখ কৰিছে।* আনকি জীৱ-জন্তু নহ'লে তাৰ প্ৰতীক হিচাপে কটি আদি তৈয়াৰ কৰি পবিত্ৰ ভাবে খোৱা হয়।** অসমত গাহৰি নহ'লে—গাহৰিযে খোৱা আলু পবিত্ৰ জ্ঞান কৰি খোৱা হয়।

কোসাম্বীয়ে মহিষাসুৰ ( Buffalo Demon )-ৰ কথা উল্লেখ কৰি কৈছে "The Buffalo demon ( Mhasobā ) is a farmers' god common to whole regions, though duplicated by each farmer."*** এই মহিষ দেৱতাক নিধন কৰি আৰাধনা কৰা শক্তিৰ উদ্দেশ্য কি? মহিষক নিয়ন্ত্ৰণ কৰা,—কৃষকৰ স্বাৰ্থত উৎপাদন তথা শক্তি বৃদ্ধিৰ বাবে। ফ্ৰেজাৰে ডায়োনিচিয়াচ ৰূপী ছাগলী তথা ষাঁড় বলিৰ কথা উল্লেখ কৰিছে। ষাঁড় ( Ox ) বলি দিয়া হয় শস্যৰ প্ৰতিনিধিত্বমূলক দেৱতা হিচাপে।

---

* Golden Bongh the Corn Spirit us an animal অধ্যায় দ্ৰষ্টব্য।

** 'Pig-shaped dumpling are eaten by the harvester'

*** The Culture and Civilization in Ancient India. পৃঃ ২২।

ষঁাড় বলি দিয়া বন্ধ হোৱা বাবে এতিয়াও ষঁাড় উচ্ছর্গা কৰি দিয়া হয়। প্ৰাচীন এথেন্সটো আনকি এনেদৰে ষঁাড বলি দিয়া হৈছিল।* বসন্তৰ আগমনত প্ৰাচীন চীনত গৰু, ম'হ তথা ছাগলীৰ প্ৰতীক জ্বলোৱা আৰু জীয়া ম'হ মাৰি তাৰ মঙহ ভগাই লোৱাৰ কাহিনী ফ্ৰেজাৰে উল্লেখ কৰিছে। আমাৰ দুৰ্গতি নাশিনীৰ সম্মুখত অগল মহিষে শিৰ নত কৰে সেইটো নহয়, মহিষ বলি দিয়া হয়, নাই ছাগলী বলি দিয়া হয় আৰু মঙহ বিলাই দিয়া হয়।

প্ৰাচীন ইউৰোপত তথা প্ৰাচীন পৃথিবীতে গাহৰিক ধৰা হৈছিল পৰিত্ৰ শস্যৰ দেৱতাৰ প্ৰতীক হিচাপে। গাহৰি (বৰাহ) টোটেম পৰিত্ৰ জ্ঞান কৰা হৈছিল। ডিমিটাৰৰ লগত সদায় গাহৰিৰ কল্পনা কৰা হয়, গাহৰি শস্যৰ শত্ৰু, গতিকে গাহৰি বলি দিয়া হয় ডিমিটাৰৰ সন্তুষ্টিৰ বাবে। শস্যৰ আত্মা (দেৱতা) গাহৰিক কল্পনা কৰি আহুতি দিয়া হয়, কিন্তু পিছলৈ ইয়াক শস্যৰ দেৱতাৰ শত্ৰু জ্ঞান কৰা হয়। অসমৰ বহুল প্ৰচলিত বৰাহ (দেৱতা)—বসুমতী (শস্যৰ মাতৃ)-ৰ ত্ৰাণকৰ্তা। কিন্তু বাস্তৱত দেখা যায় বসুমাতাৰী—বসুমতীৰ পুত্ৰসকলে বা অসুৰৰ পুত্ৰসকলে ত্ৰাণকৰ্তাক নিধন কৰি বসুমতীকে পূজা কৰে। মহিষ হ'ল শস্যৰ আটাইতকৈ উপকাৰী জন্তু। মহিষ মৰ্দন কৰা হয় শক্তি পাবৰ বাবে। জন্তু বলি দিযা আৰু জন্তু পূজা কৰা একেটা মুদ্ৰাৰে দুটা ফাল। যি কাৰণে জন্তু এটাক পূজা কৰা হয়, সেই একে কাৰণে জন্তুক বলিও দিয়া হয়। ফ্ৰেজাৰৰ ভাষাত—"On the one hand, animals are worshipped, and are therefore neither killed nor eaten. On the other hand, animals are worshipped, because they are habitually killed

---

* ফ্ৰেজাৰৰ উক্ত গ্ৰন্থ—
Ancient Deities of Vegetation as Animals অধ্যায় দ্ৰষ্টব্য।

and eaten."* এই ক্ষেত্ৰত দক্ষিণ ভাৰতৰ টোদাসকলৰ উদাহৰণ ফ্ৰেজাৰে দিছে। টোদাসকলে মতা ম'হ নাখায়, মাইকী ম'হৰ গাখীৰো নাখায়, কিন্তু বছৰি এবাৰ ম'হ বলি দিয়ে আৰু তাৰ মঙহ খায়। অসমৰ মানুহে ম'হ নাখায়, কিন্তু দুৰ্গা মন্দিৰত ম'হ বলি দিয়ে। ম'হ বলি দিয়াটো এটা সৰ্বভাৰতীয় উৎসৱ—য'ত সুদূৰ অতীজতেই ইয়াক মৰ্দন কৰাৰ কাহিনী ৰচনা হৈছে।

নৰবলি বন্ধ হোৱাৰ পিছত অসমত ম'হ, ছাগলী এই দুটা জন্তুয়েই সাধাৰণতে বলি দিয়া হয়। বৰ্তমানলৈকে এই কাৰ্য চলি আছিছে।

## পবিত্ৰ বান্দৰ আৰু পবিত্ৰ সাপ বলি

### পবিত্ৰ সাপ পূজা

সাপ প্ৰজনন আৰু শক্তিৰ প্ৰতীক। পৃথিৱীৰ নানা দেশত এনে সৰ্প পূজা ( তথা সৰ্প বলি দিয়া )-ৰ প্ৰথা প্ৰচলিত থকা দেখা যায়। শিৱৰ কণ্ঠত ( নীলকণ্ঠত ) কল্পনা কৰা হয় সাপৰ। শিৱৰ মানস কন্যা মনসা সাপৰ দেৱী। অসমত দেখা যায শদিযাৰ পৰা ধুবুৰীলৈকে নানা নামত সাপক পূজা কৰা হৈছিল। মহাভাৰতৰ নাগযজ্ঞ নাগক ধ্বংস কৰিবৰ কাৰণে কৰা হৈছিল। নাগ আৰু আৰ্যৰ সমন্বয়ৰ ফল আস্তিক মুনি তথা সোমত্ৰৱা মুনি ( জন্মেজয়ৰ নাগযজ্ঞৰ পুৰোহিত )। কোসাম্বীযে নাগ বোলোতে নাগ টোটেন গ্ৰহণ কৰা নানা আদিবাসী জনগোষ্ঠীৰ কথা উল্লেখ কৰিছে।**

সাপ শিৱৰ কণ্ঠহাৰ, গণেশৰ হাতৰ অস্ত্ৰ, শম্ভৰ 'ক্ষেত্ৰপাল'। মনসা পূজা, নাগ পূজা, শিৱ পূজা, গণেশ পূজা প্ৰায় একেবোৰ সম্প্ৰদাযৰে পূজা। তিব্বতী আৰু চীনা পৰম্পৰাৰ ড্ৰেগন সাপৰ সম

---

* উক্ত গ্ৰন্থৰ Types of Animal Sacrament অধ্যায় দ্ৰষ্টব্য।

** The Culture and Civilization of Ancient India—পৃঃ ৯৩।

পৰ্যায়ৰ। গাই-লাভসকলৰ মাজত নাগৰ পূজা সোমাই পৰাৰ ইতিহাসো প্ৰাচীন। হস্তীৰূপী ড্ৰেগনৰ পৰাই এটা গোষ্ঠীৰ উদ্ভৱ।* পাগান বৌদ্ধ ধৰ্মতো সাপ আৰু নট পূজাৰ তান্ত্ৰিক ব্যৱস্থা সোমাই পৰিছিল। কম্বোদিযাৰ ক্ষেত্ৰত নাগ কন্যা সোমা (উলঙ্গ জাত)-ৰ লগত কৌণ্ডিন্যৰ (ব্ৰাহ্মণ কুমাৰ) সম্মিলন হয় প্ৰথম শতিকাত। পিছলৈ সপ্তমূৰৰ নাগ নম্ পেনৰ ৰাজ-নাগত পৰিণত হয় আৰু উন্নত স্তম্ভ ভাস্কৰ্যৰ মাজত আজিকোপতি সি জীয়াই আছে।** কম্বোদিযাৰ অংকোৰথমৰ চাৰিমুখীয়া শিৱ মন-খ্‌মেৰ সংস্কৃতিৰ এক বিশেষ অৱদান। মন-খ মেৰ সকলৰ মাজত নাগ পূজা বিভিন্ন যুগত নিশ্চিত ভাবে প্ৰচলন আছিল।

অসমত সৰ্প স্তম্ভ পোৱা গৈছিল সদিয়াত। শিযাল মাৰি কছাৰী গাৱৰ শিলৰ স্তম্ভতো মূৰহীন সাপসদৃশ লতাৰ চিত্ৰ আছে, তান্ত্ৰিক চক্ৰৰ চিত্ৰও ইযাত সম্বলিত। ছয গাওঁ বৰ মাম্নী, ৰঙা মাটিৰ মনসা মন্দিৰ সৰ্প পূজাৰ ক্ষেত্ৰ কিম্বা সৰ্পৰ দেৱীৰ পূজাৰ ক্ষেত্ৰ। চাৰিমূৰীযা শিৱ, পঞ্চমুখী শিৱলিঙ্গ*** পঞ্চানন শিৱ আদিৰ লগত মূলতঃ তান্ত্ৰিক সৰ্প আৰু শিৱ তথা তান্ত্ৰিক বৌদ্ধৰ সমন্বযৰ প্ৰক্ৰিয়া বিজড়িত।

বান্দৰ দেৱাৰ শিলৰ মন্দিৰ বান্দৰ বলি দিয়া ঠাই। বজ্ৰথানৰ বান্দৰৰ এক স্থান আছে। বান্দৰ বলি দিয়া ক্ষেত্ৰ এ সময়ত হযতো বৌদ্ধ পীঠ গৈছিল।

---

* দ্ৰষ্টব্য : The Tai and the Tai Kingdoms, পৃ: ৪২-৪৩।

** দ্ৰষ্টব্য : The Four Faces of Siva—R. G Casey, ১৯৭৯ মুদ্ৰণ। নম্-পেনৰ ৰাজ-নাগৰ ছবি।

*** কেতেকীবাৰী, তেজপুৰ।

## বৃক্ষ পূজা আৰু সমৃদ্ধি

আদিম জনগোষ্ঠীসমূহৰ বাবে বৃক্ষ অকল আশ্ৰয় আৰু খাদ্যৰ উৎসই নহয়, বৃক্ষ হ'ল বৰ্দ্ধনশক্তি তথা সমৃদ্ধিৰো প্ৰতীক। ভাৰতৰ ইতিহাসে ঢুকি পোৱা যুগৰে পৰা বাবুল (Acacia arabia), ডিমৰু (Ficus glomerata), বট (Ficus bangelansis), আঁহত (Ficus religiosa) আদি গছৰ পূজা হৈছিল বুলি জনা যায়।

বট গছৰ-পূজা সাবিত্ৰীৰ পূজাৰ লগত জড়িত। স্বামীৰ আয়ুস বৃদ্ধিৰ উদ্দেশ্যেৰে কৰা এই পূজা। আঁহত গছত বুঢ়া বা বুঢ়া ডাঙৰীয়া ( শিৱ ? ) থকা বুলি ভবা হয়। আদিম ত্ৰাণকৰ্তা ঈশ্বৰৰ প্ৰতীক আঁহত গছ। ব্ৰাহ্মণ্য ধৰ্মৰ ক্ষেত্ৰত কাল্পনিক কল্পতৰু বৃক্ষ বাস্তৱ বৃক্ষ হয়নে নহয় অৱশ্যে নিৰ্দিষ্টভাবে ক'ব নোৱাৰি।

বৌদ্ধ ধৰ্মৰ সম্প্ৰসাৰণৰ লগত বোধি বৃক্ষ বা আঁহত গছৰ সম্পৰ্ক অত্যন্ত নিবিড। বুদ্ধই আঁহত গছৰ তলত মহাজ্ঞান লাভ কৰিছিল, গতিকে সকলো বৌদ্ধৰ বাবেই বৃক্ষ পূজাৰ থলী। প্ৰাচীন বৌদ্ধ মঠ, মন্দিৰ, ভাস্কৰ্যত বোধি বৃক্ষৰ প্ৰতীক বহুলভাবে ব্যৱহাৰ হৈছিল। বিভিন্ন বৌদ্ধ সম্প্ৰদায়ে বোধি বৃক্ষৰ পূজা কৰে।

আহোম ৰজাসকলৰ সিংহাসন আৰোহণৰ আঁহত গছ (Ficus religiosa)-ৰ তলত সেৱা কৰাৰ নিয়ম আছিল। আহোম পৰম্পৰা অনুসৰি খুনলুঙে প্ৰথম লেংদনৰ নিৰ্দেশ অনুসৰি আহত পুলি কইছিল।* পুফিচু বা এজন মংগলদাতা দেৱতাৰ আস্থান এই আঁহত গছ। আমাৰ মহীযা ম'হ বলি দি আঁহতৰ তলত পূজা কৰাৰ নিয়ম।

আঁহত গছৰ দৰে বেল গছো পূজা কৰা নিয়ত শৈৱসকলৰ মাজত প্ৰচলিত। বৰ্তমানো আঁহত আৰু বেল গছ সৰ্বসাধাৰণ মানুহে পবিত্ৰ বৃক্ষ জ্ঞান কৰে। বেছি ভাগ সম্প্ৰদায়েই এই বৃক্ষৰ খৰি ব্যৱহাৰ নকৰে।

* দ্ৰষ্টব্য : The Tai and the Tai Kingdoms, পৃঃ ১৩২।

অসমত শ্ৰীমন্ত শংকৰে শিলিখা গছৰ তলত জ্ঞান লাভ কৰিছিল ; বৈষ্ণৱ সম্প্ৰদায়ৰ বাবে ই পবিত্ৰ গছ। অৱশ্যে বৈষ্ণৱসকল সাধাৰণভাবে একেশ্বৰবাদী হোৱা বাবে শিলিখা গছ পূজাৰ দৰে পূজা প্ৰচলন নহ'ল।

বৰুণ গছ অমংগল দূৰীভূত কৰিবৰ বাবে পূজা কৰা গছ। শিশু জন্মৰ সময়ত বৰুণৰ ডাল প্ৰসূতীৰ ঘৰৰ চৌদিশত বন্ধা নিয়ম আছিল। মন্ত্ৰপুথি বিলাকত বিহলঙনি, নৰসিংহ, পচতীয়া আদি বৃক্ষৰ শুভ ফল দিব পৰা গুণৰ উল্লেখ আছে। কেন্দু, সৰুৱা আদি গছৰ তলত ভূত-প্ৰেত আদি থাকে বুলি মানুহে বিশ্বাস কৰে।

অশুভ শক্তিৰ লগত যিদৰে কিছুমান গছ জড়িত বুলি ভবা হয়, ঠিক সেইদৰে শুভ শক্তিৰ লগত জড়িত বুলিও কিছুমান বৃক্ষক পূজা কৰা হয়। আহঁত, বৰ, বেল, কদম, নিম, তুলসী আদি শুভ শক্তি বা প্ৰজনন বা শক্তি বৃদ্ধিৰ লগত জড়িত , কদম, বেল, সিজু, কেতুৰী, হালধী আদি প্ৰজনন শক্তিৰ প্ৰতীক। ^বাহঁ ভিত্তিক সংস্কৃতি হিচাপে বাহঁ গছেও অগ্নিৰ প্ৰতীক হিচাপে অসমৰ কিছুমান ঠাইত পূজা পাইছে।

বৃক্ষৰ লগত যে প্ৰজনন আৰু সমৃদ্ধিৰ সম্পৰ্ক তাক আমি গুচি লোৱা আৰু 'লখিমী এৰা' পৰম্পৰাৰ বিশ্লেষণৰ জৰিয়তে দেখুৱাব পাৰো। গুচি লোৱা বা প্ৰথম দিনা ধান ৰোৱা কাৰ্যৰ শুভাৰম্ভ কৰা হয় কেতুৰী, হালধি, কচু, কলগছ আদিৰ পুলি ৰুই। আনহাতে ধান দোৱাৰ প্ৰথম দিনা শস্যৰ দেৱীক পূজা কৰাৰ উপৰিও ধান দোৱা শেষ কৰি পথাৰৰ মাজত লখিমীৰ প্ৰতীক শস্যৰ কেইজোপামান এৰি অহা হয়। ভৱিষ্যতৰ কৃষিৰ বাবে এই প্ৰতীকী বীজ ৰখা হয়। ধান গছত স্বয়ং লখিমী থাকে বুলি আজিও জ্ঞান কৰা হয়।

## গণেশ পূজা

গণেশ সিদ্ধিৰ দেৱতা। সিদ্ধি তথা শাৰীৰিক কিম্বা মানসিক উৎকৰ্ষৰ ক্ষেত্ৰসমূহত লাভ কৰিব খোজা সফলতাৰ বাবে পূজা কৰা উপদেৱতাসমূহৰ ভিতৰত ডাঙৰীয়া (বুঢ়া ডাঙৰীয়া); নানা ধৰণৰ বেতাল ব্ৰহ্মদৈত্য আদি; ৰঙা সেন্দুৰেৰে পূজা কৰা এন্দুৰ বাহনত চৰি ফুৰা গণেশ প্ৰধান। বান্দৰ দেৱতাৰ পূজাও একে শাৰীৰে।

গণেশ মূলতঃ গ্ৰাম্য দেৱতা। এনে গ্ৰাম্য দেৱতা উৰ্বৰতা তথা সমৃদ্ধিৰ আধাৰ। এতটা প্ৰতীকী শিলত ৰঙা সেন্দুৰ দি পূজা কৰা বা বলিৰ ৰক্ত দি পূজা কৰা একে কথা। কোসাম্বীৰ ভাষাত: "Most of the deities are simple bits of stone coated with red pigments, red lead in oil, ochre, or cheaper colouring matter. The colour is a substitute for blood."* উৰ্বৰতা বৃদ্ধিৰ বাবে এচটা শিলত সেন্দুৰ অথবা ৰঙা ৰং দি পূজা কৰা বা বলিৰ তেজ দি পূজা কৰা হয়। ৰঙা ৰং তেজৰ প্ৰতিকল্প।

গণেশ আদিম ৰূপত গণৰ দেৱতা। আনকি কোনো কোনো ক্ষেত্ৰত ভূত-প্ৰেত আদিও গণপতিৰ সহচৰী ৰূপত উপস্থাপন কৰা হয়। গণেশৰ জন্তু (এন্দুৰ) বাহন পুৰণি জনজাতীয় পৰ্যায়ৰ টোটেমৰ অৱশিষ্ট মাত্ৰ। গণেশৰ আদিতে হাতীৰ মূৰ আছিল নে নাই নিশ্চিত ভাবে ক'ব পৰা নাযায়। সম্ভৱতঃ পুৰণি জনজাতীয় টোটেম হাতীৰ শিৰ মূৰত লৈ নতুন ৰূপত গঢ লোৱা গণেশ জনগোষ্ঠীৰ সমন্বয়ৰ প্ৰতীক। গণেশৰ হাতৰ এপাত অস্ত্ৰ সৰ্প অস্ত্ৰ। ইও মূলতঃ পুৰণি পৰম্পৰাত থকা কোনো দেৱতাক আৰ্যীকৃত কৰাৰ এটা সুফল বুলিব

---

* The Culture and Civilization in Ancient India, D. D. Kosambi পৃঃ ৪৭।

পাৰি। বৌদ্ধ তান্ত্রিক পৰম্পৰাৰ গণেশৰ হাতীৰ মূৰ থকা বা নথকাটো নিশ্চিত নিৰূপিত নিয়ম নহয়।

অসমৰ শৈৱ ধৰ্মৰ বিকাশৰ যুগত দেখা যায় মূল দেৱতা শিৱৰ ওচৰতে গণেশৰ স্থান। শাক্ত ধৰ্মৰ ক্ষেত্ৰত শক্তিপীঠৰ ওচৰতে গণেশৰ স্থান। ৰজাৰ পাৰ্শ্ববৰ্তী জন-জাতি ৰাজ্যৰ সীমান্তত ঠিক শৈৱ বা শাক্ত পীঠৰ সীমান্তত থকা দৰেই গণেশৰ গণপতি ৰূপত আৰাধ্য স্থান। উদাহৰণ স্বৰূপে নগাওঁ জিলাৰ মহামায়া পৰ্বতৰ ওচৰত গণেশ পৰ্বতৰ গণেশৰ মূৰ্তিৰ স্থান উল্লেখযোগ্য। কাৰ্বি আঙলঙৰ দাঁতিত প্ৰায় দুই মিটাৰমান ওখ গণেশৰ মূৰ্তি খোদিত আছে। নগাওঁ জিলাৰ হাতীমূৰা দুৰ্গা মন্দিৰৰ তলত পাহাৰৰ নামনিত প্ৰায় সমান ওখ গণেশৰ মূৰ্তি আঁছে। মায়ঙৰ গণেশ মূৰ্তিৰ কথাও এই ক্ষেত্ৰত উল্লেখযোগ্য। এই মূৰ্তিৰ উচ্চতা প্ৰায় তিনি মিটাৰ। গোভা, ডিমৰুৱা আদি ৰাজ্যৰ জনজাতি ৰাইজে সম্ভৱতঃ আদিতে থল দেৱতাৰ পূজা কৰিছিল। ইয়াতে পিছত গণপতিৰ মূৰ্তি প্ৰতিষ্ঠা কৰা হয়।

গুৱাহাটীৰ গণেশ গুৰিৰ গণেশৰ মূৰ্তিৰ স্থানো মন কৰিবলগীয়া। মূলতঃ প্ৰান্তবাসী জনজাতি ( বড়ো, গাঢো আৰু মেচ ) সকলৰ পূজাৰ দেৱতা গণেশৰ স্থান শাক্ত মন্দিৰসমূহৰ পাৰ্শ্ববৰ্তী।

গণেশ সিদ্ধিদাতা হিচাপে তন্ত্ৰযুগৰ মঠ-মন্দিৰসমূহৰ পাৰ্শ্বদেৱতাত পৰিণত হৈছিল। জন বা গণৰ আৰাধ্য গ্ৰাম্য দেৱতাক আৰ্যীকৃত কৰাৰ ফলত পাৰ্বতী পুত্ৰ গণেশ পিছলৈ (শাক্ত আৰু শৈৱতন্ত্ৰৰ সমন্বয়ৰ পিছত) হৈ পৰিল শাক্ত আৰু শৈৱ উভয় তন্ত্ৰৰে পাৰ্শ্বদেৱতা। আনহাতে বৌদ্ধ তন্ত্ৰৰ বিকাশৰ যুগত গণেশ হৈ পৰিল অৱলোকিতেশ্বৰৰ পাৰ্শ্ববৰ্তী দেৱতা। গণেশৰ বিবৰ্তনৰ এই চমকপ্ৰদ ইতিহাস থকা সত্বেও আমি দেখা পাওঁ আদিম সমৃদ্ধি তথা শক্তিৰ প্ৰতীক সেন্দুৰৰ উপচাৰ গণেশৰ মূৰ্তিত আজিকোপতি দিয়া হয়।

# দ্বিতীয় অধ্যায়

## প্ৰথম ভাগ

## প্ৰব্ৰজন ঃ আৰ্যীকৰণ তথা ভাৰতীয়কৰণ

অসমলৈ পশ্চিমৰ হোৱা প্ৰব্ৰজনৰ সম্যক ইতিহাস নাই। দুই মহাকাব্যত থকা প্ৰাগ্‌জ্যোতিষৰ বৰ্ণনা আমাৰ ধাৰণাত বৰ্তমান অসমৰ বৰ্ণনা নহয়। ৰামায়ণ কিষ্কিন্ধ্যা কাণ্ডত (৪২ সৰ্গ) প্ৰাগ্‌জ্যোতিষ পশ্চিম দিশে বৰাহ পৰ্বতত। মহাভাৰতৰ দ্ৰোণ পৰ্বত প্ৰাগ্‌জ্যোতিষ-পুৰৰ ভৌগোলিক বিৱৰণ নাই। অশ্বমেধ পৰ্বত বজ্ৰদত্তৰ লগত অৰ্জুনৰ যুদ্ধৰ কথা আছে, কিন্তু ভৌগোলিক অৱস্থানৰ নিৰ্দেশনা সুস্পষ্ট নহয়। সভা পৰ্বত দিয়া প্ৰাগ্‌জ্যোতিষৰ বৰ্ণনা ভ্ৰান্তিমূলক, অৰ্জুনে উত্তৰে থকা ৰাজ্যবোৰ জয় কৰিবলৈ যাওঁতেহে সেই প্ৰাগ্‌জ্যোতিষপুৰ পাই-ছিল। আনহাতে পূবৰ ৰাজ্যবোৰ জয় কৰি ভীমে লৌহিত্যৰ তীৰ পাইছিল। ইয়াতো প্ৰাগ্‌জ্যোতিষৰ বৰ্ণনা নাই। ৰঘুবংশত দিয়া ৰাজ্য জয়ৰ বৰ্ণনাৰ লগতো বৰ্তমানৰ কামৰূপৰ ভৌগোলিক অৱস্থানৰ মিল নাই। খৃঃ চতুৰ্থ শতিকা পৰ্যন্ত ভৌগোলিক ভাবে সম্পূৰ্ণ সঠিক বা প্ৰায় সঠিক প্ৰাগ্‌জ্যোতিষৰ অৱস্থান বৰ্ণনা ক'তো পোৱা নাযায়। প্ৰমাণ কৰে যে প্ৰাচীন কামৰূপৰ নাম প্ৰাচীন ভাৰতৰ সাহিত্যিকসকলে জানিছিল যদিও সমুদ্ৰ গুপ্তৰ আগৰ কালছোৱাত প্ৰাচীন প্ৰাগজ্যোতিষৰ লগত সম্ভৱতঃ সামাজিক আৰু অৰ্থনৈতিক আদান-প্ৰদান হোৱা নাছিল বা অতি সীমাৱদ্ধ ধৰণৰ আদান-প্ৰদান হৈছিল। এই সময় চোৱাত পশ্চিমৰপৰা হোৱা প্ৰব্ৰজন চেগা-চোৰোকাকৈ হ'লেও ই সৰ্বগ্ৰাসী ব্যাপক ৰূপ পোৱা নাছিল। তথাপি এই সময়লৈকে ভাৰতৰ মূল-ভূভাগৰ পৰা কোনো ধৰণৰ প্ৰব্ৰজন হোৱা নাছিল ই সত্য নহয়।

ভাৰতত আৰ্যসকলৰ বসতি বিস্তাৰৰ যুগত দ্ৰাবীৰ তথা কোল-মুণ্ডা গোষ্ঠীৰ লোকসকলো প্ৰথম দুৰ্বল জনস্ৰোত হিচাপে অসমত প্ৰৱেশ কৰিছিল বুলি ভাবিবৰ থল আছে।* দ্ৰাবীৰ তথা কোল-মুণ্ডা গোষ্ঠীৰ পিছতে সম্ভৱতঃ মগধ-মিথিলা অঞ্চলত মিশ্ৰিত জনগোষ্ঠীৰ ব্ৰাত্যসকলৰ শক্তি সুপ্ৰতিষ্ঠিত হোৱাৰ যুগত, মৌৰ্য সভ্যতাৰ উত্থান-পতন আৰু তাৰ পিছত গুপ্ত বংশৰ উত্থান পৰ্যন্ত এই কালছোৱাত পুব-ভাৰতত সংমিশ্ৰণ পৰ্ব সম্পূৰ্ণ হৈছিল বুলিব পাৰি। দ্ৰাবীৰসকলৰ ব্যাপক লো ব্যৱহাৰৰ জ্ঞান নথকা বাবে আৰ্য পূৰ্ব যুগত ব্যাপক ভাবে কামৰূপত পশ্চিমৰ মানুহ প্ৰৱেশ কৰাৰ সম্ভাৱনা অৱশ্যে ক্ষীণ বুলিব পাৰি।

আৰ্যসকলৰ পুব ভাৰতত বসতি বিস্তাৰৰ বৰ্ণনা ব্ৰাহ্মণ তথা উপনিষদসমূহত এনে ধৰণৰ :

(১) শতপথ ব্ৰাহ্মণ অনুসৰি মথৱ (বিদেঘ গোষ্ঠীৰ) ব্ৰাহ্মণৰ দ্বাৰা কোশল অতিক্ৰমি সদানিৰা (গণ্ডক)-ৰ পাৰত বিদেহ ৰাজ্য স্থাপন হৈছিল।

(২) অথৰ্ব বেদৰ বক্তব্যৰ মৰ্ম অনুসৰি অঙ্গ, মগধ আদি অনা-আৰ্য বা ব্ৰাত্য আছিল।** এওঁলোক সম্ভৱতঃ আৰ্যৰ বসতি বিস্তাৰত বাধা দিছিল।

(৩) ঐতৰেয় ব্ৰাহ্মণ অনুসৰি অন্ধ্ৰ, শবৰ, পুলিণ্ড, মুতিব, পৌণ্ড্ৰ আদি জাতি আৰ্য দেশৰ সীমান্তৱৰ্তী আছিল।

(৪) ঐতৰেয় আৰণ্যক অনুসৰি বঙ্গ, বগধ (বা মগধ), চেৰ আদি জাতিয়ে আৰ্য ভাষা কোৱা নাছিল।

---

* ব্ৰাহ্মণে ব্ৰহ্মপুত্ৰ উপত্যকাৰ পুব প্ৰান্তলৈকে গৈছিল। কুণ্ডৰ ওচৰত থকা প্ৰভু কুঠাৰৰ লগত পৰশুৰামৰ কাহিনী জড়িত। ইংৰাজৰ আগমনৰ সময়ত ইয়াক প্ৰভু কুঠাৰ কোৱা হৈছিল (দ্ৰষ্টব্য : Hill Tracts between Assam and Burma, Page 23, 1978 edition.)

** অথৰ্ব বেদ, পঞ্চদশ অধ্যায়।

(৫) কৌশিতকী উপনিষদ মতে পূব পাঞ্জাবৰ উসীনৰ আৰু উত্তৰ বিহাৰৰ বিদেহ আছিল আৰ্যাৱৰ্তৰ সীমা।

সামগ্ৰিক ভাবে ক'বলৈ গ'লে ৮০০ খৃঃ পূঃ পৰ্যন্ত ব্ৰাহ্মণ ৰচনাৰ সময় বুলি ধৰিলে, সেই পৰ্যন্ত কামৰূপ বা প্ৰাগ্‌জ্যোতিষপুৰলৈ পশ্চিমৰ সোঁত বলা নাছিল। কোনো কোনো ঐতিহাসিকৰ মতে ৮০০ খৃঃ পূঃ-ৰ পৰা ৫০০ খৃঃ পূঃ-ৰ ভিতৰত অঙ্গ আৰু মগধ সম্পূৰ্ণৰূপে আৰ্যীকৃত হৈছিল।*

উসীনৰ, বৎস, মৎস্য, কুৰু, পাঞ্চাল, কাশী—এইবোৰেই ব্ৰাহ্মণ যুগৰ মূল আৰ্য ৰাজ্য। উত্তৰ ভাৰতৰ ব্ৰাত্য মগধ, অঙ্গ আদিৰ বাহিৰেও সিন্ধু, সৌচীৰ, কলিঙ্গ, পুণ্ড্ৰ, বঙ্গ, আৰাট্ট আদি আছিল সংমিশ্ৰিত জনগোষ্ঠী। ৰিচ ডেভিদচ ( Rhys Davids ) প্ৰমুখ্যে ইতিহাসবিদৰ দ্বাৰা সমৰ্থিত মত অনুসৰি গৌতম বুদ্ধৰ দিনত অঙ্গ, মগধ, কাশী, কোশল, বজ্জিয়, মল্ল, চেদি, বংশ, কুৰু, পাঞ্চাল, মৎস, সুৰসেন, অশ্বকা, অৱন্তী, গান্ধাৰ কম্বোজ আদি আৰ্যাৱৰ্তৰ মূল ৰাজ্য আছিল।

গঙ্গা উপত্যকাৰ পূব ভাগত আৰ্য আৰু অনা-আৰ্য জনগোষ্ঠীসমূহৰ মাজেদিহে উত্তৰ-ভাৰতৰ বুকুত বৃহৎ সাম্ৰাজ্যৰ পথ ৰচনা হৈছিল। সমগ্ৰ অঞ্চলটো একে কোবতে বাহিৰৰপৰা অহা এটা জনগোষ্ঠীয়ে এক্কালৰপৰা দখল কৰি গৈছিল বুলি ভাবিব পৰা নাযায়। বঙ্গ এই সময়ত ৬০০ খৃঃ পূঃ মানত জলাহ পিটনি ভৰি আছিল। বিহাৰ আৰু উত্তৰ-প্ৰদেশৰো কিছু অংশ অৱশ্য আছিল। নদীৰ কাষে কাষে আৰু বাণিজ্য পথেদি আগবাঢ়ি অহা আৰ্যসকলে ইতিমধ্যে কিছু কিছু বিকশিত জাত-ব্যৱস্থা লৈ আহিছিল। বেদ তথা ব্ৰাহ্মণসমূহত এই সময়ৰ অনা-আৰ্য তথা আৰ্য জনগোষ্ঠীসমূহৰ মাজত সংমিশ্ৰণ কেনে

* The Aryamisation of India, N. K. Dutta, 1970. পৃঃ ৬৫ দ্ৰষ্টব্য।

আছিল—সেই বিষয়ে উল্লেখ নাই। কিন্তু এটা কথা ঠিক সেই নামনি গঙ্গাত বসতি বিস্তাৰ কৰা আৰ্যসকলৰ বাবে সুদীৰ্ঘ কালৰ বাবে তথা-কথিত 'তেজভ বিশুদ্ধতা' ৰক্ষা কৰাৰ প্ৰয়োজনো দেখা দিয়া নাছিল আৰু সুবিধাও নাছিল। কোশলৰ ৰজা প্ৰসেনজিৎ (প্ৰসেন্দি) কোনো কোনো ঐতিহাসিকৰ মতে মাতঙ্গকুলৰ আৰু সেযে হাতী টোটেম ব্যৱহাৰ কৰা জনজাতি মূলৰ। তেওঁৰ ভগ্নী অজাতশত্ৰুৰ মাতৃ-বিম্বিসাৰৰ পত্নীৰ জৰিযতে মগধৰ ৰাজকুলতো এই মাতঙ্গকুলৰ সম্পৰ্ক প্ৰতিষ্ঠা হৈছিল।

বিম্বিসাৰৰ ৰাজত্বকালত গ্ৰাম্য জনজাতি সমাজৰপৰা ৰাষ্ট্ৰৰ বিকাশ প্ৰক্ৰিয়া সুপ্ৰতিষ্ঠিত হৈছিল। বিম্বিলাৰে ৮০,০০০ গাঁৱত ৰাজত্ব কৰিছিল বুলি জনা যায়। প্ৰসেনজিতে নিজ ভগ্নীৰ যৌতুকত দিযা কাশী গাঁৱৰ বাবে অজাতশত্ৰুৰ লগত যুঁজ কৰিছিল, কিন্তু প্ৰসেন-জিতৰ পুত্ৰ বিঢ়ুদভ পিতৃৰ সিংহাসনত বহি প্ৰসেনজিতক নিৰ্বাসিত কৰাৰ পিছত অকাল বানপানীত (ৰাপ্তী নদীৰ) বিঢ়ুদভ সসৈন্যে উটি গৈছিল আৰু প্ৰসেনজিতৰ ৰাজ্য ইয়াৰ ফলত অতি সহজে অজাতশত্ৰুৰ হাতলৈ গৈছিল। ইফালে বিঢ়ুদভৰ মাতৃ আছিল নাগমুণ্ডা নামৰ দাসী কন্যাৰ গৰ্ভত জন্মা শাক্য মহানামৰ কন্যা। প্ৰসেনজিতৰ পত্নী বাসৱ-ক্ষত্ৰিয়াৰ পুত্ৰ বিঢ়ুদভে কিন্তু শাক্যৰ ওপৰত প্ৰতিশোধ লৈছিল আৰু শাক্য নিধনত লিপ্ত হৈছিল। অজাতশত্ৰুয়ে মল্ল, বজ্জিয়ান (লিচ্চৱি) আদি জনজাতিৰ সংযুক্ত ৰাজ্যবোৰ একালৰ পৰা জয় কৰি শক্তিশালী সাম্ৰাজ্য বিস্তাৰৰ সূচনা কৰে। অজাতশত্ৰুৰ নাতি উদয়নে (উদায়ন) পাতনাত ৰাজধানী প্ৰতিষ্ঠা কৰি পূব-ভাৰতৰ ব্যৱসায় আৰু ৰাজনীতিৰ কেন্দ্ৰ হিচাপে এনে এটা ভেটি গঢ়ি তুলিলে, ইয়াৰ পিছত প্ৰায় আঠশ বছৰ ধৰি মগধ সাম্ৰাজ্যৰ ৰাজধানী হিচাপে প্ৰতিষ্ঠিত পাতনাই—পূৱ ভাৰতৰ ইতিহাসত প্ৰতিষ্ঠা লাভ কৰিছিল সমগ্ৰ হিন্দু-সভ্যতাৰ কেন্দ্ৰ হিচাপে। বিঢ়ুদভ আৰু অজাতশত্ৰুয়ে

আৰম্ভ কৰা পূৰ্বৰ আৰ্য ক্ষুদ্ৰ ৰাজ্যসমূহ ধ্বংস কৰা কাৰ্য মহাপদ্ম নন্দই কুৰু, পাঞ্চাল আদি ৰাজ্য জয় কৰি ৩৫০ খৃঃ পূঃ-ৰ ভিতৰত সমাপ্ত কৰিছিল। পুৰাণসমূহৰ মত আৰু বিভিন্ন ইতিহাসবিদৰ মত অনুসৰি ইযাৰ পিছৰ ৰজাসকলক শূদ্ৰৰ দৰে বুলি অভিহিত কৰা হয়।* এই পৰ্যাযৰ ৰজা বিম্বিসাৰ অজাতশত্ৰু আদিয়ে ধৰ্মৰ পৃষ্ঠপোষকতা কৰা তথা ৰক্ষা কৰাৰ ক্ষেত্ৰত জনকৰদৰে ধৰ্মপ্ৰীতি দেখুৱাইছিল। এই পৰ্যাযত ব্ৰাহ্মণসকল ঋষি হোৱাৰ বা সম্পূৰ্ণ ত্যাগী সন্ন্যাসী হোৱাৰ প্ৰয়োজন নাছিল। "The Brahmin need not even there be a hermit, as he would be accompanied by one or more wives, and a group of disciples ; more-over, he lived in the forest by pasturing cattle, and food gathering ( without taking any life according to the rules that swvive ).**

মেগাস্থিনিচৰ টোকা অনুসৰিও খৃঃ পূঃ ৩০২ ৰ পৰা ২৯৮ চনৰ ভিতৰত বৌদ্ধসকল জংঘল আৰু পাহাৰীয়া অঞ্চলতহে বাস কৰিছিল। আনকি ৰাজকীয় পুৰোহিত ( ব্ৰাহ্মণ ) সকলেও অৰণ্যত ( নগৰৰ বাহিৰত ) বাস কৰিছিল আৰু জন্তুৰ ছাল তথা তৃণৰ শয্যাত শুইছিল। ভাৰতৰ পূব প্ৰান্তত আৰ্যৰ বসতি বিস্তাৰ, সংমিশ্ৰণ তথা মগধৰ উত্থান আৰু বৌদ্ধ ধৰ্মৰ জন্ম তথা বিকাশ ( সমসাময়িক ভাবে জৈন ধৰ্মৰ

---

* দ্ৰষ্টব্য : An Introduction to the Study of Indian History কোসাম্বী, 1975 edition, পৃঃ ১৬২।

** উক্ত গ্ৰন্থ—পৃঃ ১৬৮। আৰ্থাৰ লিলিয়ে একে মতকে প্ৰকাশ কৰি কৈছে : The Brahmins ate flesh and had many wives. Every new year there was a great Syuod of them. They dwelt in groves near the great cities, on 'couches of leaves and skins.' পৃঃ ১৬২। The Budha, Arthur Lillie, ১৯৭৪ সংস্কৰণ।

বিকাশ) প্ৰায় একেটা পৰিৱেশৰে সুফল। এই পৰ্যায়লৈকে লৌহিত্য পাৰহে আৰ্যসকলৰ এটা প্ৰবল সোঁত আহিছিল বুলি ক'ব পৰা নাযায়। অৱশ্যে এইদৰে ক'ব পৰা নাযায় যে প্ৰাচীন কামৰূপত মানুহ নাছিল বা কোনো সংস্কৃতি নাছিল আৰু পশ্চিমৰ পৰাও এটিও জন-প্ৰাণী অহা নাছিল।

ব্ৰাহ্মণ্য ধৰ্মৰ সম্প্ৰসাৰণ আৰু আৰ্যীকৰণৰ বিৰুদ্ধে পূব ভাৰতৰ অনা-আৰ্য গোষ্ঠীসমূহৰ প্ৰতিক্ৰিয়া কেৱল সামৰিক ভাবেই হোৱা নাছিল, ধৰ্মীয় ভাবেও হৈছিল। মগধৰ অনা-আৰ্য নন্দ বংশ, মৌৰ্য বংশ, শিশুনাগ বংশৰ আক্ৰমণ ব্ৰাহ্মণ্য ধৰ্মৰ বিৰুদ্ধে অত্যন্ত ভয়ঙ্কৰ আছিল। মহাপদ্ম নন্দই ক্ষত্ৰিয় (আৰ্য)-ৰ বিৰুদ্ধে ইমান ভয়াবহ আক্ৰমণ চলাইছিল যে পুৰাণসমূহত তেওঁক দ্বিতীয় পৰশুৰাম বুলি অভিহিত কৰা হৈছিল। ঠিক সেইদৰে নন্দ বংশৰ পিছত ব্ৰাহ্মণ্য ধৰ্মৰ কৱলত পৰা চন্দ্ৰগুপ্ত মৌৰ্যই পিছৰ জীৱনত জৈন ধৰ্মৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিছিল।* চন্দ্ৰগুপ্তৰ পিছত নাতিনীয়েক অশোকে ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰতি প্ৰচণ্ড আঘাত হানিছিল ব্ৰাহ্মণ্য ধৰ্মৰ বিৰুদ্ধে বৌদ্ধ ধৰ্মৰ পৃষ্ঠপোষকতা কৰি। অশোকৰ ব্যাপক ধৰ্ম অভিযানৰ কোনো ধৰণৰ প্ৰভাৱ-প্ৰাচীন কামৰূপত পৰিছিল বুলি ক'ব পৰা ঐতিহাসিক তথ্য-পাতি নাই।

নন্দ বংশৰ ৰাজত্বকালতে বেদ, মহাকাব্য আৰু পুৰাণৰ তথাকথিত আৰ্য-ক্ষত্ৰিয় বংশসমূহৰ (কুৰু, ইক্ষাকু, অৱন্তী, কাশী আদি) পতন ঘটিছিল। ৪০০ খ্ৰীঃ পূঃ-ৰ পিছৰ প্ৰায় এহেজাৰ বছৰ ধৰি ৰাজত্ব কৰা নন্দ, মৌৰ্য, গুপ্ত, অন্ধ্ৰ, পল্লৱ, বৰ্দ্ধন আৰু পাল বংশক অ-ক্ষত্ৰিয় গোষ্ঠীৰ বুলি কোৱা হয়।** অশোকৰ বিপুল ধৰ্মৰ প্ৰচাৰ অভিযানেও অৰণ্য-

* The Aryanisation of India, পৃঃ ৮৬।

** দ্ৰষ্টব্য : The Aryanisation of India, পৃঃ ১১৭ দ্ৰষ্টব্য।

যেৰা প্ৰাচীন কামৰূপক চুই যোৱাৰ প্ৰমাণ নাই। আনকি ফা-হিয়ানৰ ভ্ৰমণ কাল পৰ্যন্ত পাতলিপুত্ৰৰ পূবলৈ বৌদ্ধ ধৰ্মৰ বিস্তাৰ নাইবা সহজ যোগাযোগৰ কোনো প্ৰমাণ নাই।* পাতলিপুত্ৰৰ পৰা তমলুক হৈ ফা-হিয়েন সিংহললৈ গৈছিল। সেই সময়ত ( ৩৯৯-৪১ খৃঃ ) কামৰূপত যে বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰা নাছিল সি সুস্পষ্ট।

গুপ্ত যুগৰ প্ৰত্যক্ষ শাসনৰ সংস্পৰ্শলৈ অহাৰ আগতে অসমলৈ হোৱা প্ৰব্ৰজন সম্ভৱতঃ নিম্নোক্ত ধৰণৰ আছিল ঃ

(১) আৰ্য-পূৰ্ব জনগোষ্ঠীৰ সৰু সৰু গোষ্ঠীৰ প্ৰব্ৰজন।

(২) গৌতম বুদ্ধৰ আৱিৰ্ভাৱৰ সমসাময়িক ভাবে হোৱা বজ্জিয়ান ৰাজ্যৰ ওপৰত অজাতশত্ৰুৰ আক্ৰমণ আৰু ইয়াৰ অনিবাৰ্য পৰিণতে হিচাপে বজ্জিয়ানসকলৰ পতন। পতনৰ ফলত বজ্জিয়ানসকলৰ চৌদিশে প্ৰব্ৰজন হৈছিল। ইযাৰ এটা দল কৰতোৱা পাৰহৈ প্ৰাচীন কামৰূপলৈ অহাৰ সম্ভাৱনা আছিল।**

(৩) বৌদ্ধ শ্ৰমণ, শৈৱ সিদ্ধ তথা ব্ৰাহ্মণৰ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে প্ৰব্ৰজন হৈছিল বুলিও অনুমান কৰাৰ থল আছে। ভাস্কৰ বৰ্মণৰ দিনত কামৰূপত বিশুদ্ধ মত ( Pure Faith )-ৰ বৌদ্ধ আছিল বুলি হিউয়েন চাঙে উল্লেখ কৰি গৈছে।

---

* Travles of Fa-Hsien, Giles, H. A. পৃঃ ৬৪-৬৫।

** বিষ্ণু ৰাভাই উত্তৰ-বিহাৰ, পূব নেপাল, উত্তৰ বঙ্গৰ বড়োসকলক বজ্জিয়ান বা বড্ডন বুলি অভিহিত কৰিছে। বিষ্ণু ৰাভাৰ 'বজ্জানৰ বিলুপ্তি কাহিনী' দ্ৰষ্টব্য। বিষ্ণু ৰাভা ৰচনাৱলী, পৃষ্ঠা ৮৩-৮৭।

## দ্বিতীয় ভাগ

# ভাষা আৰু প্ৰাচীন যুগৰ প্ৰব্ৰজন

ভাষাৰ ওপৰত ভিত্তি কৰি প্ৰব্ৰজনৰ সূত্ৰ আগবঢ়াব নোৱাৰি। ভাষাৰ লগত—অৰ্থ নৈতিক অৱস্থা, সামাজিক তথা আৰ্থিক আদান-প্ৰদান, সাংস্কৃতিক আদান-প্ৰদানৰ সম্পৰ্ক আছে, কেৱল প্ৰব্ৰজন হোৱাৰ কাৰণেই আৰ্যমূলৰ ভাষা এটা এখন দেশৰ বুকুলৈ আহিব নোৱাৰে বা আহিলেও সুপ্ৰতিষ্ঠিত হ'ব নোৱাৰে। অসমলৈ খৃষ্টজন্মৰ এহেজাৰ-মান বছৰ আগৰ-পৰাই সম্ভৱ তিব্বতী বাৰ্মিজ লোকসকল আহিছিল। তেওঁলোকে নিজৰ ভাষা সম্পূৰ্ণৰূপে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। ইয়াৰ কাৰণ এই জনগোষ্ঠীবোৰ সৰু সৰু গোষ্ঠীত বিভক্ত আছিল ফলত টিলাই টিলাই পাহাৰে পাৰে উপত্যকাই উপত্যকাই সুকীয়া ভাবে থাকি গৈছিল, মূল নৃ-গোষ্ঠী একে হ'লেও স্থায়ী কৃষি আৰু একচ্ছত্ৰী ৰাজতন্ত্ৰৰ বিকাশৰ অভাৱত এটা ভাষাৰে আদান-প্ৰদান কৰাৰ প্ৰয়োজন দেখা দিয়া নাছিল। অষ্ট্ৰিক জনগোষ্ঠীৰ ক্ষেত্ৰতো একে কথা। তাই সকল আহিছিল। কিন্তু নিজৰ ভাষা আৰ্থ-ৰাজনৈতিক কাৰণতে বাদ দিলে—থলুৱা ভাষা গ্ৰহণ কৰিলে। চুতীয়াসকল আহিছিল। কিন্তু নিজৰ ভাষা বাদ দিলে। থলুৱা ভাষা গ্ৰহণ কৰিলে। এই থলুৱা ভাষাও আকৌ সংস্কৃতমূলক উপাদানে সোণালী সূতাৰ দৰে বান্ধি ৰখা অতি কমেও ১৭৫টামান মূল দোৱানৰ শব্দৰ সমষ্টিৰে গঠিত।

অসমলৈ দ্ৰাবীৰবিলাকে আদিম জনগোষ্ঠীক খেদি পঠোৱাৰ তত্ত্ব ভাৰতৰ প্ৰখ্যাত ইতিহাসবিদ—কোসাম্বীয়ে নাকচ কৰিছে। কোসাম্বীৰ ভাষাত:

"Nor can the Assam people be regarded as having been pushed back by the Dravidians. This is

generally ignored with the explanation that Assam is not India proper primitive man in India ( we are total ) must have been thurst into the jungle by the Dravidians, who took over the fertile land. As a matter of fact, this fertile land was abviously covered with dense forest or swamp before the Iron age. Primitive man would live best in the thinner marginal jungle, not in the territory now bearing the deeper, cultivated soil, that is, the best localities for the food gathers were approximately where they are found to-day."*

ড' কোসাম্বীৰ বক্তব্যৰ মৰ্ম হ'ল—(১) ভাৰতৰ আন ঠাইৰ ক্ষেত্ৰত দ্ৰাবীৰসকলে আদিবাসীসকলক অপসাৰিত কৰি সাৰুৱা মাটি দখল কৰা প্ৰক্ৰিয়াটো চলিছিল, কিন্তু অসমত এই প্ৰক্ৰিয়া চলা নাছিল।

(২) মূলতঃ অসমৰ সাৰুৱা ভূমিভাগত আছিল অতি গভীৰ অৰণ্য। লোহ যুগৰ আগতে (দা তথা কুঠাৰৰ বহুল ব্যৱহাৰৰ আগতে) এনে অৰণ্য ভাঙি ব্যাপক বসতি বিস্তাৰ কৰা সম্ভৱ নাছিল।

(৩) বৰ্তমান যিবোৰ ঠাইত আদিবাসীসকল ব্যাপক ভাবে আছে —সেইবোৰ ঠাইতে পূৰ্বেও সুবিধাজনক বসতি স্থল আছিল।

অসমত মৌৰ্য সাম্ৰাজ্যৰ বিস্তাৰৰ যুগলৈকে অতি সেৰেঙা জন-বসতিৰ খাদ্য আৰু খৰি সংগ্ৰহকাৰী জন-জাতি, সম্ভৱতঃ নৰখাদক আৰু নৰবলি দিয়া ( আনুষ্ঠানিক ভাবে নৰমাংস খাদক ) জনগোষ্ঠীও বাস কৰিছিল। নৰকাসুৰ আগমনৰ পূৰ্বৰ অসমৰ দানৱসকলৰ মূল চৰিত্ৰ আছিল ঠিক তেনেকুৱাই। নৰমাংস খাদ্য হিচাপে খোৱাৰ চৰিত্ৰ

* পৃঃ ৪১, The Culture and Civilization in Ancient India.

ক্ৰমান্বয়ে কৃষিৰ উন্নতিৰ লগে লগে যা অৰণ্য মুকলি কৰা আছিলা পাতি গুলোৱাৰ লগে লগে বাদ পৰিল। কিন্তু শক্তি পূজাৰ তথা তান্ত্ৰিক উপাসনাৰ ৰীতিত পূৰ্বৰ নৰমাংস খাদক চৰিত্ৰৰ প্ৰভাৱ সুদীৰ্ঘ-কাল পৰ্যন্ত থাকি গ'ল। ৰীতি হিচাপে নৰবলি দিয়া প্ৰথা তথা মহা-মাংস আগবঢ়োৱা গোষ্ঠীসমূহৰ প্ৰভাৱ ব্ৰাহ্মণ্য শাক্ত ধৰ্মৰ মাজত ইমান গভীৰ ভাবে সোমাই পৰিলে যে সেইবোৰ ৰীতি আৰ্যৰ নে অনাৰ্যৰ সেই কথা ত্ৰয়োদশ চতুৰ্দশ শতিকা মান পৰ্যন্ত কোনেও বিচাৰ কৰিব পৰা সুবিধা নৰবলি দিয়া গোষ্ঠীসমূহে ৰাখি যোৱা নাই। স্থানান্তৰত আমি নৰবলি সম্পৰ্কে আলোচনা কৰিছোঁ।

দ্ৰাবীৰসকল প্ৰত্যক্ষ ভাবে অসমলৈ প্ৰব্ৰজিত হোৱা বা ব্যাপক ভাবে প্ৰব্ৰজিত হোৱাৰ ইতিহাস নাই, যদিও পিছৰ যুগত সংমিশ্ৰিত কোল-মুণ্ডা নাইবা আৰ্যীকৃত দ্ৰাবীৰ বঙ্গ, অঙ্গ, কলিঙ্গৰ পৰা প্ৰাচীন কামৰূপত প্ৰৱেশ কৰিছিল। কাৰণ সময়ে সময়ে কৰতোৱাৰ সীমা পাৰহৈও কাম-ৰূপৰ প্ৰাধান্য বিস্তৃত হৈছিল। সপ্তম শতিকা মানত পূৱ-ভাৰতত কামৰূপৰ প্ৰাধান্য আছিল অখণ্ড। পূৱ ভাৰতৰ যিকোনো ৰাজ্য দখল কৰিবৰ বাবে ভাস্কৰ বৰ্মণৰ শক্তি আছিল যথেষ্ট। আনহাতে ধৰ্মৰ ক্ষেত্ৰত ভাস্কৰ বৰ্মণ আছিল এনে এক পুৰুষ যি শৈৱ হৈও ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰাধান্য মানি লৈছিল, বৰ্ণাশ্ৰম ধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল, আনহাতে বৌদ্ধ মহাযান পন্থী হিউয়েন চাঙক কামৰূপলৈ আমন্ত্ৰণ কৰি আনিছিল। শৈৱ, শাক্ত আৰু বৌদ্ধৰ সমন্বয়ৰ বাবে ঠিক এনে এটা ৰাজ পৃষ্ঠপোষকতা আছিল যথেষ্ট। দ্ৰাবীৰ, কোল-মুণ্ডা আৰু আৰ্য-সংস্কৃতিৰ সমন্বয়ৰ বাবেও এনে ৰাজতন্ত্ৰত পৰিবেশ সৃষ্টি হৈছিল বুলিব পাৰি। শাক্তপীঠ কামাখ্যালৈ বৌদ্ধ মহাযানপন্থী প্ৰৱেশৰ সুবিধাও এই যুগতে সৃষ্টি হৈছিল। ভাস্কৰ বৰ্মণ আৰু অসমৰ শৈৱ ৰজাসকলৰ প্ৰাধান্য বিস্তাৰৰ যুগত মৎসেন্দ্ৰনাথৰ দৰে সিদ্ধৰ জৰিয়তে শৈৱ আৰু মহাযানপন্থী তন্ত্ৰৰ সমন্বয় সাধনৰ বাবে পৰিৱেশ সৃষ্টি হৈছিল।

ভাষাৰ মিলৰ ওপৰত ভিত্তি কৰি কোন জনগোষ্ঠী আগতে আহিছিল তাক খাটাং ভাবে কোৱা সম্ভৱ নহয়। বঙ্গৰ সান্নিধ্যৰ ফলত দ্ৰাবীৰ মূলৰ শব্দ কিছুমান পিছৰ যুগত সোমোৱা সম্ভৱ। সেইদৰে ভূটান আৰু অৰুণাচলৰ সান্নিধ্যৰ ফলত জন-প্ৰব্ৰজন কম হোৱা সত্বেও জনজাতি মূলৰ শব্দ সম্ভাৰ অসমীয়া ভাষাত সুদীৰ্ঘকাল ধৰি সোমোৱা সম্ভৱ।

মন খ্‌মেৰ জনগোষ্ঠীৰ লোকসকলেই অসমৰ আদিবাসী বুলি অনুমান কৰা হয়। খাচিসকল আধুনিক ৰূপত মন-খ্‌মেৰসকলৰ বংশধৰ। কিন্তু এই মন-খ্‌মেৰসকলৰ লগত সংমিশ্ৰিত আন মঙ্গোলযদ কিম্বা কোল-মুণ্ডা মিশ্ৰিত চৰিত্ৰৰ জনগোষ্ঠী অসমত নোহোৱা নহয়।

মন-খ্‌মেৰ তথা মঙ্গোলয়দ জনগোষ্ঠীৰ দক্ষিণ-পুব এচীয়সকল মূলতঃ বাঁহ সংস্কৃতিৰ ৰক্ষক আৰু বিকাশ সাধন কৰোতা। বাঁহ ভিত্তিক কৃষ্টি যিমানেই সুবিকশিত নহওক সি চিৰস্থায়ী ইতিহাস ৰাখি যাব নোৱাৰে। আদি যুগৰ বৃহৎ শৈল-কৃষ্টিৰ কিছুমান উপাদান আছে —যদিও, শিল কটা উন্নত হাতৰ চিন-মোকাম আদিম জনগোষ্ঠীসমূহে বিশেষ ৰাখি যোৱা নাই। এই বিষয়ে স্থানান্তৰত আমি আলোচনা কৰিছোঁ।

অসমীয়া ভাষাত থকা দ্ৰাবীৰ উপাদানৰ আলমত অৱশ্যে এটা কথা অনুমান কৰিব পাৰি যে বঙ্গত পৰা দ্ৰাবীৰ ভাষাৰ ব্যাপক প্ৰভাৱৰ তুলনাত অসমীযা ভাষাত তাৰ প্ৰভাৱ কম। তথাপি কম সংখ্যক হ'লেও দ্ৰাবীৰ জনগোষ্ঠী আহিছিল বুলি ধৰিলেও মূল ঘটনা প্ৰৱাহৰ পৰা আতৰি অহা নহয়।

অসমলৈ অহা প্ৰথম অনুপ্ৰৱেশকাৰী পশ্চিমৰ লোকসকল সংখ্যাত সৰহ আছিল আৰু এটা বিপুল আকাৰৰ দলত সংঘবদ্ধ হৈ আহিছিল বুলি ভাবিবলৈ থল নাই। পৰশুৰাম, অগস্ত্য তথা কণ্ব আদি ব্ৰাহ্মণ্য ধৰ্মৰ লগত জড়িত প্ৰাচীন মুনিসকলৰ আৱিৰ্ভাৱ অসমত কেনেকৈ

হ'ল তাক বৰ্ত্তমান সঠিক ভাবে নিৰ্ণয় কৰা টান। সম্ভৱতঃ মৌৰ্য বংশৰ পতনৰ পিছত ব্ৰাহ্মণ্য ধৰ্মৰ এটা ঢৌ কামৰূপলৈও প্ৰৱেশ কৰিছিল। ব্ৰাহ্মণৰ এটা সৰু দল অসমত প্ৰৱেশ কৰি অসম জয় কৰা সম্ভৱ নহয়, সম্ভৱতঃ উপকথাৰ আৰ্হিতেই সাতজন ব্ৰাহ্মণ লৈ অসমত প্ৰৱেশ কৰা পৰশুধাৰী ব্ৰাহ্মণৰ লগত পূৰ্ব্বৰ অনাৰ্যসকলৰ যি সংমিশ্ৰণ ঘটিছিল তাৰ ফলত তেওঁলোক ম্লেচ্ছাচাৰী হৈ পৰিছিল।* এওঁলোকে যে হাবিবন কাটি অসমত প্ৰথম যুগৰ আৰ্য সভ্যতাৰ এটা পোহাৰ মেলিছিল সি সঁত্য হ'ব পাৰে, পৰশু ( কুঠাৰ ) এই ভূমি দখলকাৰীসকলৰ মূল অস্ত্ৰ। আনহাতে এই সকল ম্লেচ্ছাচাৰী হোৱাটোও সত্য হ'ব, পৰশুৰামৰ অভিশাপৰ উপকথাৰ আদিও ইয়াতেই নিহিত আছে বুলি অনুমান কৰিব পাৰি। এনে ম্লেচ্ছাচাৰ গ্ৰহণকাৰী তথাকথিত আৰ্যসকল যে পিছলৈ অনাৰ্যৰ দৰে হৈ পৰিব পাৰে তাক কোসাম্বী প্ৰমুখ্যে প্ৰখ্যাত ইতিহাসবিদেও সম্ভৱ বুলি ভাবে। অসমত মিছিমি জনগোষ্ঠীৰ মাজত এনে ম্লেচ্ছাচাৰ গ্ৰহণ কৰা আদি আৰ্যৰ প্ৰভাৱ থাকিব পাৰে। এনে সংমিশ্ৰণৰ ফলতে সম্ভৱ অসমত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে, আহোম পূৰ্ব যুগতে কিছুমান হিন্দু জনগোষ্ঠী প্ৰবল প্ৰতাপী হৈ উঠিছিল। অসমৰ কলিতা জাতৰ গুৰি অনুসন্ধান কৰি বিভিন্ন ইতিহাসবিদে, নিশ্চিত ভাবে নহলেও, প্ৰায় একে সিদ্ধান্তলৈ আহে। ড° বাণীকান্ত কাকতিৰ পৰা আৰম্ভ কৰি পৰাগধৰ চলিহালৈকে সকলো অসমীয়া পণ্ডিতে প্ৰাচীন কামৰূপত যে এখন কলিতা উপনিবেশ ( ৰাজ্য ) আছিল তাক অনুমান কৰে।

সম্প্ৰদায় হিচাপে সম্ভৱতঃ কলিতাসকল পুৰণি, কিন্তু আৰ্য হয় নে নহয় সি বিতৰ্কমূলক—ব্ৰাত্য বুলিয়েই প্ৰায় ভাগেই অনুমান কৰে। শাক্যমুনি বুদ্ধৰ ধৰ্ম প্ৰচাৰৰ কালত নাগসকলৰ সমপৰ্যায়ৰ পুৰণি

---

* ইন্দ্ৰপালৰ তাম্ৰশাসনত পৰশুৰামৰ বংশোদ্ভূত লোকৰ অস্তিত্বৰ কথা উল্লেখ আছে।

কোলিয়ান জনগোষ্ঠীৰ কথা কোনো কোনো বুৰঞ্জীবিদে কয়।* প্ৰাচীন অসমৰ তন্ত্ৰ পুথিত উল্লেখ থকা কোল্বসকল এই কোলিয়ানবে একে হয় নে নহয়—অৱশ্যে চিন্তাৰ বিষয়। কোম্বাম্বীয়ে এই সকলক জনজাতি বুলিছে। শাক্যসকলে ৰোহিণী নৈৰ পানীৰ বাবে এই কোলিয়ান-সকলৰ লগত সংঘাতত লিপ্ত হৈছিল। এওঁলোকৰ একাংশই ষাঁড় ( Bull ) প্ৰতীক আৰু একাংশই বগৰী গছ ( কোল ) প্ৰতীক শক্তিৰ আধাৰ হিচাপে গ্ৰহণ কৰিছিল আৰু ব্যক্তিগত ভাবে ধৰ্মীয় ৰীতি অনুসৰণ কৰিছিল। এই জাতীয় জনগোষ্ঠী, সি আৰ্য হ'বও পাৰে বা ব্ৰাত্য হ'বও পাৰে, প্ৰাচীন অসমলৈ বিয়পি পৰাটো সম্ভৱ। শূদ্ৰ হিচাপে উচ্চ স্তৰৰ গোষ্ঠী হিচাপে পৰিগণিত হোৱা জাতীয় কোনো ব্ৰাত্য জনগোষ্ঠীৰ সমপৰ্যায়ৰ হ'ব পাৰে।** আন এটা কাহিনী অনুসৰি কলিতাসকলৰ চুতীয়া জাতিৰ লগত সমন্বয় সাধন হৈছিল বোলাৰ থল আছে।

বশিষ্ঠ উপাখ্যান অনুসৰিও অসমলৈ তৃতীয় শতিকাৰ আগতে ব্ৰাহ্মণৰ আগমন ঘটিছিল। বৌদ্ধ তন্ত্ৰ অনুসৰি ( ব্ৰহ্মযামল ) বশিষ্ঠ

---

* The Culture and Civilization of Ancient India, কোম্বাম্বী, পৃঃ ১০৯ দ্ৰষ্টব্য।

** কোম্বাম্বীৰ দৰেই এ. এল. বাছামেও মন্তব্য কৰিছে : " all through the history of Hindu India down to the coming of the Muslims, and to some extent even later, exterior groups from time to time found their way into the Aryan order of society by one means or another, in most cases through the fiction that they were vratyas. Aryan by origin who had fallen away from the orthodox norms. পৃঃ ৭, Aspects of Ancient Indian Culture, 1970. কোম্বাম্বীৰ উক্ত গ্ৰন্থখনৰ ১১৬-১১৭ পৃষ্ঠাও এই প্ৰসঙ্গত দ্ৰষ্টব্য। Wilcox-ৰ প্ৰতিবেদন দ্ৰষ্টব্য—পৃঃ ২৩-২৪, ১৯৭৮ সংস্কৰণ। Wilcox, R-ৰ জৰীপৰ প্ৰতিবেদন, জৰীপ হৈছিল ১৮২৫ চনত।

নীলাচল পাহাৰলৈ আহিছিল আৰু বুদ্ধেশ্বৰীক অৰ্চনা কৰিছিল।* কিন্তু সফলতা লাভ নকৰাত বুদ্ধেশ্বৰীক অভিশাপ দিবলৈ ধৰিছিল। বুদ্ধেশ্বৰীয়ে ( তাৰা ? ) বশিষ্ঠক অথৰ্ব বেদৰ প্ৰক্ৰিয়া বাদ দি মহাচীনৰ বা তিব্বতৰ বৌদ্ধ প্ৰক্ৰিয়াৰে অৰ্চনা কৰাৰ নিৰ্দেশ দিয়ে। বশিষ্ঠ নিৰ্দেশ অনুসৰি মহাচীনলৈ গৈছিল, কিন্তু তাত দেখা পাইছিল যে উলংগ মুনিহ আৰু তিৰোতাই সুৰা আৰু মদৰে বুদ্ধক ঘেৰি আছিল। বশিষ্ঠই পঞ্চমকাৰৰ দীক্ষা গ্ৰহণ কৰিছিল আৰু সাধনাত সিদ্ধি লাভ কৰিছিল। তাৰাতন্ত্ৰ অনুসৰি বশিষ্ঠই তাৰা দেবীক অৰ্চনা কৰি সফলতা লাভ কৰিছিল। কালিকা পুৰাণে বশিষ্ঠই কামাখ্যা দেবীক অৰ্চনা কৰিছিল কোৱা নাই, বৰং কামাখ্যাক অভিশাপ দি সন্ধ্যাচললৈ যোৱা বুলি উল্লেখ কৰিছে।** যোগীনীতন্ত্ৰই আনহাতে ৰশিষ্ঠযো তাৰাৰ অৰ্চনা কৰা বুলিছে। এই উপপুৰাণ তথা তন্ত্ৰৰ বশিষ্ঠ উপাখ্যানৰ বিতৰ্কলৈ নগৈ আমি দুটা কথাত একমত হ'ব পাৰোঁ :

(১) বশিষ্ঠ ( আৰ্যমূলৰ ব্ৰাহ্মণ ) কামৰূপলৈ আহিছিল।

(২) কামাখ্যা ( তাৰা ) বৌদ্ধ তান্ত্ৰিক অৰ্চনাৰ পীঠস্থান হৈছিল। আনহাতে ব্ৰাহ্মণ্য ধৰ্ম আৰু বৌদ্ধ তন্ত্ৰৰ সংঘাত আৰু সমন্বয় আৰম্ভ হৈছিল।

আৰ্যসকলৰ বসতি বিস্তাৰৰ আদি যুগত, পুৰণি জনগোষ্ঠীসমূহৰ উৰ্বৰতাকৃষ্টি ( বিভিন্ন ধৰণৰ লিংগ তথা যোনি আকৃতিৰ শিল পূজা, শিল পূজা, বুঢা-বুঢী পূজা আদি ) ক মূলতঃ আৰ্যীকৃত কৰিবৰ বাবে প্ৰবল চেষ্টা কৰা হৈছিল আৰু তাৰ পৰিণতিস্বৰূপে জন্ম হৈছে সতীৰ

* The Mother Goddess Kamakhya, Dr. Kakoti—পৃ° ৩১ ।

** ড. কাকতিয়ে উল্লেখ কৰিছে :

"Varisth's hermitage about ten miles to the east of the town of Gauhati. A Siva temple stands attached to the hermitage"—পৃঃ ৩২ ।

উপাখ্যানৰ। যাড টোটেম গ্ৰহণ কৰা আদিম জনগোষ্ঠীটো সম্ভৱ শৈৱ আছিল। ত্ৰিশূল, লিংগ আদি পূজকসকলো শৈৱ আছিল। শৈৱ শক্তিৰ প্ৰাধান্য বিস্তাৰ ( আৰ্যমূলৰ প্ৰাধান্য বিস্তাৰ )-ৰ উদ্দেশ্যে শিৱক উচ্চ আসনত প্ৰতিষ্ঠা কৰাটো সম্ভৱ সতীক শিৱৰ পত্নী হিচাপে আৰু সতীৰ দেহ খণ্ড-বিখণ্ড কৰি পতিত কৰোৱা উপাখ্যানৰ জৰিয়তেহে। প্ৰকৃততে সতীৰ দেহত্যাগৰ উপাখ্যানটো পুৰণি ; কিন্তু সতীৰ অংগচ্ছেদৰ কাহিনীটো কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আৰু কামাখ্যা তন্ত্ৰ আদি উপপুৰাণতহে আছে।* উৰ্বৰতা কৃষ্টিৰ সমন্বয়ৰ যুগত বিভিন্ন প্ৰতীকী যোনি তথা উৰ্বৰতা পূজাৰ পীঠস্থানক আৰ্যীস্কৃত তথা সংস্কৃত কৰাৰ এটা প্ৰযাস সতীৰ উপাখ্যানৰ মাজত লুকাই আছে। প্ৰাচীন কামৰূপৰ ৰজাসকলৰ শৈৱ ধৰ্মৰ প্ৰতি থকা আস্থা সম্পূৰ্ণ ইতিহাসসম্মত। নৰকাসুৰ দানৱ বংশৰ পতন ঘটাই কামৰূপত ৰজা হৈছিল। নৰকাসুৰ শাক্ত আছিল। দানৱসকল সম্ভৱতঃ প্ৰাচীন তিব্বতৰ বোন ধৰ্মৰ সমপৰ্যাযৰ জন-জাতীয় মঙ্গোলীয় উৰ্বৰতা কৃষ্টি নাইবা প্ৰকৃতি ধৰ্মৰ পৃষ্ঠপোষক আছিল। পুৰণি লোক ধৰ্মত আদি বুঢা আৰু আদি বুঢীৰ স্থান সেইদৰে সুপ্ৰতিষ্ঠিত হ'ব পাৰে। নৰকাসুৰৰ সময় ২য় শতিকা বুলি ধৰিলে তৃতীয় শতিকাৰ পৰা নৱম শতিকা পৰ্যন্ত শাক্ত আৰু শৈৱ ধৰ্মৰ প্ৰৱল সমন্বয় ঘটা বুলি ক'ব পৰা যায়। কোনো কোনো ঐতিহাসিকে মহাযানী তথা বজ্ৰযানী বৌদ্ধ মতৰ প্ৰভাৱ নৱম শতিকাৰ পৰা দ্বাদশ ত্ৰয়োদশ শতিকাত বৃদ্ধি পাইছিল বুলিছে যদিও মহাযানী বৌদ্ধ সংস্পৰ্শ বৰ্মণ যুগৰ শেষ ভাগৰপৰাই সূচনা হৈছিল বুলি ভাবিবৰ থল আছে। কাৰণ ভাস্কৰবৰ্মণে তিব্বতৰ ৰজাক উত্তৰ ভাৰত আক্ৰমণত পৰোক্ষভাবে সহায় কৰিছিল। ইয়াৰ ফলত মহাযানী

---

* এই প্ৰসংগত শ্ৰীবাপ চন্দ্ৰ মহন্তৰ ভাৰতীয় ধৰ্ম সাধনা গ্ৰন্থৰ 'শাক্ত ধৰ্মৰ বিকাশ আৰু তন্ত্ৰ'—এই অধ্যায়টো দ্ৰষ্টব্য।

বৌদ্ধ মতৰ সম্প্ৰসাৰণৰ সময় তিব্বতৰ লগত সংস্পৰ্শলৈ অহা সময়ৰ লৈতে একে হ'ব পাৰে। নেপাল আৰু ভোটানৰ লগত প্ৰাচীন কামৰূপৰ সম্পৰ্ক ওচৰ আছিল। ভোটান আৰু নেপালত যি তান্ত্ৰিক ধৰ্ম জনপ্ৰিয় হৈ পৰিছিল, সেই ধৰ্মই প্ৰাচীন কামৰূপৰ মংগোলীয় জনগোষ্ঠীসকলক যে প্ৰভাৱান্বিত কৰিছিল তাক নুই কৰিব নোৱাৰি। ইয়াৰ ফলত আমি দেখা পাঁও হাজোৰ দৰে ঠাইত শাক্ত-শৈৱ তথা বৌদ্ধ মহাযানী অৰ্চনাৰ সমন্বয় ক্ষেত্ৰ। পিছলৈ ইযাতে বৈষ্ণৱ আৰু ইছলাম ধৰ্মৰ ক্ষেত্ৰও সম্প্ৰসাৰিত হয।

প্ৰাচীন লিপিসমূহৰ ভিতৰত সমুদ্ৰগুপ্তৰ প্ৰযাগৰ শিলালিপিত কামৰূপৰ উল্লেখ সুস্পষ্টভাবে আছে ঃ

সমতট ডবাক কামৰূপ নেপাল
কৰ্ত্তৃপুৰাদিপ্ৰত্যন্ত নৃপতিভিৰ্ম্মালবাৰ্জুনাযন
যৌধেযমাদ্ৰকাভীৰ-প্ৰাৰ্জুন-সনকানীক-কাক
খৰপৰিকাদিভিশ্চ সৰ্বকৰ-দানাজ্ঞকৰণ প্ৰণামাগমন*

সমতট, ডবাক, কামৰূপ আদি ৰাজ্য সমুদ্ৰগুপ্তৰো প্ৰত্যক্ষ শাসনলৈ যোৱা নাছিল। কিন্তু নিঃসন্দেহে গুপ্ত যুগত বৌদ্ধ শ্ৰমণ, ব্ৰাহ্মণ আৰু শৈৱ-সিদ্ধসকলোৰ প্ৰৱেশ কামৰূপলৈ হৈছিল। সম্ভৱতঃ উত্তৰ পাৰৰ বিভিন্ন ঠাইত হাবি মুকলি কৰি স্থাযী কৃষিৰ সম্প্ৰসাৰণ ঘটোৱা কাৰ্য এই যুগতে হৈছিল।

গুপ্ত বংশৰ তলত প্ৰাচীন কামৰূপৰ প্ৰথম ছ-জন বৰ্মণ বংশী ৰজা কৰতলীযা আছিল। কৰতলীযা হ'লেও এওঁলোকৰ ৰাজত্বকালত কামৰূপৰ আৰ্থ-সামাজিক অৱস্থা বৰ্ণ হিন্দু ধৰ্মৰ সম্প্ৰসাৰণ ঘটিছিল। হিউযেন চাঙৰ বিৱৰণ মতে অসমত বহু দেৱ-দেবীৰ মন্দিৰ আছিল, কিন্তু এটাও বৌদ্ধ বিহাৰ নাছিল।

---

* Stone Pillar Inscription of Samudragupta, Proyàg.
(২২ নং শাৰী)।

নিধানপুৰ তাম্ৰশাসন অনুসৰি ভাস্কৰবৰ্মণ আছিল হিন্দু বৰ্ণাশ্ৰম ধৰ্মৰ মুখ্য পৃষ্ঠপোষক।

বৰ্মণ বংশৰ ৰজাসকল যে শিৱ ভক্ত আছিল আৰু ব্ৰাহ্মণ্য ধৰ্মৰ পৃষ্ঠপোষক আছিল তাৰ প্ৰমাণ তাম্ৰশাসনৰ বক্তব্যই দিয়ে। ভাস্কৰ-বৰ্মণৰ তাম্ৰশাসন আৰম্ভ হৈছে মহেশ্বৰ শিৱক প্ৰণাম কৰি :

ওঁ প্ৰণম্য দেৱং শশিশেখৰং প্ৰিয়ং
পিনাকিণং ভস্মকণৌৰ্বিভূষিতম।

মহেশ্বৰ শিৱক প্ৰণাম কৰা এই ভাস্কৰবৰ্মণ আছিল আৰ্য ধৰ্মৰ প্ৰকাশক। "যথাযথমুচিত কৰণিকৰ বিতৰণাকুলিত কলি তিমিৰ সঞ্চয়তয়া প্ৰকাশিতাৰ্য্যধৰ্মালোকঃ।" নিধানপুৰ তাম্ৰকলি অনুসৰি ভাস্কৰবৰ্মণ বৰ্ণাশ্ৰম ধৰ্মৰ ৰক্ষক আছিল।

হিউয়েন চাঙৰ বৰ্ণনা অনুসৰি ভাস্কৰবৰ্মণৰ দিনত কামৰূপৰ মানুহে বৌদ্ধ ধৰ্ম প্ৰৱল ভাবে আদৰি লোৱা নাছিল।

"The adore and sacrifice to the Devas and have no faith in Budha ; hence from the time Budha appeared in the world, even down to the present day, there never as yet has been built one Sangharama as a place for the priests to assemble. Such disciples as there are, are of a pure faith, say there prayers secretly and that is all."

ইয়াৰ পৰা অনুমান হয় যে হীনযান বৌদ্ধ বিশুদ্ধ মতৰ (Pure faith)* বৌদ্ধ শ্ৰমণ নথকা নহয়, তেওঁলোকে নিৰিবিলি ভাবেই ধৰ্ম-চৰ্চা কৰিছিল। ৰজা ভাস্কৰবৰ্মণে কিন্তু বৌদ্ধ নহ'লেও শ্ৰমণক সন্মান কৰিছিল। আনহাতে এই বৰ্মণ ৰাজ্যত অগণন দেৱমন্দিৰ চীনা পৰিব্ৰাজকজনে দেখিছিল বুলি বৰ্ণনা কৰি গৈছে।

* বিশুদ্ধ মতৰ বোলোতে 'হীনযান' শ্ৰমণৰ কথাকে বুজোৱা হৈছে। —গ্ৰন্থকাৰ।

ভাস্কৰবৰ্মণ যে আৰ্যবৰ্ণাশ্ৰম ধৰ্মৰ ৰক্ষক আছিল সি প্ৰশ্নাতীত, কিন্তু হিউয়েন চাঙৰ টোকাত লিখাদৰে তেওঁ এজন ব্ৰাহ্মণ আছিল বুলি ক'ব নোৱাৰি। মিত্ৰ-শুঙ্গ আৰু কাণ্ব বংশৰ দৰে বৰ্মণ বংশ ব্ৰাহ্মণ নহয়, ব্ৰাহ্মণ্য ধৰ্ম আৰু সমাজৰ ৰক্ষকহে আছিল আৰু শ শ ব্ৰাহ্মণক ভূমি দান দিছিল। এই ব্ৰাহ্মণসকল অৱশ্যেই সকলো বৰ্তমান কামৰূপৰ ভিতৰৰ নহয়। কৰ্ণসুবৰ্ণৰ বাহৰত থাকিহে ভাস্কৰ-বৰ্মণে ভূমি দান দিছিল।

বৰ্মণ বংশৰ পিছতো একাধিক ৰাজবংশই নিজকে নৰক বংশীয় বোলাৰ মূল কাৰণ হ'ল নিজকে বিষ্ণু আৰু ভূমি ( বসুমতী ) কিম্বা বিষ্ণু আৰু গংগাৰ পুত্ৰৰ লগত জড়িত কৰি উচ্চ বৰ্ণৰ জখলাত উঠা। আমি পিছৰ যুগতো দেখা পাওঁ মোৱমেৰীয়া ৰজা ভৰথি বা ভৰত সিংহই নিজকে নৰকৰ বংশধৰ বুলি গৌৰৱ কৰিছিল। আৰ্য তথা আৰ্য্যবংশোদ্ভূত বুলি গৌৰৱ কৰাটো মূলতঃ আৰ্য-সভ্যতাৰ প্ৰতি থকা আনুগত্যৰ নিদৰ্শন—প্ৰকৃত বংশগত সম্পৰ্ক ইযাত মূল কথা নহয়।*

* "To sum up : in the Rāmāyana, Naraka is the King of Prāgjyotisa and is killed by Visnu In the Mahābhārata and the Harivansa he is Bhauma, the son of Bhumi, the Earth. At his mother's request he is given a Visnu-weapon by Krsna which passes on to Bhagadatta after his death The relationship with Bhagadatta is left unidentified. The indefinite relationship is supported also by the Harsacarita of the 7th century, but in the land grant of Bhaskar Varma of the same century who figures also as a prominent character in the Harsacarita, Bhagadatta is referred to as the son of Naraka and Naraka as the son of Earth and Visnu. It is not known from what sources the land grants derive the information about Bhagadatta. But the Kalikā Purāna supports the accounts of the land grants and brings in fresh biographical details

## তৃতীয় ভাগ

# মন-খ্মেৰ তাই আৰু বড়ো প্ৰব্ৰজন

তিব্বেতো-বাৰ্মিজ তথা মঙ্গোলীয় জনগোষ্ঠীৰ প্ৰভাৱ অসমৰ সংস্কৃতি, সমাজ তথা জীৱন-ধাৰাৰ ওপৰত অতি ব্যাপক আৰু গভীৰ ভাবে সোমাই আছে। কিন্তু এই মঙ্গোলীয় জনগোষ্ঠীৰ লোকসকল ইতিহাসৰ কোন যুগত প্ৰাচীন অসমত তথা ভাৰতত প্ৰৱেশ কৰিলে তাৰ কোনো নিশ্চিত সময়-সীমা উলিযাব পৰা নাযায়। মগধৰ পূৱৰ সকলো অনা-আৰ্য জনগোষ্ঠীক কিৰাত, নিষাদ, দানৱ আদি নামৰে অভিহিত কৰি অহা বাবে কোন জনগোষ্ঠীৰ অস্তিত্ব কেতিয়া শক্তিশালী আছিল তাক নিৰ্ণয় কৰা টান।

চীনৰ প্ৰাচীন ইতিহাসৰ ওপৰত ভিত্তি কৰি ব্ৰহ্মদেশৰ মঙ্গোলীয়-সকলৰ আদি বাসস্থান উত্তৰ-পূব তিব্বত আৰু গোবি মৰুভূমিৰ মাজৰ কানচু অঞ্চল বুলি কোনো কোনো বুৰঞ্জীবিদে মত প্ৰকাশ কৰিছে।*

লুচ ( Luce ) প্ৰমুখ্যে ইতিহাসবিদৰ মতৰ ভিত্তিত হলে উল্লেখ কৰিছে:

"The Earliest known home of the Tibeto-Burman-speaking people was somewhere between the Gobi Desert and North-East Tibet, possibly Kansu. The earliest known Chinese written records mention the

---

about Naraka which are not found anywhere else. There is no mention of Janaka, Mithila or Kamakhya in the land grants. —ড কাকতিয়ে The Mother Goddess Kamakhya গ্ৰন্থত নৰকৰ আখ্যানৰ ঋষিবোধীতা সম্পৰ্কে এইদৰেই মূল্যায়ন কৰিছে। পৃঃ ২৫ দ্ৰষ্টব্য।

* দ্ৰষ্টব্য: A History of South-East Asia, D. G E Hall, 1964.

Ch'iang, who were tribes of shepherds and go at herds to the West of the Chinese. The ancestors of the Burmese, Luce thinks, were to be found among the Ch'iang. The Chinese constantly raided them to obtain victims for human sacrifice. From these raids the Ch'iangs took refuge in North-East Tibbet. In the first millenium B. C. the Chinese rulers of T'sin pursued them, and many fled southwards."*

দক্ষিণলৈ ভাগি অহা এই মঙ্গোলীয় জনগোষ্ঠীসমূহৰেই কিছুমান যে খৃষ্ট-জন্মৰ আগতেই বিভিন্ন পথেদি আহি ভাৰতৰ সীমান্তৱৰ্তী অঞ্চলবোৰত সোমাইছিল তাক নুই কৰিব নোৱাৰি।

অসমলৈ মঙ্গোলীয় জনগোষ্ঠীৰ মানুহ পূব দক্ষিণ উত্তৰ পশ্চিম সকলো দিশৰ পৰাই আহিব পাৰে আৰু ইতিহাসৰ বিভিন্ন যুগত আহিছেও। হিমালযৰ নামনি অংশত বসবাস কৰা কিৰাত জন-গোষ্ঠীৰ লোকসকল যে আৰ্য-বসতি বিস্তাৰৰ লগে লগে দ্ৰাবীড়সকলৰ দৰেই ক্ৰমান্বয়ে পৰাজিত হৈ বিলীন হ'ব লগা হৈছিল নাইবা আতৰি আহিব লগা হৈছিল সি সহজ অনুমেয়। অসমৰ দানব আৰু অসুৰ ৰাজবংশসমূহ মূলতঃ মন-খ্মেৰ তথা মঙ্গোলীয় জনগোষ্ঠীৰ লোক আছিল বুলি ক'ব পৰা যায়। এই জনগোষ্ঠীসমূহৰ প্ৰব্ৰজন একেলগে বহুল সংখ্যক হৈছিল বুলি ভাবিব নোৱাৰি। স্বকীয়া স্বকীয়া ভাবে আৰু সুদীৰ্ঘ কালজুৰি অসমৰ পাৰ্বত্য অঞ্চল তথা ভৈয়াম অঞ্চলত মঙ্গোলীয় জনগোষ্ঠীৰ লোকসোমাই পৰিছিল।

বহুতো ইতিহাসবিদে নব-প্ৰস্তৰ যুগৰ নগা, উত্তৰ ব্ৰহ্ম তথা কাম্পুচিয়া আৰু দ্বীপপুঞ্জৰ পূবৰ দ্বীপ কিছুমানৰ সংস্কৃতিগত মিল দেখুৱাই ক'ব খোজে যে এইবোৰ জনগোষ্ঠীৰ প্ৰাচীনত্ব আছে আৰু মিলো

* উক্ত গ্ৰন্থ, পৃঃ ১৩৬।

আছে। আদিতে এইবোৰ জনগোষ্ঠীয়ে আনুষ্ঠানিক ৰীতি হিচাপে নৰমাংস গ্ৰহণ কৰিছিল নাইবা মানুহৰ মূৰ কটা বীৰত্বৰ কাৰ্য হিচাপে পৰিগণিত হৈছিল। চিকাৰীজীৱী, মৎসজীৱী তথা খাদ্য আহৰণকাৰী এনে সম্প্ৰদায়ে ব্যৱহাৰ কৰা কুঠাৰৰ আকৃতি আয়ত ডিম্বাকাৰ (oval shaped) আছিল। এই ধৰণৰ মত অৱশ্যে সকলোৱে মানি নলয়। তথাপি আমি এটা কথাত একমত হ'ব পাৰোঁ যে নগাসকলৰ মাজত দুই এটা অতি সুপ্ৰাচীন জনগোষ্ঠী থাকিব পাৰে। ঠিক সেই-দৰে সভ্যতাৰ আদিম যুগতে অসমত প্ৰৱেশ কৰা কাৰ্বিসকল আৰু খাচিসকলৰ ইতিহাস সুপ্ৰাচীন। কাৰ্বিসকল অসমলৈ কেতিয়া আহিল তাৰ কোনো সুনিৰ্দিষ্ট ইতিহাস নাই। এ সময়ত তেওঁলোকে নিজকে আৰলেং বুলি পৰিচিত কৰিছিল।* বৰ্তমানে কাৰ্বি হিচাপে পৰিচিত। এই জনগোষ্ঠীটোৰ লগত খাচিৰ সম্পৰ্ক ওচৰ আছিল বুলি নিজৰ উপাখ্যানে কয়।** খাচি গোষ্ঠীসমূহৰ মাজত চলা যুদ্ধৰ ভয়াবহতাৰ ফলত এওঁলোক অসমলৈ আহে। সম্ভৱতঃ খাচি আৰু কিছুমান নগা জনগোষ্ঠীৰ লগত ওচৰ সম্পৰ্ক থকা, কিন্তু উভয়ৰে লগত জীন নোযোৱা আৰলেং বা কাৰ্বিসকল খাচিতকৈও আগতে অসমত সোমাইছিল। গছ আৰু জন্তুৰ বাহিৰে প্ৰকৃতিৰ প্ৰায় সকলো মূল বস্তুতে দেৱত্ব আৰোপ কৰি পূজা কৰা, বাঘলৈ প্ৰচণ্ড ভয় কৰা, পিতৃতান্ত্ৰিক, ঝুমখেতি কৰা এই জনগোষ্ঠীকেই কোনো কোনোৱে অসমলৈ অহা প্ৰথম জনগোষ্ঠী বুলি ক'ব খোজে।

এ সময় মানুহ কটা (সুদূৰ অতীতত সম্ভৱতঃ দেৱতাৰ আগত মানুহ বলি দিয়া)-ৰ উপাখ্যান জড়িত থকা*** আৰু বৰ্তমানলৈকে

---

* দ্ৰষ্টব্য: The Mikirs—Ed. Charles Lyall, পৃঃ ৪ দ্ৰষ্টব্য।

** উক্ত গ্ৰন্থ, পৃঃ ৪-৫।

*** "· all Nagas are head hunters by predilection at any rate."—Hutton, Caste in India, পৃঃ ২৮।

মূৰ কটাটো গৌৰৱৰ কথা বুলি বিবেচনা কৰা, বৃহৎ প্ৰস্তৰ খণ্ডক পূজা কৰা* জনগোষ্ঠী নগাৰ বাহিৰেও অসমত আৰু আছিল। নৰবলি প্ৰথা আহোম ৰজা গৌৰীনাথ সিংহৰ দিনতহে বে-আইনী কৰালৈ চাই তিব্বেতো-বাৰ্মান আৰু মন-খ্মেৰ জনগোষ্ঠীৰ প্ৰায় ভাগেই নৰবলি প্ৰথা মানি চলিছিল। কুকি-চীন জনগোষ্ঠীসমূহ আনহাতে গোষ্ঠীগত মুখিয়ালৰ (chieftain) ৰ নেতৃত্বত চলিছিল আৰু নগাৰ দৰে মূৰ কটাৰ পৰিবৰ্তে দাস হিচাপে পৰাভূত বিলাকক গ্ৰহণ কৰা দাস-লুণ্ঠনকাৰী ( Slave-raider ) আছিল। মানুহৰ মূৰ কটা, শিলৰ পূজা কৰা, আয়ত ডিম্বাকৃতি কুঠাৰ আৰু দা ব্যৱহাৰ কৰা, কাঠৰ কাম-জনা নগাসকলৰ লগত কম্বোদিয়া, ভাৰতীয় দ্বীপপুঞ্জ তথা প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জৰ মানুহৰ সম্পৰ্ক থাকিব পাৰে বুলি কোনো কোনো ইতিহাসবিদে কয়।**

মাতৃ প্ৰধান খাচি আৰু গাৰোসকল সুপ্ৰচীন। খাচিসকলৰ পৰম্পৰা অনুসৰি মাতৃৰ পৰা সৰু জীযেকলৈ সম্পত্তিৰ অধিকাৰ যায়, পৰিয়ালৰ পুৰোহিত হিচাপে অধিকাৰো সৰু জীযেকলৈ যায়। কিন্তু ৰাজনীতিৰ ক্ষেত্ৰত দলৰ বা গোষ্ঠীৰ মুখিয়াল বচাৰ ক্ষেত্ৰত পুৰুষৰহে অধিকাৰ। সৰু জীযেকৰ জৰিযতে পৰিযালৰ পুৰোহিতৰ কাৰ্য চলোৱা এই জনগোষ্ঠী যে সুদূৰ অতীজতে পোনপটীয়া ভাবে মাতৃপূজক আছিল আৰু মাতৃ প্ৰধান শক্তি হিচাপে মানি লৈছিল সি নিশ্চিত। গাৰো-বিলাকে সম্পত্তি নিজৰ হাতৰ পৰা ওলাই নাযাবৰ বাবে মাতৃ প্ৰধান হৈও এটা পৰম্পৰা বান্ধি লৈছিল, সেই হিচাপে এগৰাকী মাতৃৰ

---

* "they erect monoliths as memorials for their dead and vehicles for the operation of the life-essence of the dead in the fertilization of the crops."—উক্ত গ্ৰন্থ পৃঃ ২৮।

** দ্ৰষ্টব্য : (১) D. G. E. Hall, পৃঃ ৬,
(২) Caste in India, Hutton, পৃঃ ২৯।

কন্যাই, তেওঁৰ পিতৃৰ ভগ্নীৰ পুত্ৰক বিবাহ কৰিব লাগে। এনে কৰিলে সম্পত্তিৰ অধিকাৰ মাতৃৰ যোগেদি কিন্তু সম্পত্তিৰ পৰিচালনা পিতৃৰ যোগেদি পৰিচালিত হয়। গাৰো আৰু খাচিসকল যে আদিম যুগতে অসমলৈ আহিছিল ইযাৰ মাতৃতান্ত্ৰিক চৰিত্ৰ আৰু আন জনগোষ্ঠীৰ পৰা দূৰত্ব ৰক্ষা কৰি পাৰ্বত্য জাতি হিচাপে জীয়াই থকাৰ পৰম্পৰা-গত প্ৰৱণতাই তাকেই সূচায়।

অসমলৈ মঙ্গোলীয় জনগোষ্ঠীসমূহৰ প্ৰব্ৰজনৰ ক্ষেত্ৰত অৰ্থনৈতিক, ৰাজনৈতিক, ধৰ্মীয় তথা সাংস্কৃতিক প্ৰৱাহ—এই সকলোৰে কম-বেছি অৱদান আছে। অৰ্থনৈতিক সংমিশ্ৰণৰ ক্ষেত্ৰত দেখা যায় অসমৰ মাজেদি সুদীৰ্ঘ কাল ধৰি ভূমিৰ পথেদি মুগা-পাট আদি দ্ৰব্যৰ ব্যৱসায চলিছিল। হলে অসমৰ পুব-প্ৰান্তৰ এটা পথৰ কথা উল্লেখ কৰিছে: "There was, however, a northerly land route from India to China, through Assam, Upper Burma and Yunnan." (উক্ত গ্ৰন্থ, পৃঃ ২৩, ৯৭, ১৩২, ১৩৪ দ্ৰষ্টব্য।)

মণিপুৰেদি ওলোৱা এই পথৰ বাহিৰেও পাটকাইৰ নামনিয়েদি, উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন গিৰি পথেদি, ভূটানেদি মঙ্গোলীযসকল অহাৰ সুচল আছিল। ড' পদ্মেশ্বৰ গগৈদেৱে The Tai and The Tai Kingdoms গ্ৰন্থত বংগ, মণিপুৰ আৰু আৰাকানৰ মাজেদি থকা ভূমি-পথৰ কথা উল্লেখ কৰিছে।* মণিপুৰ পাৰহৈ কুবো (Kubo) উপত্যকাইদি প্ৰব্ৰজন হোৱাৰ সুবিধা আছিল। যিমানদূৰ সম্ভৱ এইবোৰ পথেদি ভাৰতৰ ফালৰপৰা বৌদ্ধ শ্ৰমণ আদিৰ প্ৰব্ৰজন হৈছিল, কিন্তু ওলোটাভাবে এইবোৰ পথেদি মন-খ্মেৰ, তাই আদি জনগোষ্ঠীৰ প্ৰব্ৰজন হৈছিল। ইউনানৰ পৰা উত্তৰ ব্ৰহ্মাইদি

* The Tai and the Tai Kingdoms Dr. P. Gogoi, ১৯৬৮ সংস্কৰণ পৃঃ ৩৯ আৰু ৭২-৭৩ দ্ৰষ্টব্য।

হোৱা প্ৰব্ৰজনৰ পথেই ভাৰতৰ লগত চীন তথা ব্ৰহ্মদেশৰ প্ৰথম সম্পৰ্ক প্ৰতিষ্ঠা কৰিছিল বুলি বিভিন্ন ইতিহাসবিদে মানি লৈছে। উত্তৰ ব্ৰহ্মৰ লগত থকা অসমৰ সংযোগ পথৰ অস্তিত্ব অতীজৰে পৰা বৰ্তমানলৈকে আছে।* এই পথেই এসময়ত তাইবিলাকে ব্যৱহাৰ কৰিছিল। বৰ্তমান নানা বিদ্ৰোহী গোটসমূহে ব্যৱহাৰ কৰি আছে।

মংগোলীয় জনগোষ্ঠীৰ লোকসকলৰ প্ৰাচীন কামৰূপত নাম আছিল কিৰাত। প্ৰকৃততে মগধৰ পূবৰ সকলো অনা-আৰ্য জনগোষ্ঠীকে সাধাৰণ কিৰাত নামেৰে অভিহিত কৰা হৈছিল যদিও কিৰাত শব্দৰ মূল অৰ্থ এটাও কোনো কোনো পণ্ডিতে দিছে। কিৰাত-সকল ৰেচম কাপোৰৰ ব্যৱসায়ৰ লগত জড়িত আছিল বাবে চি-ৰিয়া-টি বা ৰেচম কাপোৰ পোৱা অঞ্চলৰ মানুহ বুজোৱা চিৰিয়টি শব্দৰ পৰা কিৰাটি বা কিৰাট শব্দৰ উৎপত্তি হোৱা বুলি ক'ব খোজে।** চি বা সি মানে ৰেচম, ৰি বা ৰিযা মানে কাপোৰ আৰু টি মানে বসতি। চি ৰিয়াটি> চিৰ্য্যাটি> খিৰাটি >কিৰাট হৈছে বুলি অনুমান কৰা হৈছে যদিও এনে অনুমানৰ আঁৰত সত্যতা আছে।

কিৰাটসকলৰ ভাৰতৰ পাৰ্বত্য অঞ্চলত বসতি বিস্তাৰৰ ইতিহাস সুপ্ৰাচীন। আৰ্য জনগোষ্ঠীৰ লোকসকল ভাৰতত দলবান্ধি প্ৰৱেশ কৰোঁতে যিমান পাৰ্বত্য অনা-আৰ্য অসুৰ, দানৱ আদি বংশৰ লগত পূব ভাৰতত সংঘাত হৈছিল—সেই বংশ বিলাকৰ এটা অংশ কোল-মুণ্ডা আৰু আনটো অংশ কিৰাট আছিল। কিৰাটসকল হিমালয়ৰ নামনিৰ সমুদায় অঞ্চলত বাস কৰিছিল আৰু মূলতঃ চীন তথা তিব্বতৰ ফালৰ পৰা হোৱা প্ৰব্ৰজিত জন-সমষ্টিৰ ই অংশ। ভাৰত তথা

---

* Hill Tracts between Assam and Burma সংকলনত গ্ৰিফিথ, বেইফিল্ড, জেনকিনচৰ প্ৰতিবেদন দ্ৰষ্টব্য।

** দ্ৰষ্টব্য : বান'—ক'বাং প্ৰবন্ধ, বিষ্ণু প্ৰসাদ ৰাভা। বিষ্ণু ৰাভা ৰচনাৱলী, প্ৰথম খণ্ড, পৃঃ ৩৪৬।

অসমলৈ প্ৰৱেশ কৰা কিৰাটসকল কিন্তু একে সময়তে একেলগে প্ৰৱেশ কৰিছিল বুলিলে ভুল কৰা হ'ব। বিভিন্ন সময়ত বিভিন্ন দল বান্ধি প্ৰৱেশ কৰা কিৰাটসকলৰ কিছুমান ভাৰতীয় সভ্যতাৰ আংশিক পোহৰ পোৱাৰ পিছত নেপাল তথা বিহাৰৰ উত্তৰ ভাগৰ পৰাও অসমলৈ আহিছিল। বিভিন্ন সময়ত অহা বাবে আৰু বিভিন্ন গোষ্ঠীবদ্ধ হোৱা বাবে, আগতে ধৰ্মান্তৰিত হোৱা বা পিছত ধৰ্মান্তৰিত হোৱা নাইবা হিন্দু সভ্যতাৰ ভিন্ন ভিন্ন যুগত ভিন্ন ভিন্ন ধৰ্মত দীক্ষা লোৱাৰ ধৰণ অনুসৰি ভিন্ন ভিন্ন গোষ্ঠীৰ লোকৰ পৰা অসমত নানা তিব্বতী-বৰ্মণ জাতৰ সৃষ্টি হয়। উদাহৰণ স্বৰূপে কোঁচ, মেচ, কছাৰী ৰাভা, ডিমাছা, তিওৱা, বড়ো, চুতীযা, সোনোৱাল, ঠেঙাল আদি ভৈয়ামৰ তিব্বেতো-বৰ্মণ জনগোষ্ঠীৰ লোকৰ কথা ক'ব পৰা যায়। কিৰাটসকলৰ প্ৰব্ৰজন সুপ্ৰাচীন যুগৰ পৰা ধীৰে ধীৰে সুদীৰ্ঘ কাল ধৰি হৈছিল বুলি ক'ব পৰা যায়। ইতিহাসে ঢুকি নোপোৱা সুপ্ৰাচীন যুগৰ পৰা বৰ্তমানলৈকে এই প্ৰব্ৰজন চলিয়েই আছে।

বিভিন্ন চীনা আৰু দক্ষিণ-পূব এচিযাৰ বুৰঞ্জী তথা তাই বুৰঞ্জীৰ সমলৰ আধাৰত মংগোলীয় ( মন-খ্‌মেৰ আৰু তাইকে ধৰি ) জন-গোষ্ঠীৰ প্ৰব্ৰজনৰ বৃহৎ সোঁতবোৰৰ সময় তলত দিয়া ধৰণে নিৰ্ণয কৰিব পাৰি :

(১) গোবি মৰুভূমি আৰু উত্তৰ-পূৱ তিব্বতৰপৰা চিয়াং জনগোষ্ঠীৰ দক্ষিণলৈ প্ৰব্ৰজন—চীনা আক্ৰমণৰ বাবে। খৃঃ পূঃ ১০০০ বছৰ আগতে।* মন-খ্‌মেৰ জনগোষ্ঠীৰ এই সকলৰ লগত সম্পৰ্ক। এই কানচু (Kansu) অঞ্চল গুৰুত্বপূৰ্ণ বাণিজ্য পথত পৰিছিল।

(২) চতুৰ্থ শতিকাত উত্তৰ চীনত বৰ্বৰসকলৰ প্ৰৱল আক্ৰমণ আৰু দক্ষিণলৈ চীনা জনগোষ্ঠীসমূহৰ প্ৰব্ৰজন।

---

* দ্ৰষ্টব্য : Hall, D. G. E. A History of South-East Asia, পৃঃ ১৩৬।

(৩) ফান ছিহ মান ( ফুনানৰ ৰজা ) ৰ মন ৰাজ্যসমূহৰ ওপৰত আক্ৰমণ মালয়া তথা মেকং উপত্যকা, সুবৰ্ণভূমি আদিত আক্ৰমণ। মন প্ৰব্ৰজন। ২২৫ খৃঃ ৰ আগৰ ঘটনা।

(৪) অনৱৰথ (১০৪৪-৭৭ খৃঃ ) পাগান ৰজাৰ অৰি আৰু মন সকলৰ লগত ব্যাপক সংঘাত। হ'লৰ মতে "Tradition asserts that he took a Mon monk Shin Arahan, into his service and charged him with the task of converting the Burmese to Hinayana Budhism. This entailed a struggle with a priesthood known as the Ari, who dominated Upper Burma."* অৰিসকলক হাতীৰ ৰখীয়া কৰা হৈছিল নাইবা অত্যাচাৰ কৰা হৈছিল। অনৱৰথৰ আক্ৰমণত সৰু সৰু মন ৰাজ্যবোৰো পাগান ৰাজ্যৰ মাজত সোমাই পৰিছিল।** মন আৰু অৰিমহাযানপন্থী তান্ত্ৰিকসকলৰ ই প্ৰব্ৰজনৰ কাল হ'ব পাৰে।

একে সময়তে মন ৰাজ্য লোপবুৰিৰ ওপৰত কম্বোজৰ সূৰ্য বৰ্মণ ( খ্‌মেৰ )-ৰ প্ৰচণ্ড আক্ৰমণ। মনসকলৰ উত্তৰলৈ পেগু, থাতন আদিলৈ ব্যাপক হাৰত প্ৰব্ৰজন হৈছিল। অসমলৈ উত্তৰ ব্ৰহ্মৰ পৰা অৰি আৰু ভগনীয়া মন জনগোষ্ঠীসমূহ প্ৰৱেশ কৰিছিল বুলি অনুমান কৰিব পাৰি। নাগ আৰু মহাযানী তান্ত্ৰিক জনজাতীয় অৰ্চন পদ্ধতি-বোৰ এই যুগৰ অনুপ্ৰৱেশ।

(৫) তাইসকলৰ প্ৰব্ৰজন দক্ষিণলৈ আৰম্ভ হয় চিযাং (মন-খ্‌মেৰ) সকলৰ দৰেই খৃষ্ট জন্মৰ কেইবা শতিকামান আগৰ পৰা। মূলতঃ চীনা

---

* হল, দ্ৰষ্টব্য : পৃঃ ১৩৮-১৩৯।

**"Unforked the thirty Ari lords and their sixty thousand followers and enrolled them among the spearmen and lancers and elephant dung sweepers." —Tai and the Tai Kingdoms, পৃঃ ১৪০।

সম্ৰাট চিহ-ওৱাং-টিৰ ৰাজত্ব কালত ( ২৪৯-২১০ খৃঃ পূঃ ) তাইসকলৰ ওপৰত প্ৰচণ্ড হেঁচাৰ ফলত তাইসকল দক্ষিণলৈ প্ৰব্ৰজিত হৈছিল। মধ্যচীনৰ চু ( Ch'u বা T'su ) সাম্ৰাজ্যৰ পতন ঘটে—( খৃঃ পূঃ তৃতীয় শতিকাত ) আৰু তাৰপৰাই বিপুল ভাবে তাই জনগোষ্ঠীৰ লোক প্ৰব্ৰজিত হ'বলৈ ধৰে। চিহ্-ওৱাং-টিৰ পিছতো চু আৰু লো (Lo) ৰাজ্যৰ তাই আৰু অন্যান্য তিব্বতী-চীনা জনগোষ্ঠীৰ লোকক চীনৰ প্ৰাচীৰ গঢ়াত লগোৱা হৈছিল। কনফুচিয়ানসকলৰ ওপৰত এই যুগত চলিছিল নিপীড়ন। কিছুমান জনগোষ্ঠী এই যুগতে পৰ্বতত আশ্ৰয় লৈ পাৰ্বত্য হৈ পৰিছিল। অসম আৰু ব্ৰহ্মদেশৰ চীন ( Chin ) পাৰ্বত্য অঞ্চলৰ ১২টা মান জনগোষ্ঠী এই যুগতে পৰ্বতত আশ্ৰয় লৈছিল। মেং ( Meng বা Hmeng ) বা মিযাওচু, লাই ( Lais ) আদি নামে জনাজাত। তিনিটা মিযাওচু গোষ্ঠী মনসকলৰ ভিতৰত আৰু নটা লাই জনগোষ্ঠী দক্ষিণ চীন পাৰ্বত্য অঞ্চলৰ অন্তৰ্ভুক্ত।

অনা তাই জনগোষ্ঠী লোলো, মিয়াও আৰু মিন্‌চিযা আদিও ইউনানৰ দক্ষিণ-পশ্চিম অঞ্চলত, উত্তৰৰ চীনা ( হান ) সকলৰ হেঁচা সহ্য কৰিব নোৱাৰি থুপ খাইছিলহি। সম্ভৱতঃ বৃহৎ হান জাতিৰ উত্থান ( খৃঃ পূঃ তৃতীয় শতিকা )-ৰ আৰম্ভৰে পৰা দুৰ্বল আৰু পৰাভূত ক্ষুদ্ৰ ক্ষুদ্ৰ জনগোষ্ঠীবোৰ দক্ষিণত পাৰ্বত্য অঞ্চলত থুপ খাইছিলহি।

(৬) চীন-তিব্বত-ব্ৰহ্মদেশ এই ত্ৰি-ৰাষ্ট্ৰীয় সীমাত গঢ় লোৱা নানচাও সাম্ৰাজ্যৰ উত্থান-পতনৰ লগত অসমৰ উত্তৰ-পূৰ্বাঞ্চলৰ জনগোষ্ঠী-সমূহৰ প্ৰব্ৰজন ভালেখিনি জড়িত। নানচাও সাম্ৰাজ্যতে তাইসকলৰ লগত বৌদ্ধ ধৰ্মৰ সংস্পৰ্শ প্ৰতিষ্ঠা হৈছিল। প্ৰাচীন টাও ধৰ্মই ৰাজ পৃষ্ঠপোষকতা হেৰুৱাইছিল কো-লো-ফেঙৰ ৰাজত্ব কালত। কো-লো-ফেঙৰ দিনতে ৭৬০ খৃষ্টাব্দত তাইসকলে পিউ ( Pyu ) ৰাজ্য শ্ৰীক্ষেত্ৰ জয় কৰে। পিউ ৰাজ্য সম্পূৰ্ণ ধ্বংস সাধন তাইবিলাকেই কৰে। বৰ্তমান বিলুপ্ত পিউবিলাক যে আন জনগোষ্ঠীৰ লগত বিলীন হৈ

গৈছিল সি সহজবোধ্য। কো-লো-ফেঙৰ ৰাজত্বকালতে পূৰ্বতকৈও শক্তিশালী ভাবে শ্ৰীক্ষেত্ৰত বিকশিত থেৰাবাদী বৌদ্ধ ধৰ্ম আৰু সংস্কৃতি তাইসকলৰ মাজত সোমাই পৰে।*

কো-লো-ফেঙৰ পিছত ই-মৌ-চুন ( I-mou-Hsun )-ৰ ৰাজত্ব কালত মাং, মো ( Mo ) আৰু ছি ( Shı ) আদি পাৰ্বত্য জনগোষ্ঠী,—ইউনানৰ উত্তৰ-পশ্চিম দিশৰ বাসিন্দাসকলৰ ওপৰত আক্ৰমণ তাব্ৰ হৈছিল। এই জনগোষ্ঠীবোৰ চীন ( Ch'ın ) তথা গাই-লাও ( Ngaı-Lao ) আৰু আন তাই জনগোষ্ঠীৰ সংমিশ্ৰিত জনগোষ্ঠী। ই-মৌ-চুনে পৰাভৱ কৰা এই 'ক'লা বৰ্বৰ' জনগোষ্ঠীবোৰৰ বাহিৰেও লুং-তুং, কাৰেণ আৰু হান-ছাং আদি চীনা জনগোষ্ঠীও পৰাভূত কৰে। ত্ৰি-ৰাষ্ট্ৰীয় সীমাত ইযাৰ পিছত সুদীৰ্ঘ কাল ধৰি তিব্বতী, চীনা আৰু তাইসকলৰ আধিপত্য ৰক্ষা আৰু আধিপত্য বিস্তাৰৰ যুগ।

৮৫৯ খৃঃ ত নানচাও-ৰ তাইসকলে মন ৰাজ্য দ্বাৰাৱতী বা সিংহ ৰাজ্য ( Lıon Kıngdom )ৰ পতন ঘটায়। কুবলাই খানৰ আক্ৰমণত বিধ্বস্ত হৈ পৰাৰ আগতে এইদৰেই মন ৰাজ্য, পিউ ৰাজ্য তথা আন ক্ষুদ্ৰ জনগোষ্ঠীবোৰ আক্ৰমণ কৰি প্ৰকৃততে উক্ত জনগোষ্ঠী-বিলাকৰ—পাৰ্বত্য অঞ্চললৈ, অসমলৈও, প্ৰব্ৰজনৰ বাট মুকলি কৰি দিয়া হৈছিল।

(৭) তিব্বতীসকলৰ এটা প্ৰবল সোত সপ্তম শতিকাত হিমালয়ৰ নামনি অঞ্চল, আনকি পুৰণি উত্তৰ বঙ্গ, বিহাৰ আদিলৈও হৈছিল বুলি অনুমান কৰিব পাৰি। ভাস্কৰবৰ্মণে কণৌজৰ ৰজা অৰ্জুনক দমন কৰিবৰ বাবে ওৱাং-হিউয়েন-চিৰ বাহিনীক সাহায্য দিছিল। ভৌম তথা নৰক বংশী ভাস্কৰবৰ্মণে মঙ্গোলীয় ওৱাং-হিউয়েন-চিক সাহায্য

* ৮৩২ খৃঃ ত মান বিদ্ৰোহীয়ে পিউ ৰাজ্য ধ্বংস কৰিছিল আৰু ৩০০০ পিউ বন্দী কৰি ইউনানলৈ লৈ গৈছিল। —Hall, পৃঃ ৩২২। পিউ অকল বোন ধৰ্মাৱলম্বী তিব্বতী-বাৰ্মান গোষ্ঠীৰ বুলি অনুমান কৰিব পাৰি।

কৰাৰ ঘটনাই নিশ্চিত ভাবে তিব্বতী আৰু চীনা সংস্কৃতিৰ লগত ভাস্কৰ-বৰ্মনৰ ওচৰ সম্পৰ্কৰ কথা সূচায়। তিব্বতৰ ৰজা স্ৰং-চান-গাম্‌পোয়ে এগৰাকী নেপালী ৰাজকুঁৱৰী আৰু আন এগৰাকী চীনা ৰাজকুঁৱৰী বিয়া কৰাইছিল। সপ্তম শতিকাৰ মাজভাগত বিকশিত স্ৰং-চান-গাম্‌পোৰ দিনৰপৰা বিহাৰ-বঙ্গ তথা ভাৰত আৰু কামৰূপৰ লগত তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ আদান-প্ৰদান বাঢ়িছিল।

(৮) ষষ্ঠ শতিকামানত সুপ্ৰতিষ্ঠা লাভ কৰা আন এখন তাই ৰাজ্য ( মাও-চান )-ৰ বিকাশ অসমৰ মধ্যযুগৰ বুৰঞ্জীৰ ক্ষেত্ৰত অত্যন্ত প্ৰভাৱশীল। ষষ্ঠ শতিকাৰ মাজভাগত উত্তৰ ব্ৰহ্ম আৰু ইয়াৰ পূব ভাগ জয় কৰা তাইসকলে প্ৰথম অনা-তাই পাৰ্বত্য জনগোষ্ঠীসমূহৰ প্ৰব্ৰজন সূচনা কৰিছিল বুলি অনুমান কৰিব পাৰি। সম্ভৱতঃ পিছৰ যুগত চু-কা-ফাই যি পথ অনুসৰণ কৰি অসম পাইছিল, সেই পথ অনুসৰণ কৰিয়েই মন, চীন তথা অন্যান্য অ-তাই আৰু তাই জনগোষ্ঠী ষষ্ঠ শতিকা-মানৰ পৰা বৰ্তমানৰ টিৰাপ-লোহিত তথা উজনি অসমত প্ৰৱেশ কৰিছিল। পিছলৈ অৱশ্যে এইবোৰ অঞ্চলো তাইসকলৰ নিয়ন্ত্ৰণাধীন হৈছিল। ইবাৰতী পাৰহৈ এদল তাই নগাৰলগত সমন্বয়লৈ আহিছিল।* খুল-লুঁঙে সমগ্ৰ উত্তৰ ব্ৰহ্ম, শ্যাম দেশৰ উত্তৰাঞ্চল (Chieng-Mai ), অসমৰ পূবৰ পাৰ্বত্য অঞ্চল তথা প্ৰাচীন অসমৰ সীমান্ত অঞ্চল আৰু দক্ষিণ আভাৰ ধানখেতি হোৱা অঞ্চল জয় কৰিছিল বুলি বুৰঞ্জী-সমূহে কয়।**

মাও-চান ৰাজ্যৰ প্ৰত্যক্ষ অসম আক্ৰমণ চু-কা-ফাৰ আগতেই চাম লং ফা (Sam-Long-Hpa)-ৰ দিনত হৈছিল। ১২২০ খৃঃত চু খান ফা (Hsö Hkān Hpā) ৰজা হয় আৰু ভ্ৰাতৃ চাম লং ফাৰ সেনাপতিত্বত

* দ্ৰষ্টব্য : The Tai and The Tai Kingdoms, পৃঃ ১৩১।

** উক্ত গ্ৰন্থ, পৃঃ ১৩৩ দ্ৰষ্টব্য।

আৰাকান পৰ্যন্ত ব্ৰহ্মদেশ জয় কৰিছিল। মণিপুৰ, কাছাৰ আৰু চুতীয়া ৰাজ্যৰ লগত যুদ্ধ হৈছিল যদিও যুদ্ধত চাম লং ফা জয়ী হৈছিল। ৰবিনচনৰ Account of Assam, ড° পদ্মেশ্বৰ গগৈৰ The Tai and The Tai Kingdoms আদিন চেন-ৱি বুৰঞ্জী (Hsen-Wi Chronicle)-ৰ তথ্য ব্যৱহাৰ কৰি চাম লং ফাৰ ৰাজ্য জয়ৰ ইতিহাস দাঙি ধৰা হৈছে।* চুতীয়াসকলো উত্তৰৰ পৰা অহা সম্প্ৰদায়—যি হিন্দু ধৰ্ম গ্ৰহণ কৰিছিল। লেকৰয়ৰ দিনলৈকে চুতীয়া বংশৰ একত্ৰিছ জন ৰজা হৈছিল বুলি কোনো কোনো বুৰঞ্জীয়ে কয়।** আনুমানিক হিচাপ ধৰিলেও অতি কমেও ষষ্ঠ-সপ্তম শতিকামানতে চুতীয়া ৰাজ্যৰ পাতনি মেলা হৈছিল বুলিব পাৰি।

আমি ওপৰত দাঙি ধৰা ঘটনা প্ৰৱাহৰ এটা চমু পৰ্যালোচনাৰ জৰিয়তে পূৱ, পশ্চিম, উত্তৰ, দক্ষিণৰ পৰা ১২২৮ চনলৈকে অসমলৈ হোৱা প্ৰব্ৰজনৰ মূল ধাৰাসমূহ নিঃসন্দেহে নহ'লেও—কিছু নিৰ্ভৰযোগ্য ভাবে অনুধাৱন কৰিব পাৰোঁ। অসমলৈ আহিব পৰা মূল পথসমূহ যদিহু সুগম্য নহয়, তথাপি অসম হ'ল এনে এটা চুকত য'ত ভাৰত, তিব্বত, চীন, ব্ৰহ্মদেশ—এই চতুৰ্ৰাষ্ট্ৰীয় সম্মিলন স্বয়ংক্ৰিয় ভাবে হৈছিল। সমাজ আৰু সংস্কৃতিৰ ক্ষেত্ৰতো আমি দেখা পাওঁ ভাৰত-তিব্বত-চীন-ব্ৰহ্মদেশে অসমত জন-সমষ্টিৰ চৰিত্ৰ নিৰ্ণাযক উপাদান দিছিল সেইটো নহয়,

---

* চুতীয়া ৰাজ্য জয়ৰ কাহিনী এই ক্ষেত্ৰত বিশেষ তাৎপৰ্যপূৰ্ণ। তথ্যমতে চাম লং ফাৰ আগমনৰ সময়ত চুতীয়া ৰজা লেকৰয়ৰ চাৰিজন পুত্ৰ আছিল। বুকৰা বা বুকৰৰ যুদ্ধত মৃত্যু হৈছিল। মাইচুৰ মাইংবিং নামৰ ঠাইলৈ পলাই গৈছিল। কলিতা উত্তৰ-পূৱলৈ পলাই গৈছিল। কোচি ৰজাই আত্মসমৰ্পণ কৰিছিল।

** নেই এলিয়াচ (Ney Elias)-ৰ Introductory Sketch of the History of the Shans in Upper Burma and West Yunnan আৰু ওপৰত উল্লেখ কৰা চেন-ৱি বুৰঞ্জীৰ কথা কোৱা হৈছে। বিশ্লেষণৰ খাৰাক্ত পাৰ্থক্য থাকিলেও সেইটো চাম লুং ফাৰ আক্ৰমণৰ কথা যুক্তিহীন বোলা নাই। Gait-ৰ A History of Assam-ৰ পৃঃ ৭৬, ১৯৮৪ চনৰ সংস্কৰণ দ্ৰষ্টব্য।

ভাষা তথা সংস্কৃতিৰ চৰিত্ৰ নিৰ্ণায়ক উপাদানো দিছিল। কিন্তু ভাৰতৰ ইতিহাসত যিদৰে আৰ্য-অনাৰ্য আদি পৰিচিতি লৈ সংঘাত আছে, ঠিক সেইদৰে অসমতো আছে। যিবোৰ জনগোষ্ঠী সংমিশ্ৰিত, ব্ৰাত্য অথবা যিবোৰ জনগোষ্ঠীয়ে অতি প্ৰাচীন কালতে নিষাদ বা কিৰাত হৈও বৈদিক ধৰ্ম, আচাৰ-নীতি অনুসৰণ কৰিছিল, তেওঁলোকৰ পৰিচিতি আৰ্য বা অনাৰ্য হিচাপে সুকীয়া ভাবে দেখুওৱা সহজ নহয়। উদাহৰণ স্বৰূপে নৰক বা ভৌম বংশৰ কথাই ধৰা হওক। নৰকৰ জাত কি ধৰা টান। পিতৃ বৈষ্ণৱ আৰ্য। মাতৃ বসুমতী —বসুমতী অৰ্থত স্থানীয় জাতৰ হয়তো নিষাদ নাইবা কিৰাত।

বিষ্ণুপ্ৰসাদ ৰাভাই নৰক মানে বড়ো নাৰখু—'শকত-আৱত' বুলিছে। ভুগদাঠ মানে সাহসী আৰু বুৰ্জাদাঠ মানে অসীম সাহসী বুজাই বুলিছে আৰু ভৌম বা বসুমতীৰ বংশ বসুমাতাৰী বড়ো বুলি কৈছে। হাৰূপেশ্বৰত ৰাজধানী পতা ম্লেচ (মেছ?) সকলকো ভৌম বুলি কৈছে। বিষ্ণু ৰাভাৰ মতে শালস্তম্ভৰপৰা ত্যাগসিংহ পৰ্যন্ত সকলো বসুমাতাৰী মেচ, সংকলাদিপ বড়ো, আৰি মত্ত (হাৰিণী মত্ত), জোঙাল ৰলউ (জোঙালবলহু) বড়ো, সোণাৰপৰা খেনা→ খ্যেন বংশ বড়ো, হাওৰীয়া মেচ বড়ো।* এসময়ত এনে দৃষ্টিভংগীৰ বিপৰীতে সকলোকে আৰ্য কৰাৰ দৃষ্টিভংগী প্ৰকট হৈ পৰিছিল। আৰ্যীকৃত কৰাও হৈছিল। গোত্ৰৰ প্ৰতীক (টোটেম)-ৰ নাম দেখিযেই এটা জাত আৰ্য নে অনাৰ্য তাক ক'ব নোৱাৰি। প্ৰকৃততে আৰ্য-অনাৰ্য আদি পাৰ্থক্যসমূহ বহুক্ষেত্ৰত দেখা যায় কুৰি শতিকাৰ পক্ষপাতিত্বমূলক চিন্তাৰ প্ৰসাৰৰ ফলতহে শিপা মেলি স্থায়ী হৈছে। ভাষিক মিল অধ্যয়ন কৰিও জাত এটাৰ মূল উৎসৰ বিষয়ে ক'ব পৰা নাযায়। আনকি স্থান আৰু নদীৰ নামৰ অৰ্থ বিচাৰিও বিভ্ৰান্তিকৰ

* ওদালগুৰি বড়ো সাহিত্য সভাৰ ভাষণ, সংগৃহীত ৰচনাৱলী, পৃঃ ৩৩৫-৩৩৭ দ্ৰষ্টব্য।

ভাবে জনবসতিৰ ক্ষেত্ৰত সিদ্ধান্ত গ্ৰহণ কৰিব নোৱাৰি। ইতিহাসৰ কোনোবা যুগত নদীৰ নাম 'শ্ৰীলোহিত' আছিল কাৰণে আমি যদি ধৰি লওঁ যে মন-খ্মেৰ শ্ৰীক্ষেত্ৰত সকলো ভাৰতীয় মানুহ আছিল আৰু ইৰাৱতী (শ্ৰীলোহিত)-ৰ দুয়োপাৰে মন-খ্মেৰ, তাই-মংগোলীয় জনগোষ্ঠী নাছিল তেন্তে ভুল কৰা হ'ব। ঠিক সেইদৰে নদীৰ নামবোৰ বহু ক্ষেত্ৰত বড়ো, অষ্ট্ৰিক আৰু তাই ভাষাৰ আছিল বাবে যদি ধৰি লওঁ যে আন জনগোষ্ঠী ইয়াত নাছিল, তেন্তে সিও হ'ব একদিশদৰ্শীতা।

নদীৰ পাৰত বাস কৰা জনগোষ্ঠী ডিমাছা আৰু জিম'চায়া (দেউৰী) সকলৰ বাহিৰেও আমি তাই, কাৰ্বি আদি ভাষাৰ নৈৰ নাম পাওঁ। ডিমাছা-কছাৰী আৰু চুতীয়া তথা মংগোলীয় তান্ত্ৰিক-সকলৰ পূজাৰী জিম'চায়াসকলৰ বাসস্থানবোৰত নৈৰ নাম নিৰূপণত তেওঁলোকৰ প্ৰভাৱ নিশ্চিত। দিহিং, দিবং, দিচাং, দিখৌ, দিচৈ, ডিব্ৰু, আদি নৈৰ নাম তিব্বেতো-বাৰ্মিজ ভাষা-গোষ্ঠীৰ লোকৰ অৱদান। সম্ভৱতঃ এই নৈবোৰৰ পাৰত থকা আদি মংগোলীয়সকল হিন্দু ধৰ্মৰ তথা তান্ত্ৰিক ধৰ্মৰ প্ৰভাৱত আৰ্যীকৃত হৈ একোটা জাত (caste) হ'ল আৰু বৰাহী, মৰাণ, চুতীযা, ডিমাছা, ঠেঙাল, সোনোৱাল আদি কছাৰী জনগোষ্ঠীত পৰিণত হ'ল। আহোমৰ সম্প্ৰসাৰণৰ যুগত বৰাহী, মৰাণ, চুতীয়া আদিৰ বৃহৎ অংশ আহোমৰে সংমিশ্ৰিত নাইবা বিলীন হ'ল, আনহাতে একাংশ যুদ্ধত পৰাজিত হৈ অসমৰ দক্ষিণলৈ হোহোঁকা মাৰিলে। কলং, কিলিং, লামডিং, লামচাখাং আদি অষ্ট্ৰিক জনগোষ্ঠীৰ নাম। এই জনগোষ্ঠীৰ সম্প্ৰসাৰণ এসময়ত ব্ৰহ্মপুত্ৰৰ পাৰৰ পাহাৰবোৰ আৰু সমতললৈকে হৈছিল। লুই-তুদ (লুই-তু)—জিম'চায়া দীঘল আৰু দ নদী, এনে নাম উত্তৰ ব্ৰহ্মৰ অধিপ্ৰধান অঞ্চলতো আছিল। তি-লাও বা ডি-লাও বড়ো বা মঙ্গোলীয় নাম। প্ৰসঙ্গতঃ উল্লেখযোগ্য যে উত্তৰ ব্ৰহ্মৰ ইৰাৱতীক মনসকলে শ্ৰীলোহিত

বুলিছিল আৰু নিজৰ ৰাজ্যখনক শ্ৰীক্ষেত্ৰ বুলিছিল। মনসকলৰ নিকটতম জনগোষ্ঠী তথা মন জনগোষ্ঠী অসম আৰু বৰ্তমানৰ উত্তৰ-পূৰ্বাঞ্চলত কেইবাটাও। এওঁলোকৰ অৱদান লোহিত নাম সৃষ্টিৰ ক্ষেত্ৰত ইতিবাচক হ'ব পাৰে। সম্ভৱতঃ দানৱ বুলি যিবোৰ জনগোষ্ঠীক চিহ্নিত কৰা হৈছে তাৰে কিছুমান মন-খ্‌মেৰ। নৰকাসুৰৰ আগৰ যুগতে—মহাকাব্য ৰচনাৰ যুগতে সেয়ে লোহিত বা লৌহিত্য নাম জনা আছিল। আহোমৰ আগমনৰ সময়ত তি-লাও বা নাম তি লাও* বা লাও তি প্ৰচলিত আছিল বুলিও কোৱা হয়। ব্ৰহ্মপুত্ৰ নাম সম্ভৱতঃ চুতীয়াসকল ধৰ্মান্তৰিত হোৱা আৰু ব্ৰহ্মকুণ্ড সৃষ্টি কৰাৰ যুগৰ। এই ক্ষেত্ৰতো বানাৰসৰ ব্ৰাহ্মণৰ প্ৰভাৱত হোৱা বুলি অনুমান কৰাৰ থল আছে। প্ৰভূকুঠাৰ ( পৰশুকুঠাৰ ) ব্ৰহ্মকুণ্ডৰ আখ্যানৰ লগত জড়িত আছিল আৰু ব্ৰহ্মপুত্ৰ নামৰ লগতো উক্ত কাহিনীৰ সম্পৰ্ক আছে। ব্ৰহ্মপুত্ৰ পবিত্ৰ নদী—য'ত পাপৰপৰা মুক্তি অৰ্জন কৰাটো সম্ভৱ। পঞ্চম শতিকাৰ পৰা সপ্তম শতিকাৰ ভিতৰত এই ঘটনা-প্ৰৱাহ সংঘটিত হৈছিল বুলি অনুমান কৰিব পাৰি।

দেউৰী পিচাদেমা ( পিচাচি ), বড়োৰ ভৰলী ( ভল্লী ) আৰু আৰ্যীকৃত শিৱৰ মানস কন্যা মনসাৰ মৰ্যদা তথা মানদণ্ড সমপৰ্যায়ৰ। য'ত দুৰ্গা বা পাৰ্বতী তাৰেই ওচৰতে মনসা, য'ত বুঢ়া-বুঢ়ী তাৰেই ওচৰতে পিচাদেমা বা পিচাচি, য'ত শক্তিৰূপিণী মহাদেৱী তাতেই কেচাইখাতী, য'ত মহাভৈৰৱ তাতেই ভল্লী ( ভৰলী ), য'ত কামাখ্যা তাতেই ভল্লী। ভৰলী নামৰ নদী অসমত একাধিক। দেওপানী আৰু মানাস বৰ্তমানো আছে। আনহাতে বুঢ়া-বুঢ়ীৰ পুত্ৰ বলীয়া বাবা বা পাগলা বাবাৰ নামত পাগলা দৈয়া। অষ্ট্ৰিক হো, হং, অং, তয়া, তিউ,

---

* ড কাকতিৰ Assamese—Its Formation and Development, পৃঃ ৫১ দ্ৰষ্টব্য।

দ্রু, দিউ আদিও নৈৰ নামবাচক শব্দৰ মূলতে জড়িত থকা দেখা যায়।

আহোম যুগত অষ্ট্রিক আৰু বডোৰ লগত তাই ভাষা নাইবা আৰ্য মূলৰ শব্দৰ লগত আধা তাই শব্দ যোগ হৈ কিছুমান নাম সৃষ্টি হোৱা দেখা যায়। যেনে নাম তিমা (ধনশিৰি)-ৰ নাম তাই আৰু তিমা অষ্ট্রিক। ঠিক সেইদৰে তি লাও নাম বা নাম তি লাও, তি লাও মংগোলীয়, নাম তাই। নামখুন (দিলিহ), নামখে (জাঁজী), নাম চাও (দিখৌ), নামহৈখে (শামুকজান)—হৈ (Hoi) মানে খোলা, নামৰূপ, নামদাং, নামচিক, নামজিন আদি নৈৰ নাম তাইসকলে দিছিল। আহোম ভাষাৰ জান শব্দ পুৰণি আন ভাষাৰ শব্দৰ লগত নাইবা বস্তুৰ নামৰ লগত যোগ হৈ নদীৰ নাম হৈছে। জান শব্দৰ অৰ্থ বাম নদী। যেনে কাকজান, ধলাজান, ভবাজান, দিহাজান, ভুগীজান ইত্যাদি।

দিহং, দিবং, কৰতোৱা, দিচাং, লাও তু (লাও—পৰিষ্কাৰ, তু—নদী) আদি অষ্ট্রিক নামবোৰ সম্ভৱতঃ প্ৰথম প্ৰচলন হৈছিল। পিছত বডোৰ দি সংযুক্ত হৈছে।*

ঠাই আৰু নৈ তথা বস্তুৰ নামৰ ওপৰত ভিত্তি কৰি ইতিহাস চৰ্চা কৰিলে বহু সময়ত বিভ্ৰান্তিকৰ সিদ্ধান্তত উপনীত হোৱা যায়। অসমৰ প্ৰাচীন ইতিহাসলৈ মনকৰিলে আমি দেখা পাম অসমলৈ অহা প্ৰব্ৰজনকাৰীসকলৰ ভিতৰত সংস্কৃতমূলৰসকলৰ প্ৰভাৱ আছিল অতি শক্তিশালী। অসমৰ প্ৰাচীন তাম্ৰশাসন তথা শিলৰ ফলিত সংস্কৃত ভাষা ব্যৱহাৰ হৈছিল। মন-খ্মেৰসকলৰ শ্ৰীক্ষেত্ৰত নিজৰ ভাষা চলিছিল, ব্ৰহ্মদেশত নিজৰ ভাষা চলিছিল—মন লিপি আৰু পাগান ভাষাত। কিন্তু অসমীয়া ভাষাত মন লিপিৰ প্ৰচলন হোৱা

* "Where Bodo di, was placed before austric hong (water)—perhaps the name of the river in olden times"—ড° কাকতি, Assamese—Its Formation and Development, পৃঃ ৫১।

নাছিল। তাইসকলৰ নিজা লিপি আছিল। কিন্তু তাই লিপিত অসমীয়া লিখা হোৱা নাছিল—বৰং অসমীয়া ভাষাত তাই শব্দ লীন গৈছিল আৰু তাই জাতিয়ে অসমীয়া ভাষা লৈছিল। সৰু সৰু ৰাজ্য পাতি থকা, ভিন ভিন সময়ত অহা মন-খ্মেৰ আৰু বড়ো জনগোষ্ঠীৰ বাবে বহুল ৰজাৰ, বহুল ধৰ্ম তথা ৰাজ্য শাসনৰ বহুল প্ৰয়োজনত এটা ভাষা পৃষ্ঠপোষকতা কৰাৰ প্ৰয়োজন হোৱা নাছিল। কিন্তু ব্ৰাত্য-সকলৰ ক্ষেত্ৰত প্ৰাগ্জ্যোতিষপুৰ আৰু কামৰূপৰ নানা জনগোষ্ঠীক শাসন কৰাৰ প্ৰয়োজনত এটা ভাষাৰ পৃষ্ঠপোষকতা কৰাৰ প্ৰয়োজন আছিল। শিলালিপি আৰু তাম্ৰশাসনত পঞ্চম শতিকাৰ পৰাই সংস্কৃত ব্যৱহাৰ কৰিলেও সপ্তম শতিকাৰ হিউয়েন চাঙৰ মতে কামৰূপৰ ভাষা পশ্চিমৰ ভাষাতকৈ কিছু বেলেগ আছিল।* কিন্তু প্ৰাচীন শিলালিপি তথা তাম্ৰশাসনৰ লিপি আছিল ব্ৰাহ্মী আৰু ভাষা আছিল সংস্কৃত। এই কথালৈ লক্ষ্য ৰাখি টি. পি. বাৰ্মাই উল্লেখ কৰিছে—

"Although we can trace the origin of the Assamese language into antiquity, we have written epigraphic material only in sanskrit, the language of the court in Assam as in many other parts of the country. The epigraphs show that the Assamese scripts can seek their parentage to the Brahmi script which later on developed in North India into proto-regional script,"**...গুপ্ত চন তাৰিখ ব্যৱহাৰ কৰা বৰ্মণ বংশীয় ৰজাসকলৰ পৰা তান্ত্ৰিক ধৰ্মৰ পৃষ্ঠপোষক পাল বংশী ৰজালৈকে সকলোৱে

* "Their language differs a little from that of mid-India." —ইয়াত 'mid-India' বোলোতে নালন্দাকেন্দ্ৰিক মগধকেই বুজোৱা হৈছে।—গ্ৰন্থকাৰ।

** Development of script in Ancient India, 1976 edition, পৃঃ ৩০, Assam Sahitya Subha.

মূলতঃ শাসন, ধৰ্ম-প্ৰচাৰ, সাংস্কৃতিক আদান প্ৰদানৰ ভাষা আছিল মধ্য ভাৰতৰ ভাষাতকৈ কিছু বেলেগ এটা ভাষা, এই 'আঞ্চলিকত্ব' বিস্তাৰত প্ৰধান ভূমিকা আছিল মূলতঃ অষ্ট্ৰিক আৰু বড়োসকলৰ। বড়ো, অষ্ট্ৰিক সকলোৰেই আদান প্ৰদানৰ ফলত সংস্কৃত ভাষাৰ শব্দ নেপালৰ পৰা শদিয়ালৈকে কোচ, কছাৰী আৰু চুতীয়া ৰাজ্যত গ্ৰহণ কৰিছিল আৰু এটা থলুৱা ৰূপত জন-সমাজত প্ৰচলন কৰিছিল। গতিকে বহুতো শব্দৰ ক্ষেত্ৰত সংস্কৃতৰ পৰা থলুৱা ভাষালৈ আহিল নে থলুৱা ভাষাৰ পৰা সংস্কৃতলৈ আহিল তাক নিশ্চিত কৰা টান।* উদাহৰণস্বৰূপে স্বৰ্ণশ্ৰীৰ পৰা অৱনৰি আৰু সোৱণশিৰি হ'ল নে অৱনৰিৰ পৰা সোৱনশিৰি হ'ল জোৰ দি কোৱা নাযায়। বৰং স্বৰ্ণশ্ৰীৰ পৰা ("বালিত সোণ পোৱা গৈছিল) সোৱণশিৰি হোৱাই বেছি সম্ভৱ।

* "Living long in the plains and in immediate neighbourhood of Aryan-speaking people, the Bodos borrowed words freely from the Aryan dialects and without careful examination it is often difficult to ascertain whether a particular word is of N.I.A. origin borrowed by the Bodos or vice-versa." —ড° কাকতি, Assamese—Its Formation and Development, পৃঃ ৪২।

# তৃতীয় অধ্যায়

## প্ৰথম ভাগ

## প্ৰস্তৰৰ বুকুত নিপুণ হাতৰ পৰশ

অসমত আদি প্ৰস্তৰ যুগৰ নহলেও বৃহৎ শিলৰ পূজা কৰা মানুহ আছিল। উন্নত ক্ষুদ্ৰ আহিলা-পাতি গঢ়া মানুহৰ আৱিৰ্ভাৱৰ বহু পিছতো এনে বৃহৎ শিল পূজা কৰা মানুহৰ আগমন সভ্যতাৰ বুকুত ঘটা দেখা যায়।* অসমৰ নৈ-কাষৰীয়া অঞ্চলত, ব্ৰহ্মপুত্ৰৰ কাষে কাষে পাহাৰীয়া অঞ্চলত বৃহৎ শিলৰ নিমজ দম বহু ঠাইত দেখা যায়, কৰবাত বৃহৎ হাতীৰ মূৰৰ দৰে সমান হৈ, কৰবাত লিংগৰ দৰে, কৰবাত বা কোনো আকাৰ নথকাকৈ। প্ৰকৃতিৰ বুকুৰ এনে বিভিন্ন ৰূপৰ শিল অসমৰ ক্ষয়জাত পাহাৰবোৰৰ সকলো ঠাইতে দেখা যায়। প্ৰকৃতিৰ পৰশৰ নানা ৰূপ পালেও ইযাত মানুহৰ হাতৰ পৰশ পৰে। ক্ষটহা হাতেৰে মানুহে আৰম্ভ কৰে নক্সা।

অসমৰ পুৰণি যুগৰ বৃহৎ শিৱলিংগ, চেপেটা শিল, বৃহৎ হাতী-মূৰীয়া শিল আদিৰ গঢ় প্ৰকৃতিয়েই দিয়া। মানুহে বহু ঠাইত এতিয়াও সেইবোৰ পূজা কৰে।

বৃহৎ শিলাবোৰ বোধ হয় প্ৰথমে প্ৰতিষ্ঠা কৰা হৈছিল মৃতসকলৰ স্মৃতি-সৌধ হিচাপে। খাচি পাহাৰ, নগা পাহাৰ তথা অৰুণাচলত এনেদৰে স্মৃতিৰক্ষাৰ্থে শিলাখণ্ড প্ৰতিষ্ঠা কৰাৰ নিয়ম পৰম্পৰাগত। এনে স্মৃতি জড়িত থকা মানুহৰ হাতৰ বিশেষ শ্ৰম নথকা আদিম বৃহৎ শিলা অসমত কেইবা ঠাইতো আছে। উদাহৰণস্বৰূপে দুই-মুনি

---

* কৰ্ণাটক, অন্ধ্ৰ আদিত বৃহৎ শিলাৰ সংস্কৃতি লৌহ যুগৰ বুলি কোৱা হৈছে। দ্ৰষ্টব্য, কোসাম্বী The Culture and Civilisation of Ancient India, পৃঃ ৩৮।

শিলা—কুমুদ আৰু কৌস্তুভ শিলা হৈ থকা বুলি কোৱা হয়। লগতে বহু শিষ্য প্ৰশিষ্য। সম্ভৱতঃ এই শিলাবোৰ শিৱৰ অভিশাপত মৃত (শৈৱসকলৰ হাতত পৰাভূত) মুনিসকলৰ স্মৃতিসৌধ। বুঢ়ীগংগাৰ পাৰৰ এগুটিয়া ৰৰলা শিল বীৰভদ্ৰৰ সমাধি। উপকথা অনুসৰি বীৰভদ্ৰ শিৱ-সতীক অপমান কৰোতা দক্ষৰ যজ্ঞ ভংগ কৰোতা। এই ৰৰলা শিলৰ আঁৰত থকা বীৰভদ্ৰ হয়তো কোনো শৈৱ বীৰ। অৰুন্ধতীৰ শিলা চিহ্ন, ৰৰকএৰা শিলা, লাহেশ্বৰী শিলা আদি গুৱাহাটীৰ ওচৰৰ ডাঙৰ শিলা য'ত মানুহে পূজা অৰ্চনা কৰে। এইবোৰ যত দূৰ সম্ভৱ সমাধি শিলা। লংকেশ্বৰ থানৰ শিলাই দেখাত বৃহৎ শিলা-কৃষ্টিৰ বৃহত্তম নিদৰ্শন। প্ৰায় ২৫-২৬ মিটাৰ দীঘল, ১০-১১ মিটাৰ ওখ লংকেশ্বৰ শিলা উপকথা অনুসৰি সৌধ শিলা। শিৱৰ সমাধি শিলা। শিৱই দুৰ্জন দমন কৰি ফুৰা অৱস্থাত কোনোবাই গাত মদ ঢালি শিৱক শিলীভূত কৰে বুলি প্ৰবাদ। সম্ভৱ কোনো শৈৱ মহৎ লোকৰ সমাধি শিলা। এনে সমাধি শিলাৰ ক্ষেত্ৰত মানুহৰ হাতৰ পৰশ সামান্য অথবা শূন্য।

ইয়াৰ পিছতে দেখা পাওঁ বিভিন্ন অঞ্চলত পৰি থকা শিলৰ ডাঙৰ খণ্ডবোৰ, যিবোৰত থকা আহুতিৰ ক্ষেত্ৰ (পদাংক?) মানুহৰ সামান্য নহ'লেও অত্যন্ত প্ৰাথমিক ধৰণৰ হাতৰ কামৰ ফল। উদাহৰণ স্বৰূপে আমি ৰুদ্ৰপদ নামত একাধিক ঠাইত থকা বৃহৎ শিলা, গদাধৰৰ খোজ নামত লখিমীজান, হাতীমূৰা (স্যমন্তগিৰি) আদিত থকা শিল, ভৈৰৱ পদৰ শিলৰ কুণ্ড আদিৰ কথা ক'ব পাৰোঁ।

বৃহৎ শিল থকা অঞ্চলবোৰতে আমি দেখা পাওঁ নিমজ বৃহৎ শিৱ-লিংগৰ সংখ্যাও বেছি। সম্ভৱতঃ ভৌম বংশৰ পাতনিৰে পৰা, হয়তো তাৰো আগৰপৰাই মানুহৰ হাতৰ পৰশত কঠিন শিলাই নানা ৰূপত সাৰিলাই উঠিছিল। মধ্য অসমৰ দবং, নগাওঁ, কাৰ্বি আংলং, কামৰূপ আদিৰ বৃহৎ আকাৰৰ বৃহৎ পৰিসৰৰ শিলৰ কাৰিকৰীবিস্তাৰ

পাৰ্ভনি ৫ শতিকাৰপৰা দ্বাদশ-ত্ৰয়োদশ শতিকাত তান্ত্ৰিক বৌদ্ধ আৰু তান্ত্ৰিক শাক্ত ধৰ্ম তথা শৈৱ ধৰ্মৰ সমন্বয়ৰ মাজতে সমাপ্ত হয় বুলিব পাৰি। বৃহদাকাৰ লিংগ তথা যোনিপীঠসমূহ তথা শিলৰ মন্দিৰ-সমূহৰ নিৰ্মাণ কাল মকলো ক্ষেত্ৰতে ঠাৱৰ কৰা টান।

অসমৰ নগা আৰু খাচিবিলাকে সমাধি-শৈল তথা স্মৃতি-শৈল একোখণ্ড শিলাৰে ৰক্ষা কৰাৰ প্ৰচুৰ উদাহৰণ আছে। এইচ. এইচ. গডউইন-অষ্টেনে ( H. H. Godwin-Austen )* আঙ্গামীৰ চভ'মা ( Sopvomah ), টগাৰেমা আদি ঠাইত জুলু উপত্যকাৰ চেল ( Shales ) পাথৰৰ তথা বালিশিলৰ শিলাখণ্ড, তাংখুল অঞ্চল প্ৰৱি ( Prowi ), ফুঙ্গাম আদি সক শিলৰ লানিৰ কথা উল্লেখ কৰিছে। আনহাতে কেৱল একখণ্ড শিলাৰ বাহিৰেও শ্মশান বা সমাধিক্ষেত্ৰৰ স্মৃতি-সৌধ ( Dolmen ) আৰ্হিৰ শিলাৰ কথাও,—জুলু আৰু চিজ উপত্যকাত দেখা বুলি উল্লেখ কৰিছে।

আৰ. জি. লাথামে উল্লেখ কৰিছে যে নগাসকলে নিজৰ মৃত ব্যক্তিৰ সমাধি ঘৰৰ পানী পোতাতে দিছিল আৰু সমাধিৰ ওপৰত এচটা শিল দিছিল। সাধাৰণতে একে ঠাইতে পাহাৰৰ ওপৰত বহু মানুহ থুপ খাই থকা বাবে আৰু নগাসকলৰ গোষ্ঠীগত প্ৰবৃত্তি থুপ খাই থকা গৃহ-প্ৰেমী মানুহৰ দৰে হোৱা বাবে—একে ঠাইতে বহু স্মৃতি শৈল বা সমাধি শৈল দেখা যায়।

" The Nagas inter their deceased relations at the very threshold of their homes, rolling a stone over

---

* (১) . Report on the Survey Operation in the Naga Hills and Manipur during 1872-73 আৰু (২) On the Rude Stone Monuments of Certain Naga Tribes, with some remarks on their customs, etc., J. A. I. 1875 vol. IV, ইয়াত উদ্ধৃতি দিয়া হৈছে The Nagas in the Nineteenth Century Verier Elwin সম্পাদিত গ্ৰন্থৰ পৰা।

the grave to mark the spot. The village streets are full of these rude memorials, some falling into neglect, but others feaced in and ornamented with flowers".*

যবৰ কষতে মৃত ব্যক্তিক সমাধি দিয়া বাবে আৰু তাত এচটা শিল দিয়া বাবে—গাওঁ এৰি সাধাৰণতে নগাসকলে নগৈছিল। এই ক্ষেত্ৰত কুকি, কাৰ্বি আদিৰ লগত নগাৰ পাৰ্থক্য আছে। কাৰ্বি, কুকি আদিয়ে ঝুম খেতিৰ বাবে গাঁওঁ এৰি গৈছিল। কাৰ্বিৰ ক্ষেত্ৰত এনে স্মৃতি সৌধ একেলগে বহুতো থুপ খাই থকাৰ প্ৰশ্নই নুঠে, তথাপি কাৰ্বিয়েও মৃতকৰ স্মৃতিৰ বাবে শিল'ৰ টুকুৰা নাইবা স্তম্ভ নিৰ্মাণ কৰিছিল বুলি জনা যায়।**

অসমত হাজাৰ হাজাৰ শিলৰ খণ্ড থুপ খাই থকা সুপ্ৰাচীন পাহাৰ বিলাকত এসময়ত যে স্মৃতি সৌধ পুৰণি ধৰণে ৰখা হৈছিল আৰু আজিৰ কিছুমান জনজাতিয়ে কৰা দৰে তাত ফুল-পাত দি পূজাও কৰা হৈছিল তাক অনুমান কৰিব পাৰি। পিছত তেনে শিলাখণ্ডবোৰ সম্ভৱতঃ উৰ্বৰতা কৃষ্টিৰ ( কৃষি-সম্প্ৰসাৰণৰ কৃষ্টিৰ ) মাজত আৰু আদিম যোনি আৰু লিঙ্গ পূজাৰ ৰীতিৰ মাজত হেৰাই যায়। কাৰ্বি আংলঙ, গুৱাহাটীৰ ওচৰৰ পাহাৰবোৰ, নগাওঁ জিলাৰ পাহাৰ আৰু দৰং জিলাৰ পাহাৰবোৰ যে এসময়ত আদিম দানব গোষ্ঠীৰ বাসস্থান আছিল তাক দুই কৰিব নোৱাৰি।

পি. আৰ. গাৰ্ডনে The Khasis নামৰ গ্ৰন্থত খাচি আৰু আন খাচিৰ লগত সম্পৰ্ক থকা জনগোষ্ঠীৰ শিলাস্তম্ভ প্ৰতিষ্ঠাৰ বিষয়ে অধ্যয়নৰ প্ৰচুৰ উদাহৰণ দাঙি ধৰিছে। মেনহিৰ বা ঠিয় স্তম্ভ, ডলমেন

---

* Verier Elwin, উক্ত গ্ৰন্থ Primitive Anthropology, R. G. Latham-ৰ প্ৰবন্ধ দ্ৰষ্টব্য।

** দ্ৰষ্টব্য : The Khasis, P. R. Gurdon, 1980, Cosmo Publications, P. 146.

বা পথালি শিল, অস্থি শিলা বা ক্ৰোমলেক্ আদি নানা ধৰণৰ স্মৃতি শিলাৰ কথা উক্ত গ্ৰন্থত উল্লেখ কৰা হৈছে। ডলমেন বা পথালি শিলাৰ উদাহৰণ খাচি পাহাৰ সংলগ্ন অসমৰ পাহাৰতো আছে। খাচি ডলমেনৰ বিষয়ে গাৰ্ডনে এইদৰে উল্লেখ কৰিছে :

"Stones with top coverings or curved heads are however rare. In front of the line of menhirs is a large flat table stone resting on stone supports, the top of the upper-most plane being some 2 to 2½´ ft from the ground, this flat stone is some times as much as a foot or more thick."*

এনে পথালি শিলাবোৰ কেন্দ্ৰত থকা মেনহিৰ বা থিয় শিলৰ চাৰিও-ফালে সজাই ৰখাও হয়। মেনহিৰ, ডলমেন আৰু ক্ৰোমলেক জাতীয় স্মৃতি-শিলাৰ সংস্কৃতি যিবোৰ জনগোষ্ঠীৰ আছিল সেই জনগোষ্ঠীবোৰ এসময়ত ব্ৰহ্মপুত্ৰৰ পাৰলৈকে—নগাৱৰ কামাখ্যা পাহাৰৰ পৰা খাচি-জয়ন্তীয়া পাহাৰ পৰ্যন্ত বিয়পি আছিল বুলি অনুমান কৰিব পাৰি। ইয়াৰ স্মৃতিচিহ্ন এতিয়াও বিয়পি থকা প্ৰাচীন স্মৃতি শিলৰ অৱশেষে আমাক দিয়ে। গুৱাহাটীৰ নৱগ্ৰহৰ শিলাখণ্ডবোৰ এনে পথালি শিলৰ সংস্কৃতিৰ অৱশেষ বুলি ভবাৰ যুক্তিসম্মত কাৰণ আছে। সম্ভৱতঃ পিছৰ যুগৰ মানুহে মন-খ্‌মেৰ বা তিব্বেতো-বাৰ্মিজ সংস্কৃতিৰ অপসাৰণৰ যুগত ইয়াক নতুন নাম নতুন পৰিচয় দি নতুন ৰূপত সজাই পেলালে।

গডউইন-অষ্টেনে খাচিসকলৰ পূৰ্বপুৰুষৰ স্মৃতিসৌধ ৰখা শৈল সৌধৰ ৰীতিৰ লগত নগাৰ ৰীতিৰ পাৰ্থক্যৰ কথা উল্লেখ কৰিছে। ব্যক্তিয়ে জীৱিত কালত কিমান ভোজ দিলে তাৰ স্মৃতি ৰাখিবৰ কাৰণেও

* উক্ত গ্ৰন্থ, পৃঃ ১৪৫।

এনে শিল পোতাৰ কথা তেওঁ উল্লেখ কৰিছে।* মস্তৰ স্মৃতিসৌধ ৰক্ষাৰ বাবেও নগাবিলাকে শিল প্ৰতিষ্ঠা কৰিছিল। দেৱতাৰ শিলাৰ স্থান ( place of spirit stones ), আঙ্গামী নগা অঞ্চলত আছে।** জন্তু আৰু মানুহৰ প্ৰতি উৎসৰ্গীত শিলাখণ্ডৰ লগত মেইখেলৰ ভৱিষ্যৎ বাণী জড়িত হৈ থকালৈ চাই আৰু সমাধি শৈল থকালৈ চাই আমি ক'ব পাৰোঁ। যে ধৰ্মীয় উপাসনাৰ বাবেও এইসমূহ জন্তু, মানুহ আৰু দেৱতাৰ উদ্দেশ্যে সেইবোৰ প্ৰতিষ্ঠা হৈছিল। আনহাতে, নিজৰ নাগাৰাজ্যত প্ৰৱেশ কৰাৰ স্মৃতি হিচাপে, বিশেষ ঘটনা হিচাপে, আনকি বিশেষ ভোজৰ স্মৃতি হিচাপেও স্মৃতি শিলা পোতা হৈছিল বুলি ভবাৰ থল আছে। মেইখেলৰ শিল যদি ৫২টা পুৰুষৰ আগৰ ( প্ৰবাদ অনুসৰি ) বুলি ধৰা হয়—তেন্তে সম্ভৱতঃ কিছুমান নগা জনজাতি অষ্টম-দশম শতিকামানৰ ভিতৰত প্ৰব্ৰজিত হৈছিল বুলি ক'ব পাৰি। লোহ যুগ আৰম্ভ হোৱাৰ বহু পিছতো এনে ধৰণৰ শিলা প্ৰতিষ্ঠা কৰাৰ পৰম্পৰা সুপ্ৰাচীন। খাচিবিলাকে কিন্তু সমাধি শৈল ৰাখিছিল। অৰুণাচলৰ আন দুই এটা জনগোষ্ঠীয়েও তেনে শিল ৰখাৰ উদাহৰণ আছে। অসমৰ যিবোৰ ঠাইত ক্ষয়ত পাহাৰ আছে, তীব্ৰ-স্ৰোতা নদীয়ে মসৃণ কৰা শিলা আছে, তেনে ঠাইত স্মৃতিসৌধ কৰিবৰ বাবে জোঙা মসৃণ নাইবা চেপেটা মূৰৰ হাতীমূৰীয়া শিলৰ অভাৱ নাছিল। প্ৰথম উৰ্বৰতা কৃষ্টিৰ প্ৰতীক শিলৰ মাজত থকা গাত ( বিভিন্ন পদ ) বিলাক মূলতঃ প্ৰকৃতিৰ সৃষ্টিৰ বুকুত মানুহৰ নিয়োজিত শ্ৰমৰ চিহ্ন।

---

* উক্ত গ্ৰন্থ, পৃঃ ৫৩১ দ্ৰষ্টব্য : "They are errected by individuals during their life time to commemorate the feast given on the occasion, and one or more persons may give this, and for each a stone is set up."

** দ্ৰষ্টব্য : The Night of the Guerrillas, ( Meikhel অধ্যায় )—নিৰ্মল নিবেদন।

গাঁতবোৰ ( আহুতি দিয়া ) যিমান আক সুগঠিত আমি সিমানে কুঠাৰ বা আহিলাবোৰ উন্নত আছিল বুলি ভাবিবৰ থল আছে।

কনকলাল বৰুৱাই Early History of Kamrup-ত (চিত্ৰত ১ নং আৰু ২ নং কুঠাৰ ) কলিকতাত সংৰক্ষিত দুখন কুঠাৰৰ নমুনা দাঙি ধৰিছে। India's North-East গ্ৰন্থত* আন কিছুমান শিলৰ আহিলাৰ নমুনা ( চিত্ৰত ৩-ৰ পৰা ১১ ) দাঙি ধৰা হৈছে। এই আৰ্হিৰ কুঠাৰৰ মাত্ৰ সামান্য অধ্যয়নৰ জৰিয়তে জন-বসতিৰ যুগ নিৰ্ণয় কৰা যিদৰে সম্ভৱ নহয়, ঠিক সেইদৰে কি কাৰণত কোন যুগত কুঠাৰৰ আকৃতি সলনি হৈছিল তাক নিৰ্দিষ্ট ভাবে ক'ব পৰা নাযায়। নালযুক্ত অথবা নাল নথকা কুঠাৰৰ কাম ( Function )-ৰ ওপৰত ভিত্তি কৰি অৱশ্যে ক'বপৰা যায যে বৃত্তিগত কাৰণত কুঠাৰৰ বা হাতৰ আহিলাৰ ৰূপ সলনি হৈছিল। চিত্ৰৰ ৩ নংৰ পৰা ১১ নং আৰ্হি পৰ্যন্ত কুঠাৰবোৰ অধিক মিহি কামত ব্যৱহাৰ হোৱাটো সম্ভৱ। প্ৰখ্যাত নৃতাত্বিক বিনফৰ্ডৰ দ্বাৰা কৰ্মভিত্তিক আহিলা বিভাজনৰ পদ্ধতি অনুসৰণ কৰি এটা সুস্থ সিদ্ধান্তলৈ আহিব লাগিলে অসমৰ ধনশিৰি উপত্যকা, কাৰ্বি আংলং, নগাৰাজ্য, কপিলি উপত্যকা, শ্ৰীসূৰ্য পাহাৰ, নগাওঁ জিলাৰ ক্ষয়জাত পাহাৰৰ প্ৰাচীন বসতি থকাৰ সম্ভেদ থকা পাহাৰবোৰ, দৰং জিলাৰ প্ৰাচীন ধ্বংসাৱশেষ পোৱা অঞ্চলসমূহ, শদিয়া অঞ্চল আদিত ব্যাপক খনন কাৰ্য চলাই প্ৰাচীন যুগৰ আহিলা-পাতিৰ সন্ধান কৰা প্ৰয়োজন। বিনফৰ্ডে শিলৰ আহিলাসমূহ বিভাজনৰ ক্ষেত্ৰত এটা প্ৰাথমিক অনুমান কৰিছে। প্ৰাথমিক অনুমান অনুসৰি ডাঙৰ গধুৰ কুঠাৰবিলাক ( বা আহিলাবিলাক জন্তুৰ ছাল ছেলাবৰ বাবে ), তুলনামূলক লঘু আহিলাবিলাক কাঠ কাটিবৰ বা মিহি কৰিবৰ বাবে তথা সৰু মিহি আহিলাবিলাক পাতল কটা কাম কৰিবৰ কাৰণে ব্যৱহাৰ

* India's North-East, Ed. Pankaj Thakur, Prakash Publishing House, 1981.

হ'ব পাৰে।* অসমৰ প্ৰাক-ঐতিহাসিক যুগৰ অৱস্থা নিঃসন্দেহে গভীৰ অৰণ্যঘেৰা অটব্য আছিল। লোৰ কুঠাৰ ব্যৱহাৰ নোহোৱা পৰ্যন্ত গুখ, ডাঙৰ গছৰ অটব্য হাবিত বিপুল জন-বসতি কোনো পধ্যেই সম্ভৱ নাছিল। এই সময়ত সম্ভৱত আদি মন-খ্‌মেৰ জনগোষ্ঠীৰ লোক নগা পাহাৰ আৰু খাচি পাহাৰ সামৰি—কাৰ্বি আংলঙৰ কপিলি আৰু ধনশিৰি উপত্যকা তথা কপিলি উপত্যকাত বাস কৰিছিল। উত্তৰকালেও সেইদৰে বড়ো জনগোষ্ঠীৰ লোকৰ বসতি বিস্তাৰ আৰম্ভ হৈছিল। লোহাৰ আহিলাপাতিৰে সুসজ্জিত আৰ্য সভ্যতাৰ সংস্পৰ্শত অহা লোকসকল প্ৰব্ৰজিত হোৱাৰ আগলৈকে প্ৰাচীন অসমত (প্ৰাগ্‌জ্যোতিষত) শিলৰ অস্ত্ৰ লোৱা মানুহৰ প্ৰভাবেই নিশ্চয় বেছি আছিল। দ্ৰুতবেগী (মায়াৰ দৰে) আৰু দুহাতেৰে আক্ৰমণ কৰি যুদ্ধ কৰা দানৱ তথা অসুৰৰ প্ৰাদুৰ্ভাৱ উপাখ্যানসমূহত অধিক হোৱালৈ চাই—এই সকল দানৱ মংগোলীয় তিব্বেতো বাৰ্মান তথা মন-খ্‌মেৰ আছিল বুলি অনুমান কৰিব পাৰি। অৱশ্যে নব্য-প্ৰস্তৰ যুগৰ কুঠাৰৰ আকৃতিৰ লগত সমাজ-নৃগোষ্ঠীগত সম্পৰ্ক প্ৰতিষ্ঠা কৰিব পাৰিনে নোৱাৰি সি সন্দেহৰ বিষয়। ভন্‌ হাইনে-গেলদাৰ্ন (Von Heine-Geldern) নামৰ ইতিহাস-বিদজনে আয়ত ডিম্বাকাৰ কুঠাৰ নব্য-প্ৰস্তৰ যুগৰ বুলি অভিহিত কৰিছে।** এই সংস্কৃতিৰ লগত ফলা কাঠৰ নাও বনোৱা কৃষ্টিৰ সম্পৰ্ক

---

* Binford, L R. আৰু Binford, S. R. ৰ প্ৰবন্ধৰ এটা সম্যক আলোচনাৰ বাবে History and Society গ্ৰন্থত Cultural Traditions vs Functional Activities—H D Sankalia ৰ প্ৰবন্ধ দ্ৰষ্টব্য।

** "Von Heine-Goldern, for instance, has ventured the theory, challenged by other scholars, that the Neolithic oval-axe culture found in northern Burma, among the Nagas of Assam, in Cambodia and in eastern islands of the Archipalego, is connected with the use of a plank-built canoe, and that both represent a development of mesolithic culture."—হল, পৃঃ ৬।

আছো৷ গেলদার্নৰ মত নমনাসকলে অৱশ্যে গোটা কাঠৰ ( গুটীয়া কাঠৰ ) কাঠ খুলি কৰা ন'াৱৰ কথাহে কৈছে। আনহাতে কুঠাৰৰ ক্ষেত্ৰত মালয় উপ-দ্বীপৰ ( অষ্টো—এচিয়াটিক ) মাজৰ পৰা সীমা হিচাপে লৈ হোৱাংহো, ইযাংচি, মেকং, চালউইন, ইৰাৱতী আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত আয়ত ক্ষেত্ৰাকাৰ ( Rectangular ) আকৃতিহে বেছি প্ৰচলন আছিল বুলি কোৱা হয়। গংগা উপত্যকাৰপৰা জাপানলৈকে 'বহু ঠাইতে পোৱা নালযুক্ত ( shouldered ) কুঠাৰৰ সংস্কৃতি অষ্ট্ৰ' এচিয়াটিক বুলি হাইনে—গেলদার্নে কৈছে, মূল ভূমিৰ মন-খ্‌মেৰসকলৰ এই কৃষ্টি। আনহাতে আয়তক্ষেত্ৰাকাৰ কুঠাৰৰ সংস্কৃতি অষ্ট্ৰোনেছিযান বুলি অভিহিত কৰিছে। সকলো ইতিহাসবিদে অৱশ্যে কুঠাৰৰ আকৃতিৰ পাৰ্থক্য আৰু ভাষাৰ প্ৰব্ৰজনৰ উভযৰে মাজত সম্পৰ্ক প্ৰতিষ্ঠা কৰাটো সম্ভৱ নহয বুলিছে। ডাঙৰ কথা হ'ল প্ৰাচীন যুগৰ বিভিন্ন আহিলা-পাতি পদ্ধতিগতভাবে সংগ্ৰহ নকৰিলে তথা উপযুক্ত বৈজ্ঞানিক পৰীক্ষা নকৰিলে সময় তথা নৃ-গোষ্ঠীগত আৰু সামাজিক চৰিত্ৰ নিৰ্ণয় কৰাও সম্ভৱ নহয। অসমলৈ তিব্বতী আৰু অষ্ট্ৰিক উভয় গোষ্ঠীৰ মানুহ উত্তৰ, পূৱ আৰু দক্ষিণ সকলো দিশৰ পৰাই অহাৰ সুৰুঙা আছিল যদিও খাচিসকলৰ বৰ্তমান অৱস্থানলৈ লক্ষ্য ৰাখি নব্য-প্ৰস্তৰ যুগতে এইসকল দক্ষিণ-পূৱৰ ফালৰপৰা আহিছিল বুলি ভাবিবৰ থল আছে।

আৰ্য সভ্যতাৰ পোহৰ পৰাৰ আগতেই ( ১ম শতিকাৰ আগতে ) ধানখেতি, গৰু আৰু ম'হ পালন, সাধাৰণ প্ৰাথমিক পৰ্যায়ৰ ধাতুৰ ব্যৱহাৰ, মাতৃতান্ত্ৰিক সমাজ-ব্যৱস্থা, জড়োপাসনা, পিতৃপুৰুষ তথা থল দেৱতাৰ পূজা, কলহত সমাধি দিয়া বা সমাধিত সমাধি শৈল ( Dolmen ) প্ৰতিষ্ঠা কৰা আদি উপাদান দক্ষিণ-পূব এচিয়াৰ কৃষ্টিৰ অঙ্গ আছিল। অসমলৈ অহা অষ্ট্ৰিক জনগোষ্ঠীৰ লোকসকলে মূলতঃ সামান্য ধৰণৰ হ'লেও ধাতু ব্যৱহাৰ কৰা যুগতহে অনুপ্ৰৱেশ কৰিছিল বুলি অনুমান কৰিব পাৰি।

অসমত আয়তক্ষেত্ৰাকাৰ আৰু এমূৰে ধৰিব পৰা কুঠাৰৰ আহিলা উভয়বিধৰে উত্তৰ-পূৰ্বাঞ্চলত অস্তিত্ব আছিল। পুনাৰ শিলৰ আহিলা-পাতিৰ দৰে এইবোৰ অতি খহটা নহয়। পুনাৰ নেৱৌলগাঁৱৰ ৪০০০ খৃঃ পূঃ-ৰ শিলৰ আহিলা-পাতিৰ তুলনাত অসমৰ উত্তৰ-পূৰ্বাঞ্চলৰ শিলৰ আহিলা মসৃণ হ'বলৈ বাধ্য। কাৰণ অসমৰ নদী ( খৰস্ৰোতা, পাহাৰীয়া )-বোৰত অতি বেচি সংখ্যক উপযুক্ত আৰ্হিৰ শিলৰ টুকুৰা পোৱা যায়, যিবোৰ মসৃণ, হাতেৰে ধৰিব পৰা বা ব্যৱহাৰ কৰিব পৰা। অসমৰ ভৈয়ামত লোহ যুগৰ আগতে অটব্য হাবি কাটি ভৈয়ামত শিলৰ অস্ত্ৰৰে বসবাস মুকলি কৰা প্ৰায় অসম্ভৱ আছিল। এই কাৰণতে শিল বা আন আহিলা ব্যৱহাৰ কৰা, সীমিত সংখ্যক অৰণ্যবাসীয়ে সুদীৰ্ঘকাল ধৰি নৰখাদক চৰিত্ৰ জীয়াই ৰাখিছিল বুলি ভাবিবৰ থল আছে। এই নৰখাদক চৰিত্ৰ পিচলৈ ( বৰ্বৰ যুগত ) আৰু প্ৰথম গোষ্ঠীকেন্দ্ৰিক ৰাজ্য গঠনৰ যুগত ধৰ্মীয় আহুতিৰ লগত নৰবলি প্ৰথা সহজে প্ৰচলিত হৈছিল।

বৰ্মণ বংশৰ উত্থান-পতন, শালস্তম্ভ ম্লেছ বংশৰ উত্থান-পতন, পাল বংশৰ উত্থান-পতনৰ লগত এই যুগৰ কাৰিকৰসকলৰ কাম-কাজৰ লক্ষণো জড়িত হৈ আছে। এই যুগত মূলতঃ স্থায়ী কৃষিৰ লগত ঝুমখেতিৰ সহাৱস্থান চলিছিল। পশ্চিম দুৱাৰেদি ব্ৰাত্য তথা হিন্দু সভ্যতা সংস্কৃতিৰ জোৰ-প্ৰৱাহ আৰম্ভ হৈছিল আৰু থলুৱা কৃষ্টিৰ লগত সূচনা হৈছিল সমন্বয়ৰ।

লৌহযুগ আৰম্ভ হোৱাৰ পিছতো কিন্তু লো শান দিবৰ কাৰণে, পূজাৰ দ্ৰব্য প্ৰস্তুত কৰিবৰ কাৰণে, পিহিবৰ কাৰণে শিল ব্যৱহাৰ কৰা হৈছিল। লোৰ অস্ত্ৰৰ অৱৰ্তমানত আহুতি দিয়া জীৱজন্তু ডিঙি মোহাৰি মৰা আৰু পুৰি খোৱা পৰম্পৰাও সুদীৰ্ঘকাল ধৰি চলিছিল বুলি ভাবিবৰ থল আছে। বৰ্তমানলৈকে বলি-বিধান চলি থকা কিছুমান মন্দিৰত ছাগলীও ডিঙি মোহাৰি মৰা পৰম্পৰা চলি আছে।

শিলৰ স্মৃতিসৌধ, লিঙ্গ আদি প্ৰতিষ্ঠাৰ বাবে আদিম জনগোষ্ঠীৰ বাবে উন্নত লোৰ আহিলা দৰ্কাৰ নহয়, বা সামান্য মানুহৰ শ্ৰম ব্যৱহাৰ কৰিযেই প্ৰকৃতিৰ বুকুৰপৰা সেইবোৰ সংগ্ৰহ কৰিব পাৰে। অসমৰ কামাখ্যা ( নীলাচল ), বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰ, বেলতলা পাহাৰ, শিঙৰি পৰ্বত, মাযং পাহাৰ, কাৰ্বি আঙলঙৰ পাহাৰ অঞ্চল, সুমন্তগিৰি বা নগাৱঁৰ কামাখ্যা পাহাৰ তথা টেঙাবাৰী পাহাৰ, অৰুণাচলৰ দাঁতি কাষৰীয়া অঞ্চল আদিত সহজেই প্ৰকৃতিয়ে গঢ় দিয়া শিল সংগ্ৰহ কৰাৰ সুবিধা আছিল। পিছলৈ এইবোৰ ঠাইত লিঙ্গ আৰু যোনি তথা নানা পীঠ প্ৰতিষ্ঠা কম আয়াসতে সম্ভৱ হৈছিল।

এই যুগৰ শিলা-কৃষ্টিৰ ভিতৰত দ-পৰ্বতীয়াৰ সময়-সীমা অতি-ৰেচি পঞ্চম-ষষ্ঠ শতাব্দীলৈ নিব পাৰি, দ-পৰ্বতীয়াৰ শিলৰ দুৱাৰৰ ভাস্কৰ্যত গুপ্ত যুগৰ প্ৰভাৱ সুস্পষ্ট। নগাঁৱৰ ৰবগঙ্গাৰ শিলৰ মূৰ্তি শিৱ-পাৰ্বতী ( ? )-ৰ—সময-সীমা মহাভূতি বৰ্মাৰ ৰাজত্বকাল ষষ্ঠ শতিকাৰ মাজভাগ বুলি অনুমান কৰা হয়। তেজপুৰৰ শিলৰ ভাস্কৰ্য-সমূহৰ সময়-সীমা ৮ম-১০ম শতিকা বুলি ধাৰ্য কৰা হয়। বামুণী পাহাৰৰ শিলৰ কৃষ্টি ৮ম-৯ম শতিকাৰ বুলি অনুমান কৰা হয়।

৭ম শতিকাৰ পিছৰ পৰা, বিশেষকৈ ৯ম শতিকাৰ পৰা ত্ৰয়োদশ শতিকামানৰ ভিতৰত প্ৰতিষ্ঠা হোৱা শিলৰ কৃষ্টিত মূলতঃ তান্ত্ৰিক প্ৰভাৱ দেখা যায়।

নগাওঁ আৰু কাৰ্বি আংলঙৰ যিবোৰ ঠাইত শিলৰ মন্দিৰৰ ধ্বংসা-ৱশেষ আৰু পুৰণি ভাস্কৰ্য পোৱা গৈছে তাৰ ভিতৰত ডবকাৰ আকাশী গঙ্গা, গছতল, বসুন্ধৰী, বুঢ়াগোসাই পৰ্বতৰ শিলৰ মন্দিৰ, তেতেলী পুখুৰীৰ শিলৰ মন্দিৰ, গণেশ পৰ্বত আৰু মায়ঙৰ গণেশৰ মূৰ্তি আদিৰ উপৰিও চাপানলাৰ শিলৰ মন্দিৰ, ভই পৰ্বতৰ শিলৰ মূৰ্তি আদি প্ৰধান। তেজপুৰৰ শিলৰ ভাস্কৰ্য, শিঙৰিৰ শিলৰ কৃষ্টি, ধেন্দাই দৌল, নিজ বৰচলা ; শিয়ালমাৰি—কছাৰী গাওঁ আদি ঠাইৰ শিলৰ কৃষ্টি এই

যুগৰ। কামাখ্যা পীঠৰ শিলৰ কৃষ্টি পঞ্চম শতিকাৰ পৰা দ্বাদশ-ত্রয়োদশ শতিকাৰ, আৰু পিছৰ যুগৰো ইয়াত সংযোজিত হৈছে। গুৱাহাটীৰ আমবাৰী আৰু নগাৱৰ বুঢা-বুঢী শিৱ স্থান আদিৰ প্রাচীন আহিলা-পাতি আদিও ৮ম-১০ম শতিকাৰ ভিতৰৰ বুলি অনুমান কৰা হৈছে।

## তান্ত্রিক যন্ত্র-মন্ত্রৰ অসমৰ মন্দিৰত প্রতিফলন

হিউয়েন চাঙৰ টোকাত অসমত বৌদ্ধ নাই বুলি কৈছিল, কিন্তু 'বিশুদ্ধ মত' (Pure Faith)-ৰ বৌদ্ধ (বা হীনযানী বৌদ্ধ)—যি নিজৰ মুক্তিৰ বাবে শ্রমণ হৈছিল—তেনে লোকে গোপনে সাধনা কৰিছিল বুলিও কৈ গৈছে। ভাস্কৰ বৰ্মণে শ্রমণক শ্রদ্ধাও কৰিছিল। কিন্তু মহাযান বৌদ্ধ ধৰ্মৰ নালন্দাত যি জয়-জয়কাৰ আছিল, কামৰূপত সি নাছিল। হৰ্ষবৰ্ধনৰ মৃত্যুৰ পিছত তিব্বত তথা চীনৰ লগত ওচৰ সম্পৰ্ক ভাস্কৰ বৰ্মণৰ হৈছিল। ভূটান তথা নেপালৰ নামনিৰ একাংশ আৰু কৰ্ণ-সুবৰ্ণ ভাস্কৰ বৰ্মণৰ সীমাৰ ভিতৰত থকালৈ চাই হৰ্ষবৰ্ধনৰ ৰাজসভাত আদৰ পোৱা ভাস্কৰ বৰ্মণৰ ৰাজ্যত যে মহাযানী নাছিল তেনে কথা ভাবিব নোৱাৰি। অন্ততঃ হিউয়েন চাঙৰ ভ্রমণ আৰু ভাস্কৰ বৰ্মণৰ নালন্দা তথা কনৌজৰ লগত থকা সম্পৰ্কই মহাযানী বৌদ্ধৰ লগত আদান-প্রদান আৰম্ভ হোৱাৰ কথাই সূচায়। নিজে বৌদ্ধ নহলেও, এই নতুন ধাৰাটো অসমলৈ আহিছিল ক্ষীণ স্মৃতি হিচাপে ধীৰে ধীৰে। প্রকৃততে বৌদ্ধ সিদ্ধসকলৰ প্রচেষ্টাত জনপ্রিয় হোৱা তান্ত্রিক বৌদ্ধ ধৰ্ম কামৰূপত অত্যন্ত দ্রুত গতিৰে বিয়পিছিল আৰু ৯ম-১৩শ শতিকাৰ ভিতৰত কামৰূপ তান্ত্রিক ধৰ্মৰ পীঠস্থানত পৰিণত হৈছিল। বজ্রযান বৌদ্ধ ধৰ্মৰ মূল সিদ্ধসকলৰ অন্যতম কেইবাগৰাকীও কামৰূপৰ। নাগাৰ্জুনৰ শিষ্য সৰহ-পাৰ শিষ্য লুই-পা (সামন্ত শোভা)। কোনো কোনোৰ মতে মৎসেন্দ্রনাথ বা মীননাথ হ'ল যোগিনী-সহচাৰ্য তথা যোগিনীকুলৰ মূল

সিদ্ধ। এই যোগিনীকুলৰ ধৰ্মই হ'ল নাৰীৰ* সাহচৰ্যত ওচৰ সম্পৰ্ক প্ৰতিষ্ঠাৰ জৰিয়তে মহাসুখ ( Unshakable bliss ) অৰ্জন কৰা। শৈৱ মতৰ প্ৰতি কিছু প্ৰৱণতা থকা এই নাথ-পন্থৰ জলন্ধৰনাথ, দোহা আৰু চৰ্যা গীতৰ বাবে সুখ্যাত কানহ-পা, সৰহ-পা আৰু লুই-পাৰ লগত প্ৰাচীন কামৰূপৰ সম্পৰ্ক ওচৰ আছিল। সিদ্ধ দ্বাৰিকাপাদ ( যি হাজোত হয়গ্ৰীৱ ক্ষেত্ৰত সিদ্ধি লাভ কৰিছিল বুলি প্ৰবাদ আছে ) 'বজ্ৰবৰাহী সাধনা'ৰ ৰচক। কুক্কুৰীপাদ মহামায়া তন্ত্ৰৰ আৰু পিতো-পাদ কালচক্ৰ তন্ত্ৰৰ ৰচক। নৰ-পাদ ( নৰ-পা ) হাজোত জ্ঞান লাভ কৰা সিদ্ধ। সিদ্ধসকলৰ মাজত নাথ—শৈৱপন্থী, বৌদ্ধ আৰু কাপালিক-সকল সোমাই আছে। এওঁলোকে যি বজ্ৰযান ধৰ্ম সামূহিক ভাবে প্ৰচলন কৰিলে—সি হ'ল শাক্ত-শৈৱ আৰু বৌদ্ধৰ সমন্বয়ত এক আচাৰ-হীন বিচাৰ-হীন তান্ত্ৰিক ধৰ্ম। যোগী-যোগিনীৰ ধৰ্ম হিচাপে ই কামৰূপত যে প্ৰলয়ঙ্কৰ কাৰ্য সাধন কৰিছিল তাক শঙ্কৰী যুগৰ সাহিত্যৰ পৰাই অনুমান কৰিব পাৰি।

সহজযান, মন্ত্ৰযান, বজ্ৰযান তথা কালচক্ৰযান আদি বজ্ৰযানৰ বিভিন্ন শাখাৰ মাজত কিছু পাৰ্থক্য থাকিলেও বজ্ৰযান বুলিলে বহল অৰ্থত এনে তান্ত্ৰিক মাৰ্গবোৰ সমৰি লয়। ওৱাদেল প্ৰমুখ্যে এচাম তত্ত্ববিদে এই কালচক্ৰযান তথা চূড়ান্ত বজ্ৰযানী মাৰ্গৰ বিকাশ মূলতঃ অভাৰতীয় উপাদানৰ দ্বাৰা পুষ্ট হোৱা বুলি অভিহিত কৰিছে।** এই কালচক্ৰ যানৰ বিকাশত উত্তৰ ভাৰত, নেপাল আৰু তিব্বতৰ

---

* Tibetan Tantric Tradition, পৃঃ ৪০ দ্ৰষ্টব্য। "Lui-Pa ( Samanta Sobha ), a South Indian ( or a Magadhan Kayastha, according to another account), identified with the Nath Saint Matsyendranatha, spent the main period of his life in Assam and Bengal."

** L. A. Waddel, Budhism of Tibbet or hamaism, 1959 সংস্কৰণ—পৃঃ ১৫।

অৱদান নিশ্চিতভাৱে সমভাৱে সোমাই আছে। কামৰূপৰ সিদ্ধপুৰুষসকলৰ অৱদান এই ক্ষেত্ৰত সম্ভৱতঃ অতি ব্যাপক আছিল। কামৰূপী নৰো-পা সেকোদ্দেশ-টিকা বা শ্ৰীকালচক্ৰতন্ত্ৰৰ প্ৰণেতা বুলি অনুমান কৰাৰ থল আছে।

কালচক্ৰ এক দেৱতা বুলি গণ্য কৰা হয়, বোধিচিত্তৰ সম্পূৰ্ণ শূন্য, মুক্ত আৰু জ্ঞানকায়া। এই কালচক্ৰ হ'ল চাৰিমুখীয়া নীলদেৱতা, ত্ৰিনয়ন, ছয় বাহুযুক্ত, বাৰটাকৈ একালে হাত, শিৱ আৰু অনঙ্গৰদৰে অলিধ মুদ্ৰাত অধিষ্ঠিত। এই কালচক্ৰ একালে তিব্বতী আকাশ ( নীল ) দেৱতা, নীলকণ্ঠ শিৱ তথা অনঙ্গৰ সমন্বয় আনফালে শাক্ত, বৌদ্ধ আৰু শৈৱ তন্ত্ৰৰ সমন্বয়ৰ প্ৰতিভূ। কালচক্ৰ মাৰ্গৰ বিকাশত নৰোপা আৰু কালচক্ৰ-পাদ (নৰোপাৰ পুত্ৰ বুলি অনুমান কৰা হয়)-ৰ অৱদান অসীম বুলি তিব্বতী ধৰ্ম গ্ৰন্থই কয়। কোনো কোনো পণ্ডিতে ক'ব খোজে যে কালচক্ৰৰ জন্ম ৯৬৫ খৃঃত আৰু ইয়াৰ পিছত ই নেপাল, তিব্বত, মঙ্গোলীয়াত বিয়পি পৰে। নালন্দাই সম্ভৱতঃ এই ধৰ্মৰ জন্মস্থান।

বজ্ৰযানত পাঁচ বুদ্ধৰ চাৰিজনক চাৰি দিশত আৰু মাজত অক্ষোভ্যক ৰাখি পাঁচজনৰ এটা মণ্ডল কৰা হয়। পঞ্চ মূল ধাতু—আকাশ, বতাহ, অগ্নি, জল আৰু মাটি, তথা পঞ্চ ৰং বগা, নীলা, হালধীয়া, ৰঙা আৰু নীলা, পঞ্চ বুদ্ধৰ পঞ্চ স্ত্ৰী প্ৰজ্ঞা তাৰা বা বজ্ৰধাতীশ্বৰী, লোচনা, মামকি, পণ্ডৰা আৰু আৰ্যতাৰা তথা পঞ্চ বোধিসত্ত্ব সামন্তভদ্ৰ, বজ্ৰপাণি, ৰত্নপাণি, পদ্মপাণি, বিশ্বপাণি, পঞ্চ পৰিয়াল বা গৃহ মোহ, দ্বেষ, চিন্তামণি, ৰাগ আৰু সমাজ আৰু পঞ্চ মানৱ বুদ্ধ ক্ৰাকুচুন্দ, কনকমুণি, কাশ্যপ, গৌতম আৰু মৈত্ৰেয়—এইদৰে পঞ্চ তত্ত্বৰ এক দৰ্শন প্ৰতিষ্ঠাৰ বাবে মণ্ডল প্ৰস্তুত কৰা হয়। মণ্ডলৰ সোঁ-মাজত বজ্ৰ সত্তা বা অক্ষোভ্যৰ স্থান। ব্যক্তিৰ শৰীৰত পঞ্চ বুদ্ধৰ স্থান নিৰ্দ্দেশ কৰা হয়। বৈৰোচন শিৰত, অক্ষোভ্য হৃদয়ত, ৰত্নসম্ভৱ ললাটত, অমিতাভ মুখত আৰু অমোঘসিদ্ধি ভৰিত। অক্ষোভ্য দেৱ সত্তা হেবজ্ৰ (হেৰুক)

তান্ত্ৰিক বজ্ৰবৰাহী ( তাৰা বা প্ৰজ্ঞাপাৰমিতা ) ৰূপত গণ্য কৰা হয়। কালচক্ৰ ( কালৰ চকৰি—wheel of time ) ও এইদৰে পঞ্চধাতু ( কাঠ, অগ্নি, মাটি, লোহ আৰু পানী ), বাৰ জন্তু ( বান্দৰ, কুকুৰা, কুকুৰ, গাহৰি, নিগনি, ষাঁড, বাঘ, শহা, ড্ৰেগণ, সাপ, ঘোঁৰা আৰু ভেৰা )-ৰ মণ্ডল। ১২২৭ চন মানত এই জাতীয় কালচক্ৰৰ প্ৰৱেশ তিব্বতত হৈছিল বুলি জনা যায়। সম্ভৱতঃ পুৰণি বোন ধৰ্ম তথা প্ৰকৃতি ধৰ্মৰ উপাদান এনে তান্ত্ৰিক আচাৰৰ মাজত সোমাই পৰি স্থায়ী হৈছিল।

নৰোপাৰ কালচক্ৰত কাল হ'ল বস্তুৰূপ অস্তিত্ব আৰু চক্ৰ-শূন্যতা। কালচক্ৰ সেয়ে শূন্যতা আৰু করুণা, শূন্যতা আৰু অস্তিত্ব, সৰ্বময় আৰু ব্যক্তিসত্বাৰ সম্মিলন। উভয়ৰে সম্মিলনত জন্ম হয় মহাজ্ঞানৰ। যোগৰ জৰিয়তে দেহাত বজ্ৰ (মণি)-ৰ বিকাশ ঘটোৱা, চিৰন্তন আৰু শক্তিশালী বজ্ৰৰ দ্বাৰা মহাসুখ অৱস্থাত উপনীত হোৱাৰ বাবে কালচক্ৰ মাৰ্গই— দেহাৰ জৰিয়তে সাধনা কৰাৰ ওপৰত গুৰুত্ব দিয়ে—দেহামধ্যে সমস্তম যোগম! বজ্ৰ জপ ওম অঃ হুম—গ্ৰহণ কৰা, ধৰি ৰখা আৰু ত্যাগ কৰা, সৃষ্টি সংৰক্ষণ আৰু ধ্বংসৰ প্ৰতীকী কাৰ্য। এইদৰে মহাসত্বা ( দ্বিতীয় পৰ্যায় ), তৃতীয় পৰ্যায়, সমাজসত্বা ( চতুৰ্থ পৰ্যায় ) আৰু বজ্ৰযোগী ( পঞ্চম ) পৰ্যায় বা কালচক্ৰ পৰ্যায়ত যোগী অৱতীৰ্ণ হয়।

ডাকাৰ্ণৱ বা মহাযোগিনী-তন্ত্ৰ-ৰাজ নামৰ নেপালৰপৰা সংগ্ৰহ কৰা, ১৩ শতিকাত ৰচনা কৰা ( অনুমিত ) গ্ৰন্থত সিদ্ধি লাভৰ যন্ত্ৰ, মন্ত্ৰ, মুদ্ৰা আৰু ধাৰণা সম্বলিত পুথিৰ কথা জনা যায়।* ইয়াক ডাকাৰ্ণৱ বা ডাক ( জ্ঞান )-ৰ সমুদ্ৰ বোলা হৈছে। ইয়াত গুৰুজনৰ পুৰুষ ভগৱান মহাবীৰ বীৰেশ্বৰ—ডাকিনী স্বামী বোলা হৈছে। ডাকিনী হ'ল ৰবাহীদেৱী, তাৰাৰ ৰূপ বা বজ্ৰবাৰাহী আনন্দ দেৱী।

---

* বৌদ্ধ গান আৰু দোহা—বংগীয় সাহিত্য পৰিষদৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থত বংগালী আখৰে মুদ্ৰিত।

মহাযোগিনী তন্ত্র অনুসৰি সংসাৰেই নিৰ্বাণ লাভৰ ক্ষেত্ৰ। জ্ঞান আৰু কৰুণাৰ মিলনেই সুখৰ মূল। মনৰ 'সমৰসিগতম্' সম্পূৰ্ণ সঙ্গতিৰ বা সমাধিৰ দ্বাৰা জ্ঞান ( ডাক )-ৰ জন্ম হয়। জাগ্ৰত হোৱা জ্ঞানৰ স্থান হয় শূন্যত। বজ্ৰ পদ্মে বোলাত এই তত্ত্ব লুকাই আছে। বুদ্ধৰ বাণীক ইয়াত 'মণি' আৰু বহুমুখী মনৰ বিকাশৰ ৰূপক 'পদ্ম' বোলা হৈছে। বজ্ৰ পদ্মে তথা 'মণি পদ্মে' বোলাত এই তত্ত্বৰ মূল লুকাই আছে। সাধ্য আৰু সাধক সম্পূৰ্ণ অবিচ্ছেদ্য ঐক্য প্ৰকাশক বজ্ৰযানৰ মূল তত্ত্বৰ চূড়ান্ত ৰূপ সম্ভৱ এই তান্ত্ৰিক মহাযোগিনী তন্ত্ৰ-ৰাজ।

অসমত তান্ত্ৰিক বৌদ্ধ যুগত শাক্ত-শৈৱ-বৌদ্ধ মাৰ্গৰ অভূতপূৰ্ব সম্মিলন হৈছিল। বৌদ্ধ তান্ত্ৰিক বজ্ৰযানৰ এক ক্ষেত্ৰ মণি পৰ্বত—মণি ( জ্ঞান বা বুদ্ধৰ দ্বাৰা প্ৰকাশিত জ্ঞান )-ৰ পৰ্বত। ইযাত হয়গ্ৰীৱ মহামুনিৰ সাধনাত নৰোপা তথা দ্বাৰিকা পাই নিৰ্বাণ লাভ কৰিছিল বুলি অনুমান কৰা হয়।

শিঙৰি গুপ্তেশ্বৰ মন্দিৰৰ গুহা এতিযাও মহাযানী ভুটীয়াই পূজা কৰে। পদ্ম কটা ডাঙৰ শিলৰ তান্ত্ৰিক চক্ৰ বৰ্তমানো আছে বুলি জনা যায়। কিৰাং আৰু ওৰাং বৌদ্ধ মন্দিৰ।

ধেন্দাই দোলৰ কৃষ্টি* মূলতঃ বৌদ্ধ তান্ত্ৰিক আৰু শৈৱ তন্ত্ৰৰ সম্মিলনৰ ফল। পঞ্চশূল ( পঞ্চ মাৰ্গ ), তিনি থলপা সিংহাসন মহাজ্ঞান অৰ্জনৰ বিভিন্ন পৰ্যায় হাতীৰ ওপৰত সিংহ, গাহৰিৰ ওপৰত সিংহ, সম্পূৰ্ণ ওপৰত সিংহ ক্ৰমান্বযে ওপৰত সিংহ, পঞ্চানন শিৱ পঞ্চ বোধিসত্বাৰ প্ৰতীক, চতুৰ্ভুজ শিৱৰ মূৰ্ত্তিও ইয়াত আছে। সহজযান, কালচক্ৰযান আদিৰ পঞ্চ মূলৰ লগত পঞ্চ-উপাদানৰ বস্তুবোৰৰ সম্পৰ্ক থাকিব পাৰে।

শিয়ালমাৰি কছাৰী গাঁৱৰ শিলৰ মন্দিৰত চাৰিকোণীয়া ক্ষেত্ৰৰ মাজত ছয় কোণীয়া ক্ষেত্ৰ অঁকা চিত্ৰ থকা স্তম্ভ আছে। চাৰিকোণীয়া

* ঢেণ্ঢন-পাদ সম্ভৱতঃ ইয়াত আছিল। —গ্ৰন্থকাৰ।

ক্ষেত্ৰৰ মাজত ছয় কোণীযা ক্ষেত্ৰ বজ্ৰযানৰ ক্ষেত্ৰ বা চক্ৰৰ অনুৰূপ। অনুৰূপ ছয় কোণীযা বেদী বুঢাবুঢী মন্দিৰ সদিযাত, বঠাৱতীত শিলৰ যন্ত্ৰ, মূৰাভগাত শিলৰ যন্ত্ৰ, ষড়ভুজা নভণ্ডাৰ চামুণ্ডা ( অনুমান একাদশ শতিকাৰ ), নেলীৰ ভগৱতী থান ভগৱতী মহামায়া কেচাইখাতী ডাকিনীৰ চাৰি মূৰ্তি, তেজপুৰৰ শিলৰ ভাস্কৰ্যত থকা চাৰিকোণীয়া শিলত পদ্মফুল কটা মণি-পদ্মৰ নক্সা, শিলত কটা জ্যামিতিক নক্সা, বামুনী পাহাৰৰ বৃত্তাকাৰে ফুল কটা ( পদ্ম ) মাজত থকা চতুষ্কোণ গাঁত—তান্ত্ৰিক বেদী বা মণ্ডল, বামুনী পাহাৰৰ ষড়ভুজা নৃমুণ্ডমালিণী, দ-পৰ্বতীয়াৰ হযগ্ৰীৱ ( ঘোঁৰাৰ মুখৰ নৰমূৰ্তি—আঠুকাটি থকা ), দুহাতে পদুম ফুল লৈ বহি থকা নৰমূৰ্তি ( পদ্ম তান্ত্ৰিক মনৰ বিকাশৰ প্ৰতীক )— এইবোৰৰ মাজত তান্ত্ৰিক প্ৰভাৱ প্ৰকট। শৈৱ শাক্ত আৰু বৌদ্ধ প্ৰভাৱ একে লগে দেখা পোৱা এই কৃষ্টিমূলক উপাদানৰ প্ৰাচীন ক্ষেত্ৰ-সমূহৰ বিকাশৰ সময় মূলতঃ ৭ম শতিকাৰপৰা ত্ৰযোদশ শতিকা বুলি ধাৰ্য কৰিব পৰা যায়।

গুৱাহাটীৰ বৌদ্ধ ধৰ্মৰ লগত জড়িত মূৰ্তি ভাস্কৰ্য আদি হিন্দু ধৰ্মৰ পুনৰুত্থানৰ যুগত হিন্দু নামাংকিত হৈ পৰাত আজি বৌদ্ধ পৰিচয় বিচাৰি পোৱা সহজ নহয। তথাপি বোধ-জনাৰ্দন বা বোধ-জনাৰ্দনৰ মূৰ্তি মূলতঃ বৌদ্ধ অবলোকিতেশ্বৰৰ মূৰ্তি বুলি ক'ব পৰা যায়। শুক্লেশ্বৰ ঘাটৰ বৌদ্ধ জনাৰ্দনৰ পিছতে শ্ৰীসূৰ্য পাহাৰৰ বোধিসত্বৰ মূৰ্তিযেও বৌদ্ধ কৃষ্টিৰ ব্যাপক প্ৰসাৰৰ ইংগিত দিযে। স্থানান্তৰত আমি হয়গ্ৰীৱ মাধৱ সম্পৰ্কে বহলাই আলোচনা কৰিছোঁ।

## চতুৰ্থ অধ্যায়
### প্ৰথম ভাগ

# স্থায়ী কৃষিৰ বিকাশ
# জনগোষ্ঠীসমূহৰ সমন্বয় আৰু সহাবস্থান

অসমত স্থায়ী কৃষি তথা অৰ্থনীতিৰ বিকাশৰ লগত নানা জাত তথা জনগোষ্ঠীৰ সমন্বয় আৰু সহাৱস্থানৰ ইতিহাস জড়িত হৈ আছে। অসমৰ সুদীৰ্ঘ ইতিহাস পৰ্যালোচনা কৰিলে আমাৰ চকুত পৰে যে চাৰিওফালৰ পৰা অহা নানা জনগোষ্ঠীৰ অসমৰ মাটিত বিভিন্ন যুগত সমন্বয় হৈছে, কিন্তু সমন্বয়ৰ পিছতো দেখা যায় জীণ নোযোৱাকৈ কিছুমান উপাদান সমন্বিত সংস্কৃতিৰ বুকুতে থাকি গৈছে।

অসমৰ পশ্চিম ভাগত শক্তিশালী ৰাজতন্ত্ৰ প্ৰতিষ্ঠা হৈছিল গুপ্ত বংশৰ সমসাময়িক ভাবে। অসমৰ অৱস্থা বৰ্মণ বংশৰ ৰাজত্বকালত কেনে আছিল আমি তাৰ এটা আভাস হিউয়েন চাঙৰ বিৱৰণ আৰু বিভিন্ন ফলি আৰু শিলালিপিসমূহৰ অধ্যয়নৰ জৰিয়তে পাব পাৰোঁ। যদিও বিস্তৃত নহয়; তথাপি এই যুগৰ (৪ৰ্থ শতিকাৰ পৰা ত্ৰয়োদশ শতিকা পৰ্যন্ত) অসমৰ অৰ্থনীতিৰ এটা আভাস পাবৰ বাবে সেয়া যথেষ্ট নহয় বুলি ক'ব নোৱাৰি।

ভাস্কৰ বৰ্মণৰ ৰাজত্বকালত অসমৰ অৱস্থা দুৰ্বল নাছিল। শিলাদিত্যৰ ৰাজসভাত মৰ্যদাৰ আসন পোৱাৰ উপৰিও আমি দেখা পাওঁ নালন্দাৰ পৰা হিউয়েন চাঙক আমন্ত্ৰণ কৰি প্ৰথমবাৰ বিফল হৈ ভাস্কৰ বৰ্মণে সমগ্ৰ নালন্দাথনকে ধ্বংস কৰি দিম বুলি ভাবুকি দিছিল। কোনো কোনো ঐতিহাসিকে এই ঘটনা অত্যন্ত তাৎপৰ্যপূৰ্ণ বুলি বৰ্ণনা

কৰিছে।* কাৰণ যথেষ্ট শক্তিশালী নহ'লে এনেদৰে ভাবুকি দিয়া সম্ভৱ নহয়। ভাস্কৰ বৰ্মণৰ শক্তি আৰু সমৃদ্ধিৰ বলতে প্ৰাচীন কামৰূপে এই যুগৰ ভাৰতৰ প্ৰধান ৰাজসভাত মুখ্য সম্মানিত আসন লাভ কৰিছিল।

হিউযেন চাঙৰ ভাষাত:

"The land lies low, but is rich and regularly cultivated. They cultivate the jackfruit and cocoanut."

নিয়মিত ভাবে এই মাটিত খেতি হৈছিল। কঠাল তথা নাৰিকলৰ খেতিও হৈছিল। মাটি দ আৰু সাৰুৱা হোৱা বাবে দ মাটিৰ খেতি (ধান খেতি) কৰা নিশ্চিত ভাবে সম্ভৱ হৈছিল। অকল যে প্ৰাকৃতিক সুবিধাসমূহতে নিৰ্ভৰ নকৰি জল-সিঞ্চনৰ ব্যৱস্থাও কৰা হৈছিল তাক হিউযেন চাঙৰ বৰ্ণনাৰ পৰাই অনুমান কৰিব পাৰি। নদীৰ পৰা বা কৃত্ৰিম জলাশয়ৰ পৰা নগৰলৈ পানী অনা হৈছিল।

হিউয়েন চাঙৰ টোকাৰ উপৰিও সেই সময়ৰ কৃষিৰ বিষয়ে জানিব পৰা প্ৰধান উৎস হ'ল ভাস্কৰ বৰ্মণৰ নিধানপুৰ তামৰ ফলি। ১৯১২ চনত বৰ্তমান বাংলাদেশৰ নিধানপুৰ গাৱঁত পোৱা তামৰ ফলি অনুসৰি, ভাস্কৰ বৰ্মণে ৭ম শতিকাৰ প্ৰথম ভাগত, তেওঁৰ ককাক মহাভূত বৰ্মণে দিয়া ভূমি দানৰ ৰাজস্বীকৃতি পুৰ্ণপ্ৰদান কৰিছিল। মহাভূত বৰ্মাই দান কৰা ভূমি তাম্ৰ ফলি অনুসৰি কৌশিকা (বৰ্তমান কুশী) আৰু গংগিনিকা নদীৰ মাজত।

---

* দ্ৰষ্টব্য: আৰ্থাৰ লিলি, The Budha, ১৯৭৪, পৃঃ ১৮১।

"It would seem as if this spot was not in the actual territory ruled by Siladitya, for a king named Kumara, in Eastern India sent a message to the Mahathero that if he did not send Hwen Tsang to him he would come to Nalanda and make it a heap of ruins."

নিধানপুৰ তাম্ৰ ফলিৰ জৰিয়তে ভূমি দান দিয়াৰ সময়ত খাজনা দিয়া আৰু খাজনা ৰহিত ভূমিৰ বিভাজন কৰা হৈছিল। ভূতি বৰ্মাৰ দিনত দিয়া তাম্ৰ ফলি হেৰোৱাৰ ( নষ্ট হোৱাৰ ) কাৰণে ময়ূৰশাল্মল-গ্ৰহৰৰ ভূমিত খাজনা ভৰিবলগীয়া হৈছে। পূৰ্বে উপভোগ কৰি থকা খাজনা ৰহিত ভূমি হিচাপে ব্ৰাহ্মণসকলে এই ভূমি পুনৰ উপভোগ কৰাৰ বন্দোবস্ত হিচাপে এই তাম্ৰ ফলি পুনৰ দিযাৰ ব্যৱস্থা ভাস্কৰ বৰ্মণে কৰিছিল। ইয়াৰ পৰা প্ৰমাণ হয় যে ৰজাই ঠিক কৰি নিদিয়া ভূমিৰ ক্ষেত্ৰত প্ৰজাই খাজনা দিবলগীযা হৈছিল।

ভাস্কৰ বৰ্মণৰ ৰাজত্বকালত অসমত শ্ৰেণী ( class ) বা বৰ্ণৰ বিভাজন হৈছিল। আৰ্য ধৰ্ম বা বৰ্ণাশ্ৰম ধৰ্মৰ ৰক্ষক হিচাপে তাম্ৰ শাসনে তেওঁৰ পৰিচয দাঙি ধৰে ঃ 'যথাযথ মুচিত কৰনিকৰ বিতৰণা-ফুলিত কলি তিমিৰ সঞ্চয়তয়া প্ৰকাশিতাৰ্য্যধৰ্মালোকঃ" আৰু "ভগৱতা কমলসম্ভৱেনাৱকীৰ্ম্ন ৱৰ্ণাশ্ৰম ধৰ্ম প্ৰবিভাগায়।" —এই দুই বক্তব্যই বুজাই যে "সূৰ্যৰদৰে পোহৰ বিতৰণ কৰি অন্ধকাৰ দূৰ কৰি ৰজাই অন্ধকাৰ দূৰ কৰিছে" আৰু "বৰ্ণাশ্ৰম ধৰ্ম ৰক্ষা কৰিবৰ বাবেই তেওঁক ভগৱানে সৃষ্টি কৰিছে।" নিধানপুৰ তাম্ৰশাসনত চতুৰ্বৰ্ণ বিভাজিত সমাজৰ প্ৰতি প্ৰত্যক্ষ স্বীকৃতি প্ৰদান কৰা হৈছিল।

তাম্ৰ শাসনত কাযস্থ, কৰণিক, কুম্ভকাৰ আদি বৃত্তিসমূহৰ কথা তথা পৰোক্ষভাবে বৃত্তিভিত্তিক ( Tradewise ) বিভাজনৰ কথা উল্লেখ কৰা হৈছে।

তাম্ৰ শাসনৰ বক্তব্য অনুসৰি খাজনা নিৰূপণৰ উদ্দেশ্যে ভূমি দুভাগত ভাগ কৰা হৈছিল, (১) ছিদ্ৰ ভূমি ( খেতি নকৰা ) আৰু (২) খেতি কৰা ভূমি। খেতি কৰা ভূমিৰ ওপৰতহে খাজনা নিৰূপণ কৰা হৈছিল। ভূমিৰ ক্ষেত্ৰত সীমা নিৰূপণ কৰা বিষয়া ( সীমা প্ৰদত্ত ), ৰজাৰ কোষৰক্ষক বিষয়া ( মহা-সামন্ত দিবাকৰ ), কৰ সংগ্ৰাহক বিষয়া ( দত্তকাৰ পূৰ্ণ) আদি বিষয়াৰ কথা উল্লেখ আছে।

হিউয়েন চাঙৰ বৰ্ণনাৰ পৰা জনা যায় যে ভাস্কৰ বৰ্মণৰ ৰাজ্যৰ পূব্ৰ সীমা আছিল পৰ্বত। চীনৰ দক্ষিণ-পশ্চিমৰ বৰ্বৰসকলে সীমান্ত ঘেৰি আছিল। হিউয়েন চাঙে এওঁলোকক মন বা দক্ষিণ-পশ্চিমৰ (চীনৰ) বৰ্বৰ বুলি অভিহিত কৰিছিল। ৰাজ্যখনৰ দক্ষিণ-পূৱে দল দল হাতী থকা অৰণ্য থকা বুলি কোৱা হৈছিল। সমতট (বঙ্গ) ৰাজ্যখনৰ দক্ষিণে বুলি হিউযেন চাঙে বৰ্ণনা দিছিল। বৰ্ণনাৰ সাধাৰণ কথাবোৰ বাদ দি আমি এটা কথাত উপনীত হ'ব পাৰোঁ। যে ভাস্কৰ বৰ্মণৰ দিনত ব্ৰহ্মপুত্ৰ উপত্যকাৰ বুজন অংশত বৰ্মণ যুগৰ সংস্কৃতিৰ প্ৰভাৱ পৰিছিল। দক্ষিণ-পশ্চিমৰ হাতী থকা অঞ্চল কাৰ্বি, নগা, বৰাইল, তিপাস তথা পাটকাই—শৈলভূমি ধৰিলে আৰু সেই যুগৰ অৰণ্য অঞ্চলৰ প্ৰাধান্যৰ প্ৰতি উপযুক্ত গুৰুত্ব দিলে আমি ভাস্কৰ বৰ্মণৰ দিনত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা নবুলি পশ্চিম অসমত স্থাযী কৃষিৰ সম্প্ৰসাৰণ ব্যাপক হৈছিল বুলি ক'ব পাৰোঁ।

শালস্তম্ভ বংশৰ ৰাজত্বকালত ৰাজধানী শ্ৰীদূৰ্জযালৈ আৰু ইয়াৰ পিছত হাৰূপেশ্বৰলৈ স্থানান্তৰিত হোৱাটোৱে দুটা কথা সূচায়। (১) পশ্চিমৰ পৰা অহা বৰ্দ্ধিত হেচাঁৰ ফলত ক্ৰমান্বযে ৰাজধানী পূৱলৈ স্থানান্তৰিত কৰাৰ প্ৰযোজন দেখা দিছিল অথবা (২) পুবলৈ স্থাযী কৃষি, জন-বসতি তথা পশ্চিমৰ প্ৰভাৱ বিস্তাৰ হোৱাৰ লগে লগে ৰাজধানীও প্ৰাগজ্যোতিষপুৰৰপৰা হাৰূপেশ্বৰলৈ (বৰ্তমান তেজপুৰৰ ওচৰলৈ) স্থানান্তৰিত হৈছিল। হাৰূপেশ্বৰত ৰাজধানী থকা দিনত দক্ষিণ পাৰৰ নগাওঁ জিলা আৰু কাৰ্বি আঙলঙো স্থায়ী ভাবে হাৰূপেশ্বৰৰ শাসনৰ তললৈ আহিছিল।

হাৰূপেশ্বৰ শব্দৰ লগত বড়ো হুৰা (ভূমি) আৰু ৰুবু ৰুবু—সমান কৰা বা মিহি কৰা—হাৰুবুৰ সম্পৰ্ক বিদ্যমান। হাৰূবেশ্বৰ বা হাৰুপেশ্বৰত ৰাজত্ব কৰা ৰজাসকলে নিজকে ম্লেচ (বড়ো) বুলি চিনাকি নিদি সুপ্ৰাচীন নৰক বংশৰ বংশধৰ বুলি চিনাকি দিয়াৰ কাৰণ সম্ভৱ

বৰ্ণাশ্ৰম ধৰ্মৰ প্ৰভাৱ। হাস্তকেশ্বৰ হাটকেশ্বৰ মহাদেৱৰ লগতো অৱশ্যে হাৰূপেশ্বৰৰ সম্পৰ্ক প্ৰতিষ্ঠা কৰিব পাৰি। হাস্তকেশ্বৰ নেপালৰ মৎসেন্দ্ৰনাথ মন্দিৰৰ অৱলোকিতেশ্বৰ। বৌদ্ধ তন্ত্ৰৰ অৱলোকিতেশ্বৰ জটাধাৰী, ত্ৰিশূল, খড়্গধাৰী, বাঘছাল পিন্ধা শিৱৰ দৰেই। বনমাল বৰ্মাৰ তেজপুৰ তাম্ৰশাসন ( ৮২৯ খৃঃ )-ত হাটকেশ্বৰ মহাদেৱ, পিনাক-পাণি মহাদেৱ, বেশ্যাযুক্ত মন্দিৰ ( নটী থকা মন্দিৰ ), গীত বাদ্য-ধ্বনিৰ দ্বাৰা উখল-মাখল দেৱালযৰ উল্লেখ আছে। ভাগ্যশালী সাধু, পণ্ডিত, সকলো বৰ্ণ আৰু আশ্ৰমৰ লোক সেই সময়ত হাৰূপেশ্বৰৰ শাসনত আছিল বুলি জনা যায়। সেই সময়ত যজুৰ্বেদী শাণ্ডিল্য গোষ্ঠীৰ ব্ৰাহ্মণ তেজপুৰত বেছ প্ৰতিপত্তিশীল অৱস্থাত আছিল বুলি উক্ত তাম্ৰশাসনৰ পৰাই জনা যায়। বনমাল বৰ্মাদেৱৰ পৰ্বতীয়া ফলি আৰু নগাৱৰ তামৰ ফলি অনুসৰি ৰজা আছিল মূলতঃ শৈৱ আৰু মহাৰুদ্ৰৰ শক্তিৰ ওপৰত জন-গণৰ ভৱিষ্যতো নিৰ্ভৰ কৰে বুলি বিশ্বাস কৰা হৈছিল। এই সময়ত কামেশ্বৰ, মহাগৌৰীদেৱ, চণ্ডিকা, ৰুদ্ৰ, ভৈৰৱ আদিৰ পূজা চলিছিল। বনমাল বৰ্মাৰ তামৰ ফলিত ৰুদ্ৰৰ তেজ জগতৰ শান্তিৰ কাৰণ হওক বুলি উল্লেখ কৰা হৈছে।

"ভৱতু ভৱতিমিৰভিত্ত্বৰস্তৈচো
ৰৌদ্ৰং প্ৰশান্তয়ে জগতঃ।"

এই সময় চোৱা যে পিতৃতান্ত্ৰিক স্থায়ীকৃষিৰ বিকাশৰ যুগ তাক আমি শিৱ ( ৰুদ্ৰৰ ) পূৰ্ণ-আধিপত্য বিস্তাৰৰ প্ৰক্ৰিয়াৰ আলমত ক'ব পাৰোঁ। মাতৃপ্ৰধান উৰ্বৰতা কৃষ্টি এইযুগত মহাৰুদ্ৰৰ প্ৰচণ্ড শক্তিৰ আগত ক্ৰমান্বয়ে সৰ্বাপেক্ষা শ্ৰেষ্ঠ আসনৰ পৰা মহাৰুদ্ৰৰ সমান নাইবা মহাৰুদ্ৰতকৈ কম গুৰুত্বপূৰ্ণ স্থানত প্ৰতিষ্ঠিত হৈছিল। শালস্তম্ভ বংশৰ ৰজাসকলে নিজকে "পৰমেশ্বৰ পৰমভট্টাৰক পৰমাহেশ্বৰ"* বুলি

---

* "শ্ৰীমান হাৰুপেশ্বৰাবাসি জয়ৰুদ্ৰা
ৰাৱপৰম পৰমেশ্বৰপৰম ভট্টাৰক

অভিহিত কৰিছিল। শৈৱ ধৰ্মৰ ( শৈৱ তন্ত্ৰৰ ) সুপ্ৰতিষ্ঠা লাভৰ এই যুগ ৰাজতন্ত্ৰৰ ভিত্তি স্থায়ী কৃষিৰ ভেটিত প্ৰতিষ্ঠা হোৱাৰ যুগ। শিৱৰ প্ৰতিষ্ঠা এই যুগত আৰ্যধৰ্মৰ সুপ্ৰতিষ্ঠাৰ নামান্তৰ। বিষ্ণু ৰাভাদেৱে উল্লেখ কৰা হাৰুবুকবু ঈশ্বৰ বা হাৰুপ্পেশ্বৰ অৱশ্যে ভূমি সমান ( মিহি ) কৰা প্ৰক্ৰিয়াৰ ঈশ্বৰ। মহাদেৱ নহৈ হলধৰ ৰূপহে এইক্ষেত্ৰত অধিক খাপ খায়।

বল বৰ্মাৰ তামৰ ফলি ( নগাঁও লিপি ) ত দক্ষিণকূলত ধানখেতি হোৱা অঞ্চলৰ কথা উল্লেখ আছে। ৰত্নপালৰ তামৰ ফলিত ধান উৎপন্ন হোৱা উত্তৰ কূলৰ গাওঁ অঞ্চলৰ কথা উল্লেখ আছে ( ১৫ নং শাৰী )। ইন্দ্ৰপালৰ তামৰ ফলি ( গুৱাহাটী লিপি ) উত্তৰ পাৰে ধান খেতি হোৱা হাপ্যোম অঞ্চলৰ উল্লেখ আছে ( ২০ নং শাৰী )। আনহাতে ভূমি খেতিপথাৰ, শুকান ঠাই, জলাতন ঠাই, চৰণীয়া পথাৰ আৰু আবৰ্জনা পেলোৱা ঠাই এইদৰে ভাগ হৈছে। পোহনীয়া জন্তুৰ ক্ষেত্ৰত হাতী, ঘোঁৰা, উট, গৰু, ম'হ, ছাগলী, ভেৰা আদিৰ উল্লেখ কৰা হৈছে। শ্ৰম বিভাজন যে উচ্চ পৰ্যায়তো হৈছিল তাৰ প্ৰমাণ হিচাপে হাতীৰখীযা বিষয়া, নাওৰখীয়া বিষয়া, চুৰি মাল উদ্ধাৰ কৰা বিষয়া, দণ্ড পাশ বা শান্তিৰক্ষী বিষয়া আদিৰ উল্লেখ কৰা হৈছে।

ইন্দ্ৰ পালৰ দ্বিতীয় তামৰ ফলিতো ( গুৱাকুচি লিপি ) ভূমি বিভাজনৰ একে ধৰণ উল্লেখ আছে আৰু ধান খেতি হোৱা অঞ্চলৰ

---

পৰমমাহেশ্বৰ মাতাপিতৃপাদানুধ্যাত
হৰ্জ্জৰবৰ্মদেৱ : ( কুশ ) লী" ॥
—হাযুংথল লিপি
হৰ্জ্জৰবৰ্মাদেৱ
দ্ৰষ্টব্য : কামৰূপ শাসনাৱলী
( পৃঃ ২৪৭ )
কামৰূপ ৰাজাৱলী
( পৃঃ ৪৮ )

উল্লেখ আছে। এই তথ্য-পাতিয়ে দেখুৱাই যে আহোম পূর্ব যুগতে স্থায়ী ভাবে ধান খেতি অসমত কৰা হৈছিল আৰু ধান খেতি কৰাৰ ফলত ভূমিৰ শ্রেণী বিভাজনো সম্ভৱ হৈছিল।

পশ্চিমৰপৰা সম্প্রসাৰিত হোৱা পাল বংশৰ ৰাজত্বকাল অসমত তান্ত্রিক বৌদ্ধ ধর্মৰ সম্প্রসাৰণ আৰু সম্পূর্ণ বিকৃতিৰ যুগ। পশ্চিমৰপৰা প্রৱেশ কৰা বৈদিক ধর্ম, শাক্ত আৰু শৈৱ ধর্ম আৰু বৌদ্ধ তন্ত্রৰ সমন্বয়ত এই যুগত অসমীয়া সংস্কৃতিয়ে এটা তান্ত্রিক সংস্কৃতিৰ ৰূপ গ্রহণ কৰিলে। চর্যাগীত, তন্ত্র-সাহিত্য, ডাকৰ বচন আদি সম্ভৱতঃ এই যুগৰ সৃষ্টি। এই দীঘলীয়া কালছোৱাৰ স্থপতিবিদ্যা আৰু ভাস্কর্যৰ নির্দশন অসমৰ শোণিতপুৰ, দৰং আৰু কামৰূপ জিলাৰ মঠ-মন্দিৰবোৰত বিস্তৃতভাবে আছে।

ধর্মৰ বিস্তাৰৰ প্রক্রিয়াৰ ফালৰপৰা আমি বর্মণ বংশ বর্ণাশ্রম ধর্মৰ, শালস্তম্ভ তথা ম্লেচ বংশ শাক্ত আৰু শৈৱ তন্ত্রৰ আৰু পাল বংশৰ শাসন শৈৱ শাক্ত তথা বৌদ্ধ তন্ত্রৰ প্রাধান্যৰ যুগ বুলি ক'ব পাৰো। বৌদ্ধ তন্ত্রৰ প্রভাৱ সম্ভৱতঃ বৈদ্যদেৱৰ ৰাজত্বকালৰপৰা অসমত প্রত্যক্ষ ভাবে পৰিবলৈ ধৰে। বৈদ্যদেৱ ৰজা হৈছিল প্রাগজ্যোতিষৰ ৰজা তিষ্যদেৱক বধ কৰি ১১৩৩ খৃঃত।

কামৰূপত পালবংশৰ শাসন প্রতিষ্ঠা হোৱাৰ পিছৰপৰা বা পাল বংশৰ সংস্পর্শলৈ অহাৰ পিছৰ পৰা কামৰূপো বৌদ্ধ মহাযানপন্থীসকলৰ লীলা ক্ষেত্রত পৰিণত হৈছিল যদিও ইয়াৰ আগৰ পৰাই তান্ত্রিক মহাযান পীঠ নালন্দাৰ লগত প্রাচীন কামৰূপৰ সম্পর্ক প্রতিষ্ঠা হৈছিল। মহাযান পন্থা আৰু শাক্ততন্ত্রৰ সম্পর্ক প্রতিষ্ঠা হিউয়েন চাঙৰ দিনতে সূচনা হৈছিল বুলিব পাৰি। সম্ভৱতঃ বংগৰ ওচৰতে হোৱা বাবে বংগৰ তান্ত্রিক সাধক আৰু বৌদ্ধ মহাযান পন্থীসকলে ইয়াৰ পিছৰ যুগত কামৰূপলৈ প্রব্রজন কৰাৰ ক্ষেত্রত অসুবিধা পোৱা নাছিল। ধর্মপাল আছিল পালবংশৰ অত্যন্ত শক্তিশালী ৰজা যি ভাগলপুৰ

জিলাৰ পাথৰঘাটত বিক্রমশীলা বিহাৰ স্থাপন কৰিছিল। গোপাল ৰজা হৈছিল ৭৫০ খৃষ্টাব্দত। সেই হিচাপে ধর্মপালৰ ৰাজত্বকাল আৰু বিক্রমশীলা বিহাৰ স্থাপনৰ কাল আমি অষ্টম শতিকাৰ শেষভাগ বুলি ঠাৱৰ কৰিব পাৰো। এই বিক্রমশীলা বিহাৰ আছিল মহাযান পন্থাৰ প্রসাৰৰ এক মূল কেন্দ্র।

স্মিথ প্রমুখ্যে পশ্চিমীয়া বুৰঞ্জীবিদসকলে পাল বংশক একেমুখে মহাযান বৌদ্ধ ধর্মৰ পৃষ্ঠপোষক বুলি অভিহিত কৰিছে। স্মিথৰ ভাষাত :

"Dharmapala, like all the members of his house was a zealous Budhist. He founded the famous monastery and college of Vikramsila, which probably stood at Patharghata in the Bhagalpur District. The Budhism of the Palas was very different from the religion or philosophy taught by Gautama, and was a corrupt form of Mahayāna doctrine."*

এই স্খলিত তান্ত্রিক বৌদ্ধ মহাযান পন্থাৰ পৃষ্ঠপোষক ধর্মপালৰ পুত্র দেৱপালৰ দিনত কামৰূপ বংগৰ অধীনলৈ গৈছিল। সম্ভৱতঃ সমগ্র অসম বংগৰ নিয়ন্ত্রণলৈ যোৱা নাছিল—কামৰূপ ৰাজ্য বা অসমৰ পশ্চিম অংশহে গৈছিল। ১১৯৯ চনত মুছলমান আক্রমণত ধ্বংস নোহোৱা পর্যন্ত পাল বংশই উত্তৰ বংগত তান্ত্রিক বৌদ্ধ ধর্মৰ প্রভাৱ অক্ষুণ্ণ ৰাখিছিল। একালে দক্ষিণ-পূব এচিয়াৰ শ্রীবিজয় আৰু আনফালে তিব্বতৰ লাচাৰ লগত পাল বংশৰ ৰাজত্ব কালত সম্পর্ক অতি ওচৰ আছিল। এই বংশৰে নৱম ৰজা মহীপালৰ ৰাজত্বকালত অতীশ তিব্বতলৈ গৈছিল,

* The Oxford History of India, 4th Edition, পৃঃ ২০১।

১০৩৮ খৃঃ ত তিব্বতলৈ যাত্ৰা কৰা অতীশ মহাযান বৌদ্ধ ধৰ্মৰ এক মহান সিদ্ধপুৰুষ যি ভাৰত আৰু তিব্বতৰ সমন্বয়ৰ ক্ষেত্ৰত মহান স্বাক্ষৰ ৰাখি থৈ গৈছে।

স্থাপত্য কিম্বা ভাস্কৰ্য্যৰ ক্ষেত্ৰত পাল বংশৰ স্বাক্ষৰসমূহ চিৰস্থায়ী নহয়। সম্ভৱতঃ দিনাজপুৰ জিলা কিম্বা বিক্ৰমশীলাত সি পাল বংশী নিৰ্মাণ কাৰ্য চলিছিল, বিশেষকৈ পাল বংশৰ দিনৰ বিহাৰসমূহ বৰ্তি নাথাকিল। প্ৰসংগতঃ উল্লেখযোগ্য যে এই যুগত অসমত নিৰ্মিত হোৱা মঠ-মন্দিৰসমূহো স্থায়ী নহ'ল। প্ৰায়বোৰেই অনিৰ্ণীত কাৰণত বিধ্বস্ত হ'ল। এই মহাযানপন্থী বিহাৰ তথা মন্দিৰবোৰ ধ্বংস হোৱাৰ ক্ষেত্ৰত পোনপটীয়া ভাবে প্ৰাকৃতিক দুৰ্যোগ, ৰাজনৈতিক আগ্ৰাস তথা সুপৰিকল্পিত ধ্বংস কাৰ্যৰ উদাহৰণ দাঙি ধৰিব পৰা নাযায়। অসমৰ কামাখ্যা মন্দিৰ ধ্বংসৰ লগত কালাপাহাৰৰ নাম যিদৰে সাঙোৰ খাই আছে, ঠিক সেইদৰে সম্ভৱ কোনো তান্ত্ৰিক ধৰ্ম বিৰোধী, হিন্দু আৰু বৌদ্ধ তন্ত্ৰ বিৰোধী শক্তিয়ে ক্ৰিয়া কৰিছিল, যাৰ ফলত মূলতঃ কামৰূপ আৰু দৰঙৰ মন্দিৰবোৰহে ধ্বংস হৈছিল। কিন্তু এনে অনুমান প্ৰমাণ কৰিব পৰা তথ্য-পাতি নাই।

১১৯৮ বা ১১৯৯ চনত বংগৰ শাসনত ইছলাম শাসন প্ৰতিষ্ঠা হোৱাৰ পিছত সম্ভৱতঃ বংগ আৰু বিহাৰক কেন্দ্ৰ কৰি বিকশিত হোৱা মহাযানপন্থীসকলৰ বিপদ ঘণীভূত হৈছিল। বিক্ৰমশীলাৰ গৌৰৱ পাল বংশৰ পৃষ্ঠপোষকতা নাইকিয়া হোৱাৰ পিছত ক্ৰমান্বয়ে ম্লান পৰি আহিছিল। প্ৰাচীন কামৰূপৰ সীমা মধ্যযুগৰ প্ৰাতনিতে, গিয়াচুদ্দিনৰ আক্ৰমণৰ সময়তো কৰতোৱা নদীলৈকে বিস্তৃত আছিল। তাৱাকাত-ই-নাচিৰিৰ বৰ্ণনা অনুসৰি গিয়াচুদ্দিনে ১২২৭ খৃঃ ত কামৰূপ আক্ৰমণ কৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে শদিয়া পৰ্যন্ত জয় কৰিছিল; কিন্তু পিছত কামৰূপৰ ৰজা (কামেশ্বৰ উপাধি)-ৰ হাতত পৰাজিত হৈছিল। ইয়াৰ পিছত ১২৫৭ চনত ইখতিয়াৰ উদ্দিন উজবেকক কামৰূপৰ ৰজাই

পৰাজিত কৰিছিল। ১৩৩৭ চনত মহম্মদ চাহৰ আক্রমণো কামৰূপৰ ৰজাই ওকৰাই পেলাইছিল। এইকালৰ বিস্তৃত বুৰঞ্জী পাবলৈ নাই যদিও বিভিন্ন জন-গোষ্ঠীৰ অৱস্থাৰ বিশ্লেষণ কৰি এই কালৰ সংস্কৃতিৰ অৱস্থাৰ বিষয়ে আমি আলোচনা কৰিব পাৰোঁ।

বখতিয়াৰ উদ্দিন খিলজিৰ তিব্বত বিজয়ৰ বৃথা সপোন ৰচনাৰ কালছোৱাত কামৰূপৰ পশ্চিম সীমাত বাস কৰিছিল মেচ, কোঁচ আৰু থাৰু (?) নামৰ জনজাতিয়ে। এই জনজাতিসমূহক জয় নকৰাকৈ বখতিযাৰ উদ্দিনৰ কামৰূপ জয় সম্ভৱ নাছিল।

ৰমেশ চন্দ্ৰ দত্তৰ মতে এই সময়ৰ অসমৰ পশ্চিম সীমাৰ অৱস্থা বখতিযাৰ উদ্দিনৰ আক্রমণৰ সময়ত আছিল এনে ধৰণৰ :

"In the region between Lakhnawati and the Himalayas lived three tribes named the Koch, the Mech and the Tharu.* A sardar of the Mech tribe fell into Bakhtyar's hands and was converted to Islam, He was given the name of 'Ali' and became the guide of the army of ten thousand that Bakhtyar had collected for the campaign."** অসমৰ পশ্চিম সীমাৰ এই জন-জাতিসমূহৰ বিপুল অস্তিত্বই প্রমাণ কৰে যে এইবোৰ জন-জাতিয়েই আছিল সেই সময়ৰ পশ্চিম অসমৰ বাসিন্দা। ব্যাপক হাৰত আৰ্য জনগোষ্ঠীৰ প্ৰব্ৰজন হৈ জন-জাতিসমূহক অপসাৰিত কৰা হ'লে ইছলামধৰ্মীসকলৰ প্ৰৱেশৰ আগলৈকে কোঁচ, মেচ আৰু

* কোঁচ আৰু মেচ সহজেই বৰ্তমানৰ কোঁচ আৰু মেচ বুলি চিনাক্ত কৰিব পাৰি। থাৰু জাতি কি সহজবোধ্য নহয়। গাৰোও হ'ব পাৰে বা আন জনজাতিও হ'ব পাৰে।

** History of Medieaval Bengal, Dr. R. C. Majumder, 1973, পৃঃ ২।

থাক আদি জন-জাতিৰ প্ৰাধান্য নাথাকিলহেঁতেন। আলি মেচ ইছলামৰ পথ-প্ৰদৰ্শক হৈ যি বাটেদি পূৰ্বোত্তৰ ভাগলৈ আগবাঢ়ি আহিছিল, সেইদৰেই এসময়ত ব্ৰাত্য নৰকেও আৰ্য-ধৰ্মলৈ পশ্চিমৰপৰা আগবাঢ়ি আহিছিল আৰু পূৰ্বৰ দানৱ বংশ (অস্ট্ৰিক ?)ক মষিমূৰ কৰিব নোৱাৰিলেও, পৰাভূত কৰি নৰক বংশ প্ৰতিষ্ঠা কৰিছিল।

আলি মেচৰ পথ-প্ৰদৰ্শনে কিন্তু ইছলামৰ জয়ধ্বজা উৰাবলৈ সক্ষম নহ'ল। বৰং বখতিয়াৰ উদ্দিনৰ পিছতো, গিয়াচুদ্দিন ইৱাজ খিলজি (১২১৩-১২২৭ খৃঃ) আৰু তুগ্ৰিল খাঁ (১২৪৭— ) কামৰূপ আক্ৰমণ কৰিবলৈ আহি বিষম ভাবে পৰাজিত হৈছিল। প্ৰাচীন কামৰূপ ৰাজ্যৰ শক্তি এই সময়ত কৰতোৱাৰ পৰা সম্ভৱতঃ বৰ নদী মানলৈ বিস্তৃত আছিল। মুছলমানৰ আক্ৰমণ প্ৰতিহত কৰাৰ কৌশল আছিল মূলতঃ প্ৰতিৰোধমূলক, সি আওপকীয়াভাবে প্ৰমাণ কৰে যে এই সময়ত প্ৰতিশোধমূলক আক্ৰমণ চলাই বংগলৈ হাত মেলিব পৰাকৈ শক্তি কামৰূপৰ ৰজাসকলৰ নাছিল।

## দ্বিতীয় ভাগ

## কৃষিৰ বিস্তাৰ—নৈ-পৰীয়া কৃষ্টিৰ পটভূমি

মধ্যযুগৰ পাতনিতে আমি দেখা পাওঁ অসমৰ জন-গোষ্ঠীসমূহ বিভিন্ন পথেদি আহি ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন উপনৈসমূহৰ উপত্যকাত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য পাতি বসবাস কৰিছিল। বৰ্মণ বংশ, শালস্তম্ভ বংশ আৰু পাল বংশৰ শক্তিশালী ৰজাসমূহৰ পতনৰ ফলত, আহোম ৰাজ্যৰ সম্প্ৰসাৰণ তথা পশ্চিমৰ পৰা কোঁচ ৰাজ্যৰ সম্প্ৰসাৰণৰ পূৰ্বৰ অৱস্থাটোত আমি দেখা পাওঁ সেই সময়ৰ মূল জন-গোষ্ঠীসমূহৰ ভিতৰত যিবোৰ নৈ-পাৰত তিষ্ঠি আছিল, সেইসমূহ হ'ল চুতীয়া, মৰাণ,

বৰাহী, কছাৰী, বাৰ ভূঞা, চুঙি ( ডফলা ), কোঁচ ( দেবজী ) আদি।

ৰবগোহাঁই বংশাৱলীৰ পৰা ড. পদ্মেশ্বৰ গগৈদেৱে উল্লেখ কৰা বৰ্ণনাৰ ভিত্তিত, প্ৰয়োজনীয় সংযোজন কৰি, জনগোষ্ঠীসমূহৰ বাসস্থান আহোম ৰাজ্যৰ ভিত্তি প্ৰতিষ্ঠাৰ যুগত নিম্নোক্ত ধৰণৰ আছিল বুলি আমি ক'ব পাৰোঁ :

| জনগোষ্ঠী | ৰাজনৈতিক সীমা | | | |
|---|---|---|---|---|
| | উত্তৰ | দক্ষিণ | পূব | পশ্চিম |
| ১। চুতীয়া | পৰ্বত | বুঢ়ী দিহিং | ব্ৰহ্মকুণ্ড | চিচি নৈ |
| ২। মৰাণ | বুঢ়ী দিহিং | দিচাং | চাফ্ৰাই নৈ | ব্ৰহ্মপুত্ৰ |
| ৩। বৰাহী | দিচাং | দিখৌ | নগাহাট | বৰাহী ফিকা |
| ৪। কছাৰী | দিখৌ | নগা পৰ্বত বৰাইল পৰ্বত | নগা পৰ্বত | ধনশিৰি নদী |
| ৫। বাৰভূঞা | পৰ্বত | ব্ৰহ্মপুত্ৰ | চিচি নৈ | বিহালি |
| ৬। চুঙি | পৰ্বত | ব্ৰহ্মপুত্ৰ | বিহালি | ভৈৰৱী |
| ৭। দৰঙী কোঁচ | পৰ্বত | ব্ৰহ্মপুত্ৰ | ভৈৰৱী | মানাহ |

জন-গোষ্ঠীসমূহে বসবাস কৰাৰ ধৰণৰ ওপৰত ভিত্তি কৰি আমি অনুমান কৰিব পাৰোঁ যে জন-গোষ্ঠীসমূহৰ মূল জীৱিকাৰ পথ এই সময়ত আছিল স্থায়ী কৃষি। কৃষি-প্ৰণালী উন্নত বা অনুন্নত হোৱাৰ ওপৰতে মূলতঃ এটা জন-গোষ্ঠীৰ ক্ষমতা বিস্তাৰ নিৰ্ভৰ কৰে। যিবোৰ জনগোষ্ঠী মূলতঃ শস্য ( খাদ্য ) সংগ্ৰহকাৰী তথা খৰি আৰু ঘৰ সজা সামগ্ৰী সংগ্ৰহকাৰী আছিল, সেই সামগ্ৰীসমূহ উৎপাদনৰ বাবে শ্ৰম-বিভাজন ঘটোৱাৰ প্ৰয়োজনো হোৱা নাছিল, সেয়ে তেনে জন-গোষ্ঠীয়ে নৈ-পাৰত বাস কৰিলেও মূলতঃ অৰণ্য অঞ্চল ভাঙি কৃষি উন্নয়নৰ

কাৰ্য এনে জন-গোষ্ঠীয়ে কৰা নাছিল। ফলত এনে জন-গোষ্ঠীৰ ক্ষমতা বিস্তাৰ যথেষ্ট সীমাৱদ্ধ পৰিসৰতহে হৈছিল।

মধ্য অসমৰ দক্ষিণ ভাগত কলং নৈৰ পাৰৰ জন-গোষ্ঠীসমূহৰ ভিতৰত আহোম সম্প্ৰদায়ৰ পিছত বহা মানুহখিনি বাদ দিলে আহোম পূৰ্ব যুগৰ নাথ, কৈৱৰ্ত, লালুং, কলিতা, বাৰভূঞা, জয়ন্তা, কছাৰী, কাৰ্বি আৰু কেঁওটখিনি পোৱা যায়। এইবোৰ জন-গোষ্ঠীৰ ভিতৰত আহোমে যুঁজ কৰিব লগা হৈছিল কেৱল কছাৰী, কাৰ্বি আৰু জয়ন্তাৰ লগতহে। বাকী জনগোষ্ঠীবোৰৰ কোনো সংগঠিত ৰাজ্য তথা সৈন্যবল আহোম ৰাজ্য সম্প্ৰসাৰণৰ যুগত নাছিল। লালুং বা তিওৱাসকলৰ বাসস্থান আছিল কপিলি নৈৰ পাৰে পাৰে অৱস্থিত আধা-পাহাৰীয়া সৰু সৰু ৰাজ্যবোৰত। কলিয়াবৰৰ পৰা ৰহা পৰ্যন্ত কেওঁট, কলিতা, কৈৱৰ্ত আৰু নাথ সম্প্ৰদায়ৰ মানুহ আছিল—যাৰ কোনো ৰাজ্য ইতিহাসে ঢুকি পোৱা যুগত নাছিল। যমুনা, বৰপাণী আদি নৈৰ সাকৰা উপত্যকা অঞ্চলত কাছাৰীসকল, পাহাৰীয়া অঞ্চলত কাৰ্বি আৰু কছাৰীসকলৰ বাসস্থান আছিল।

কামৰূপ জিলাৰ মানাহৰ পৰা বৰ নদী পৰ্যন্ত অঞ্চলটোত আহোম পূৰ্ব যুগত ৰাজত্ব কৰা জন-গোষ্ঠীসমূহৰ কোনো লিখিত ইতিহাস নাই। কিন্তু যি সকল ৰজাই মুছলমানৰ শক্তিশালী আক্ৰমণৰ বাধা দিছিল—তেওঁলোক যিমান সম্ভৱ পূৰ্বৰ বৰ্মণ তথা কোঁচ-মেচ বংশৰ ৰজা আছিল। পলাই গৈ যুদ্ধ কৰা প্ৰণালীৰ পৰা এই ৰজাসকলৰ পাৰ্বত্য অঞ্চলত ভিত্তি আছিল বুলি অনুমান কৰিব পাৰি। আনহাতে কানাই বৰশীবোৱা শিলৰ ভাষাৰপৰা অনুমান হয় যে এই ৰজাসকল আছিল আৰ্য-সংস্কৃতি ভাষা, তথা ধৰ্ম গ্ৰহণ কৰা হিন্দু ৰজা।

বুৰঞ্জীয়ে ঢুকি পোৱা যুগৰ জন-গোষ্ঠী চুতীয়া, ডিমাছা, দেউৰি আহোম আদি জন-গোষ্ঠীৰ প্ৰব্ৰজন পথ নৈ-উপত্যকাৰ নিৰ্দিষ্ট পথ। দিবঙীয়া চুতীয়া তথা দেউৰিসকলৰ প্ৰব্ৰজনৰ কাহিনী দিবং নদীৰ

গতিপথৰ লগত জড়িত। উপকথা অনুসৰি চিয়াং চেকেলু নামৰ ঠাইৰ পৰা এই জাতিৰ প্ৰব্ৰজন আৰু দিবং নদীৰ পাৰত বসবাস। চুতীয়াকে ধৰি আন সকলো তান্ত্ৰিক জন-গোষ্ঠীৰ এসময়ৰ পুৰোহিত দেউৰিসকলে নিজকে জিম'চ্চায়া বোলো। জিম'চ্চায়া মানে পানীৰ সন্তান। সম্ভৱতঃ নৈৰ পাৰত এই জন-গোষ্ঠীৰ আদি বাসস্থান আছিল বাবেই এই নাম। ঠিক সেইদৰে ডিমাছাসকলেও নিজকে বৃহৎ নদীৰ পাৰৰ বাসিন্দা বুলি ভাবে। বড়ো ভাষাত টি বা দি পানী। দেউৰী ভাষাত জি মানে পানী। আন কিছুমান জনগোষ্ঠী উত্তৰ ব্ৰহ্মৰপৰা লোহিত [illegible] গতিপথ অনুসৰণ কৰি আহিছিল বুলি অনুমান কৰিব পাৰি। তাই খামটি আৰু তাই খামতি সকলৰো আগৰ কিছুমান জন-গোষ্ঠী সম্ভৱতঃ এই পথেদি অহা। বুঢ়ী দিহিং নৈৰ গতিপথ অনুসৰণ কৰি অসমত প্ৰৱেশ কৰিছিল তাই আহোমসকল। এই কথাত আমি নিঃসন্দেহে একমত হ'ব পাৰোঁ। যে লোৰ ব্যৱহাৰ হোৱাৰ আগলৈকে, বাহিৰৰপৰা, ব্যাপক প্ৰব্ৰজন হোৱাৰ সম্ভাৱনা আছিল অতি সীমাবদ্ধ।

## তৃতীয় ভাগ

## নৈ-পৰীয়া কৃষ্টি—উৰ্বৰতা আৰু আহুতি

অসমৰ অসমীয়াৰ বিহু উৎসৱৰ মূল লক্ষণীয় বিষয় হ'ল যে ই মূলতঃ কৃষিৰ লগত জড়িত। ঝুম খেতিৰ পাতনি মেলাৰ আগে আগে অসমত মাঘ বিহু কৰা হয়। আনহাতে ই শালি খেতি বা বাৰিষাৰ খেতি সামৰাৰ অন্তত আনন্দৰ সময়। এই সময়ত বিহুত মেজি পোৰা হয়।

অসমত মেজি পোৰাৰ পৰম্পৰা কেতিয়াৰ পৰা আৰম্ভ হ'ল নিৰ্দিষ্ট ভাবে ক'ব পৰা নাযায়। বহুতে ক'ব খোজে যে 'মেজি' হ'ল প্ৰাক্-

বৈদিক সভ্যতাৰ দান। কোনো এক আদিম অগ্নি-উপাসক শ্রেণী অসমলৈ এসময়ত প্ৰৱেশ কৰিছিল বুলি অনুমান কৰা হয়। মধ্য আৰু নামনি অসমত মেজিৰ সলনি ভেলাঘৰ বা ঢেৰাঘৰ সজা হয় আৰু বিহুৰ দিনা পুৱা দাহ কৰা হয়। মেজি শব্দৰ লগত অগ্নি উপাসক বা ইৰাণীয় আৰ্যসকলৰ মেজাই ( Magi ) বা মেগি শব্দৰ মিল থকালৈ লক্ষ্য ৰাখি এনেদৰেও ক'ব পৰা যায় যে এই মেজি স্থাপন কৰাৰ লগত পবিত্ৰ পুৰোহিত তথা পবিত্ৰ অগ্নিক দাহ কৰি বা আহুতি দি উৰ্বৰতা বৃদ্ধিৰ কামনা কৰা হয়। অগ্নি উপাসনাৰ লগত আহুতি তথা উৰ্বৰতা বৃদ্ধিৰ বাবে আহুতি প্ৰদানৰ ব্যাপক সম্পৰ্কৰ কথা ফ্রেজাৰৰ গ'লদেন বাও গ্ৰন্থত বহুল ভাবে আলোচনা কৰিছে।*

মংগোলীয় আৰু তাই জন-গোষ্ঠীসমূহৰো নিজা নিজা অৱদান এই বিহু সংস্কৃতিৰ ক্ষেত্ৰত আছে। মাঘ বিহুৰ সময়ত মেজি পোৰা, নিয়মিত ভাবে আলু খোৱা, ৰাতি আনন্দ উলহ মালহৰে ভোজ খোৱাটো অসমৰ প্ৰায় সকলো ঠাইতে অনুসৰণ কৰা পৰম্পৰা। জুই, আলু আদিৰ লগত সম্পৰ্ক যে আদিম জন-জাতীয় তাক সহজে অনুমান কৰিব পাৰি। আলু খোৱা, চুঙা পিঠা খোৱা, বাৰীত গছ বন্ধা আদি অনা-আৰ্য কিৰাত তথা নিষাদ সংস্কৃতিৰ অৱদান।

যৱ, গম আদি খেতি কৰাৰ আগে আগে তথা জনজাতিসকলে ঝুম খেতি আৰম্ভ কৰাৰ আগে আগে উৰ্বৰতা বৃদ্ধিৰ বাবে মূল দেৱতা অগ্নিক আহুতি দিয়াটো সম্ভৱ অতি প্ৰাচীন পৰম্পৰা। মেজি বা মেজাই সজা হয় ওখ কৰি। দাহ কৰাৰ অন্তত আধাপোৰা মেজিৰ অংশ নিজ নিজ গৃহত ৰখাটোও এটা পৰম্পৰা। আধাপোৰা ভেলাঘৰৰ কামি বা খুটা বাৰীত ৰখা হয় উৰ্বৰতা বৃদ্ধিৰ

* Golden Bough, Fraser, The Fire-Festivals of Europe আৰু The Interpretation of the Fire-Festivals তথা The Burning of Human Beings in the Fires—এই তিনিটা অধ্যায় দ্ৰষ্টব্য।

বাবে। অতি আদিম কালত কোনো জন-গোষ্ঠীয়ে পুৰোহিত বা পুৰোহিতৰ প্ৰতীক মেজিপুৰি কৃষি ভূমিৰ উৎপাদন বৃদ্ধিৰ কামনা কৰাৰ পৰম্পৰা নিশ্চয় আছিল। আৰ্যীকৃত হোৱাৰ পিছত এই উপাসনাৰ ক্ষেত্ৰত মাহ, চাউল, পান, তামোল, আমপাত আদি আহুতি দিযাৰ নিয়ম হ'ল। এই আহুতি দিয়া হয় মংগল কামনা কৰি বা উৰ্বৰতা বৃদ্ধি কামনা কৰি।

মেজি পোৰাৰ দৰেই পথাৰত যৌন আবেদনমূলক নৃত্য-গীত পৰিৱেশন কৰা উৎপাদন বৃদ্ধিৰ এক ঐন্দ্ৰজালিক প্ৰচেষ্টা। সম্ভৱতঃ অতি আদিম কালত প্ৰতীকী যৌন-ক্ৰিয়াও পাথৰৰ মাজত উৎপাদন বৃদ্ধিৰ বাবে কৰা হৈছিল। সংস্কৃতিৰ উন্নত পৰ্যাযত ই হ'ল প্ৰতীকী যৌন আবেদন-মূলক নৃত্য। তান্ত্ৰিক বৌদ্ধ বা বৌদ্ধ মহাযানপন্থীসকলৰ প্ৰভাৱত সম্ভৱতঃ এই উৎসৱৰ লগত আশীৰ্বাদ দিযা বা ৰং-ৰহইচ কৰি গাৱঁত ঘূৰি আশীৰ্বাদ দিয়াটো প্ৰচলন হ'ল। বৰ্তমানো দেখা যায় বৌদ্ধ মহাযানপন্থীসকলৰ লাওচ, উত্তৰ ব্ৰহ্ম, দক্ষিণ-পূৰ এচিয়াৰ কিছুমান দেশত ঢোল আৰু ভোৰতালৰ ব্যৱহাৰ আৰু বিহু নৃত্যৰ লগত সম্পূৰ্ণ সাদৃশ্য থকা নৃত্য।

বিভিন্ন জন-গোষ্ঠীৰ মাজত বিহু শব্দৰ অৰ্থ এনেকুৱা ধৰণৰ : বড়ো ভাষাত বি মানে খোজা আৰু হু মানে দিয়া। বছৰৰ প্ৰথম দিবসত আশীৰ্বাদ খোজা আৰু আশীৰ্বাদ দিয়া উৎসৱ বিহু।

চুতীয়া আৰু দেউৰীসকলৰ মাজত বিচু বা বিচ শব্দ প্ৰচলিত। দেউৰী ভাষাত বিচু মানে অতি মাত্ৰা ৰং-ৰহইচৰ উৎসৱ।

দক্ষিণ চীন আৰু উত্তৰ ব্ৰহ্মত পাই ( Pai ) নামৰ উৎসৱ তাই জন-গোষ্ঠীৰ মাজত প্ৰচলিত আছে। শান ভাষাত পাই উচ্চাৰণ প'ৱেই। অৰ্থ ধৰ্মীয় উৎসৱ। তাইসকলৰ পয় ( Pai বা Poi )-ৰ অৰ্থ আনন্দ উৎসৱ। মহাযানপন্থী তাইসকলৰ 'পয়চাংকেন' বা 'বয়চাংকেন' উৎসৱ নৃত্য-গীতৰ সমদল উলিয়াই আশীৰ্বাদ দিয়া উৎসৱ।

তাইসকলৰ পয় উৎসৱৰ প্ৰধান লক্ষণীয় বিষয় হ'ল গীত, নৃত্য, খাদ্য-সম্ভাৰ আৰু কলা-কৃষ্টিৰ ৰাজহুৱা প্ৰদৰ্শন। শৌৰ্য-বীৰ্য আৰু সাজ-পোচাকৰ ৰাজহুৱা প্ৰদৰ্শনো ইযাৰ এক পৰম্পৰা।

প্ৰসংগতঃ উল্লেখযোগ্য যে বৌদ্ধসকলৰ পযচাংকেন আৰু সিংহলৰ পৰা লাওচলৈকে প্ৰচলিত নৃত্যসমূহৰ নৃত্য-ভংগিমাৰ লগত অসমৰ বিহু নৃত্য ভংগিমাৰ অদ্ভুত মিল আছে। হাতৰ ভংগিমা, পদ চালনাৰ ভংগিমা, বিহুৰ বাদ্য ঢোল আৰু ভোৰ তালৰ ব্যৱহাৰ এই ক্ষেত্ৰত অধ্যয়ন কৰা প্ৰযোজন। কোন যুগত এই প্ৰভাৱ পৰিল তাক অনুমান কৰিব পৰা যায, কিন্তু নিশ্চিত ভাবে ক'ব পৰা নাযায।

এনে এক উল্লেখযোগ্য উৎসৱ হ'ল বড়ো কছাৰীসকল খেৰায় উৎসৱ। খেৰায উৎসৱ দুবিধ। 'ইছান্ন খেৰায' ( শালি ধানৰ খেৰায ) আৰু আছু খেৰায ( আহু ধানৰ খেৰায় )। খেৰায় উৎসৱৰ প্ৰধান বৈশিষ্ট্য হ'ল ইযাক সামাজিক ভাবেও পালন কৰা হয আৰু পৰিয়াল কেন্দ্ৰিক ভাবেও পালন কৰা হয়। খেৰায পূজাৰ শেষত লক্ষ্মী দেৱী ( বড়ো মায়নাও )-ক সন্তুষ্ট কৰি পৃথিবীৰপৰা উদ্ধাৰ কৰি বৰ ঘৰৰ ইছিঙত স্থান দিযা হয।* চিকিমৰ লেপ্‌চাসকলৰ মাই-লি-লা-ওজা-নি নামে দেৱী পূজা, ৰাভাসকলৰ থুকুছি পূজা, গাৰোসকলৰ ওৱাঙ্গলা পূজা খেতিৰ ৰতৰৰ লগত সম্পৰ্ক থকা উৎসৱ। এই ক্ষেত্ৰত এটা কথা মন কৰা প্ৰযোজন যে অসমত বিহু উৎসৱ সকলো জন-গোষ্ঠীয়ে পালন কৰা স্বত্বেও উক্ত জন-গোষ্ঠীসমূহে বিহুৰ উপৰিও নিজৰ আন কৃষি উৎসৱ পালন কৰি আহিছে।

ধৰ্মীয় সাজ-পোচাক আদিম কৃষি-উৎসৱ বিহুৰ ওপৰত ভিন্ন ভিন্ন ধৰণে পৰিছে। আদিম যৌন আবেদনমূলক নৃত্য-গীত মূলতঃ কৃষ্টিমূলক। বৈদিক ব্ৰাহ্মণ্য আৰু বৈষ্ণৱ ধৰ্ম উভয়ে নিজ নিজ প্ৰভাৱ

* বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি, শ্ৰীভবেন্দ্ৰ নাৰ্জি, পৃঃ ৬২-৬৩, ১৯৭১ সংস্কৰণ।

বিস্তাৰ কৰি যৌন আনন্দ আৰু উৰ্বৰতাৰ উৎসৱৰ এটা নিজা ৰূপ দিলে। আনহাতে, সমাজ প্ৰধান মহাযান পন্থাই দিলে ঘূৰি ঘূৰি শোভাযাত্ৰা উলিয়াই আশীৰ্বাদ দিয়াৰ পৰম্পৰা।

এনে কৃষি উৎসৱৰ অবিকলিত যুগত প্ৰধান লক্ষণীয় বিষয় অছিল উৰ্বৰতা বৃদ্ধিৰ বাবে আয়োজন কৰা নৃত্য আৰু গীত। কৃষিৰ বিকাশৰ যুগত এই আদিম নৃত্য-গীত উৰ্বৰতা বৃদ্ধিৰ গীতৰ পৰা শ্ৰেণী-বিভক্ত সমাজৰ ৰজা বা ডা-ডাঙৰীয়া শ্ৰেণীৰ প্ৰতি বন্দনা গোৱা কৃষ্টিত পৰিণত হৈছিল। স্বতঃস্ফূৰ্তভাৱে ৰজা বা ডা-ডাঙৰীয়াৰ প্ৰতি গোৱা এনে বন্দনা-গীত বিহু-গীতসমূহৰ মাজত বহুল :

"স্বৰ্গদেউ ওলালে বাটচ'ৰাৰ মুখলৈ
ঢুলীয়াই পাতিলে দোলা,
কাণত জিলিকিলে নৰা জাঙেফাই
গাতে গোমেচেঙৰ চোলা।

এই ডা-ডাঙৰীয়া তথা ৰজাৰ স্থান আদিম কৃষ্টিৰ পূজাৰীসকলৰ পৰম্পৰাত ঈশ্বৰৰ পিছতে। শ্ৰেণী-ব্যৱস্থাৰ বিকাশ হোৱা যুগতে সাধাৰণতে এইটো ঘটা দেখা যায়। আৰ্ণষ্ট ফিছাৰৰ ভাষাত : "In a class society the classes try to recruit art—that powerful voice of the collective—into serving their particular purposes." · "the sacred hymn became a hymn in praise of the rulers."..."We find the Appollonian glorification of power and the status quo—of kings, princes, and aristocratic families and the social order established by them and refleted in their ideology as a supposedly universal order."*

শ্ৰেণীবদ্ধ সমাজত সমাজৰ কৃষ্টিক সম্ভ্ৰান্ত শ্ৰেণীয়ে নিজৰ স্বাৰ্থত

* আৰ্ণষ্ট ফিচাৰ, উক্ত গ্ৰন্থ, পৃঃ ৪০—৪১।

ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰে। ঈশ্বৰৰ বন্দনা পৰিণত হয় শাসক শ্ৰেণীৰ বন্দনাত। ৰজা, কোঁৱৰ তথা সম্ভ্ৰান্ত শ্ৰেণীৰ এই-বন্দনাক এপ'লনীয়ান বন্দনা বুলি ফিছাৰৰ ভাষাত ক'ব পৰা যায়। আমাৰ বিহু গীতত দেখা যায় ৰজা, ৰাজকুঁৱৰী, ডেকা, ডাঙৰীয়া আদিৰ ৰূপ, গুণ, সাজ-পোচাক, শৌৰ্য-বীৰ্য আদিৰ বিপুল বন্দনা।

তাইসকলৰ পয়চাংকেন উৎসৱৰ লগত পৰিচয় থকা আহোমৰ বাবে তান্ত্ৰিক বৌদ্ধ মহাযানপন্থীৰ প্ৰভাৱত পৰা সমাজখনৰ সমূহীয়া কৃষ্টিৰ উপাদানসমূহ নিজৰ কৰি লোৱাটো সুবিধাজনক আছিল।

অৰ্থনৈতিক ক্ষেত্ৰত স্থায়ী কৃষিৰ দ্ৰুত সম্প্ৰসাৰণৰ বাবে তাই জন-গোষ্ঠীৰ আহোমে প্ৰৱৰ্তন কৰিলে পাইক প্ৰথা। এই প্ৰথা থাইলেণ্ডৰ চাক-দি-না গ্ৰেদ পদ্ধতিৰ সৈতে প্ৰায় একে। ৰজাৰ নিয়ন্ত্ৰণ সমস্ত প্ৰজাক বৃত্তিৰ ভিত্তিত ভাগ কৰা আৰু ডা-ডাঙৰীয়া শ্ৰেণীক, প্ৰজা নিয়ন্ত্ৰণৰ সুবিধাৰ বাবে, ক্ৰমান্বয়ে নিম্নৰপৰা উচ্চ মৰ্যাদালৈ ভাগ কৰা এই পদ্ধতিত এক বিশেষ ধৰণৰ সামন্তবাদী শোষণ প্ৰক্ৰিয়া চলিছিল।

বিহু উৎসৱক এটা জাতীয় কৃষ্টিৰ ৰূপত সমন্বিত কৰাৰ মূল ভূমিকা গ্ৰহণ কৰিছিল আহোম ৰজাসকলে। স্থায়ী কৃষিৰ সম্প্ৰসাৰণৰ লগে লগে স্থায়ী কৃষি-কাৰ্যৰ লগত সঙ্গতি ৰাখি, মূল বাৰিষাৰ ধান খেতিৰ আগৰ কঠিয়া পৰাৰ সময়ত নাঙল, গৰু-ম'হ তথা কৃষি-সা-সজুঁলি ঠিক-ঠাক কৰা সময়ত, কঠিয়া ৰোৱাৰ পিছত কঠিয়াৰ মঙ্গল (শস্যৰ মংগল) কামনা কৰি কাতিত, ধান্য ছপোৱাৰ পিছত ভোগৰ সময়ত মাঘত মাঘ বিহু পালন কৰা হয়। উৎসৱ পতাৰ এই সময় কেতিয়াৰ পৰা ঠিক হ'ল তাক সুনিৰ্দিষ্ট ভাবে ক'ব পৰা নাযায়। সম্ভৱতঃ আহোম পূৰ্ব যুগৰে পৰা আৰ্য আৰু অনা-আৰ্য জনগোষ্ঠীসমূহৰ মাজত এনে উৎসৱ নানা নামত পালন কৰা হৈছিল। আহোম ৰজাসকলে সাত ৰাজ মাৰি একৰাজ কৰা, তথা পাইক-প্ৰথা সুপৰিকল্পিত ভাবে সমগ্ৰ অসমতে প্ৰচলন কৰাৰ পিছত সকলো জন-গোষ্ঠীৰ বং-ৰহইচৰ উৎসৱৰ

সম্মিলিত ৰূপত বহাগ বিহুক এটা ৰাজকীয় ৰূপ দিলে। এই ক্ষেত্ৰত পুৰণি লৌকিক পৰম্পৰাৰ কৃষি ( উৰ্বৰতা কৃষ্টিক ) ধৰ্মীয় কৃষ্টিৰ নতুন সাজত গঢ় দি ( অৰ্থাৎ, কিছু সংস্কৃত কৰি ) ৰাজকীয় আমোদ-প্ৰমোদৰ উৎসৱত পৰিণত কৰা হৈছিল বুলিব পাৰি। পুৰণি 'চেং' বিহু গাভৰুৱে নচা চ'তৰ পথাৰৰ কৃষি-কৃষ্টি। আন জনগোষ্ঠীৰো এনে কৃষ্টি আছিল। সকলোবোৰকে ৰংপুৰলৈ আদৰি আনি প্ৰতিযোগিতা পতা বা উলহ-মালহৰ ৰাজহুৱা প্ৰদৰ্শন কৰাটো তাই পৰম্পৰাৰ 'পয়' তথা বৌদ্ধ ধৰ্মৰ প্ৰভাৱত পৰা 'পয়চাংকেন' উৎসৱৰ লগত খাপ খাই পৰাত, নতুন আৰু পুৰণি জন-গোষ্ঠীসমূহে শান্তিৰে আনন্দত ভাগ লোৱাত বাধা নাথাকিল। অসমৰ ইতিহাসত এই শান্তিপূৰ্ণ সমৃদ্ধিৰ যুগ হ'ল ৰুদ্ৰসিংহৰ দিনৰপৰা মায়ামৰীয়া বিদ্ৰোহৰ আগলৈকে। এই কালছোৱাত ৰংপুৰ হৈ পৰিছিল জাতীয় কৃষ্টিৰ সম্মিলনৰ প্ৰধান সেতু।

চুদাংফা বা বামুনীকোঁৱৰৰ দিনতে পিচ দুৱাৰেদি হিন্দু শালেগ্ৰাম আহোম ৰাজ পৰিয়ালৰ ভিতৰ চ'ৰাত সোমাইছিল যদিও, শাক্ত ধৰ্মৰ প্ৰতি আহোম ৰজাৰ প্ৰথম আসক্তি প্ৰকাশ পায় আহোম ৰজা গদাধৰ সিংহৰ দিনত। নৱ-বৈষ্ণৱ সত্ৰ আঁতৰ কৰি হিন্দু শাক্ত ধৰ্মৰ পৃষ্ঠপোষকতা কৰা গদাধৰ সিংহই উমানন্দ মন্দিৰ, কাক গোসামীৰ দৌল আদি নিৰ্মাণ কৰিছিল। এওঁৰে পুত্ৰ ৰুদ্ৰসিংহৰ দিনত নব-বৈষ্ণৱ সত্ৰসমূহ পুৰ্ণ-প্ৰতিষ্ঠিত হ'লেও শৈৱ আৰু শাক্ত ধৰ্মৰ প্ৰতি ৰুদ্ৰসিংহৰ পৃষ্ঠপোষকতা দেখা যায়। এই ৰুদ্ৰসিংহই ১৭০৭ খৃষ্টাব্দত ৰংপুৰত ৰাজধানী নিৰ্মাণ কৰিছিল। সম্ভৱতঃ ৰংপুৰক কেন্দ্ৰ কৰিয়েই সুদীৰ্ঘকাল জুৰি আনন্দৰ উৎসৱ বিহু ( ৰঙালি বিহু ) সকলো জন-গোষ্ঠীৰ উৎসৱত পৰিণত হৈছিল।

স্বৰ্গদেৱ, ডা-ডাঙৰীয়া আদিৰ পৃষ্ঠপোষকতাত গা-কৰি উঠা বাবে আহোম ৰাজতন্ত্ৰত ৰজা ( স্বৰ্গদেৱ ) আৰু ডা-ডাঙৰীয়াৰ বন্দনা গীত ভৰি আছিল।

## চতুৰ্থ ভাগ

# স্থায়ী কৃষিৰ সম্প্ৰসাৰণ

এই কথা অনস্বীকাৰ্য্য যে কৃষি সম্প্ৰসাৰণৰ লগত সঙ্গতি ৰাখি অসমত পাইক প্ৰথাৰ প্ৰৱৰ্তন কৰা হৈছিল। প্ৰকৃততে এই ব্যৱস্থাটো আছিল বৈশিষ্ট্যপূৰ্ণ। ব্যৱস্থাটোৰ চৰিত্ৰৰ সম্যক উপলব্ধিৰ বাবে ইয়াৰ বিশিষ্ট লক্ষণসমূহ তলত উল্লেখ কৰা হ'ল :

(১) সমগ্ৰ সাধাৰণ প্ৰজা ৰজাৰ তথা ৰাজতন্ত্ৰৰ সম্পত্তি তথা 'পাইক'। এই পাইকক ৰজাই ইচ্ছামতে ৰাজহুৱা কাৰ্য্য, নিৰ্মাণ কাৰ্য্য, উৎপাদন কাৰ্য যুদ্ধ-বিগ্ৰহত লগাব পাৰিছিল।

(২) ভূমি ৰাষ্ট্ৰৰ সম্পত্তি বংশানুক্ৰমিক ভাবে ডা-ডাঙৰীয়াৰ পদবী আছিল যদিও, সদায় বাপেকৰপিছত পুতেক মন্ত্ৰী হোৱা নাছিল। ৰজাই কেইটামান ফৈদৰ ভিতৰতে এই বিষয়াসকলৰ ক্ষমতা বিতৰণ কৰিছিল।

ক্ষমতাৰ মানদণ্ড অনুসৰি ডা-ডাঙৰীয়াসকলে ভূমি ( বিলাত, খাট-পাম ) আৰু পাইক পাইছিল।

(৩) পাইকে ৰাজহুৱা কাৰ্য্যৰ বিনিময়ত খাজনাৰহিত হুপুৰা ভূমি পাইছিল। এই ভূমি কিন্তু হস্তান্তৰযোগ্য নাছিল।

(৪) বৃত্তিগত আৰু ভৌগোলিক শ্ৰম-বিভাজন হৈছিল। আহোম ৰাজতন্ত্ৰৰ শেষ যুগলৈ নগৰীয়া আৰু গাৱঁলীয়া প্ৰজাৰ বিভাজন কিছু প্ৰকট হৈছিল।

(৫) সীমিত দ্ৰব্য আৰু সেৱা উৎপাদন ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণত হৈছিল। বিশেষকৈ প্ৰতিৰক্ষাৰ সকলো আহিলা-পাতি, কৃষিৰ আহিলা-পাতি, বস্ত্ৰ, লা, হাঁতী দাঁতৰ আহিলা, শিলৰ আহিলা-পাতি, মন্দিৰ-দেৱালয়, মূৰ্তি, কাঠৰ-মূৰ্তিৰ আহিলা-পাতি, অট্টালিকা আদি উৎপাদন হৈছিল।

(৬) বজাৰ ( হাট ) বিকশিত হৈছিল। জনজাতিমূলৰ সমাজৰ

সকলো সীমান্তবর্তী অঞ্চলত হাট বহিছিল। হাট বাৰ লগোৱাৰ বুৰঞ্জীমূলক উদাহৰণ প্রচুৰ আছিল। মুদ্ৰাৰ প্রচলন বাঢ়িছিল।

(৭) এই স্থায়ী কৃষি সমাজৰ বুকুতে কিন্তু জন-জাতিমূলৰ কিছুমান সমাজৰ সহাৱস্থান হৈছিল।

এই পৰিবর্তনমুখী ব্যৱস্থাটো স্থাণু, অচল কিম্বা গতিবিহীন আছিল বুলি ভাবিলে ভুল কৰা হ'ব। প্রকৃততে এই ব্যৱস্থাটো প্রৱর্তন হোৱাৰ পিছত অসমৰ ব্রহ্মপুত্র উপত্যকাত কিছুমান জন-গোষ্ঠীৰ মাজত থকা পাৰম্পৰিক জাত-ভিত্তিক পার্থক্য ভালেখিনি দূৰীভূত হৈছিল আৰু একে সুশৃংখলিত ব্যৱস্থাৰ নিয়ন্ত্রণত থকা বাবে আহোম ৰাজতন্ত্রৰ বুকুত কিছুমান জন-গোষ্ঠী সামাজিক ভাবেও পৰস্পৰৰ মাজত বিলীন হোৱাৰ এক প্রক্রিয়া আৰম্ভ হৈছিল। চাৰিওফালৰ অসংগঠিত, ক্ষুদ্র জন-জাতিৰ তুলনাত পাইক প্রথাৰ জৰিয়তে শক্তিশালী হোৱা আহোম ৰাজ্যত জন-গোষ্ঠীসমূহৰ মাজত পাৰম্পৰিক আদান-প্রদানৰ বহল পটভূমি ৰচনা হৈছিল। বৃত্তিগত শ্রম বিভাজনে স্বাভাৱিকতে মানুহৰ সমাজখনত দ্রব্য বিনিময়ৰ প্রয়োজনীয়তা অনিবার্য কৰি তোলে। তাঁতী, কমাৰ, কুমাৰ, কহাৰ, শিলাকুটি, সোনোৱাল, লোনপুৰীয়া তথা আন বৃত্তিযাল খেলসমূহে অসমৰ বস্তুগত আৰু সাংস্কৃতিক উন্নতিৰ ভিত্তি ৰচনা কৰিছিল।

উপৰ্যুপৰি শত্রুৰ শক্তিশালী আক্রমণ ওফৰাই দিয়াৰ মাজতে পাইক-প্রথাৰ গৌৰৱ নিহিত থকা নাই; মঠ-মন্দিৰ নির্মাণ, দলং নির্মাণ, অট্টালিকা নির্মাণ তথা আন বস্তুগত উৎপাদনসমূহ কৰাৰ ক্ষেত্রত মূল অৱদান পাইক প্রথাৰ। ঐতিহাসিক ভাবে সচেতন ব্যক্তিৰ বাবে এই কথা বুজাত অসুবিধা নহয় যে শ্রম-বিভাজন নহ'লে মানুহৰ সমাজৰ বস্তুগত উৎপাদনৰ পৰিমাণ তথা মানদণ্ড উন্নত কৰাও সম্ভৱ নহয়। আনহাতে কৃষ্টিমূলক উৎপাদনসমূহৰ মানদণ্ডৰ উন্নতি সাধনো সম্ভৱ হয় কেৱল শ্রম বিভাজনৰ জৰিয়তেহে।

## পঞ্চম ভাগ

# দ্ৰব্য উৎপাদন : সমাজ বিকাশৰ উচ্চতৰ পৰ্যায়

আহোম ৰাজতন্ত্ৰৰ বিকাশ হৈছিল জনজাতি সমাজৰ ধ্বংস সাধনৰ জৰিয়তে। মৰাণ, বৰাহী, কছাৰী আদি জন-গোষ্ঠীসমূহৰ স্বয়ংসম্পূৰ্ণ সৰু সৰু ৰাজ্যসমূহ অতি দ্ৰুত গতিৰে জয় কৰি তাই ৰাজ্যৰ প্ৰব্ৰজিত বংশধৰ চুকাফাই সৌমাৰত প্ৰতিষ্ঠা কৰা ৰাজ্যখনৰ উন্নতিসাধনৰ ক্ষেত্ৰত কৃষিয়েই আছিল মূল ভিত্তি। কৃষিজাত উৎপাদনৰ বাহিৰেও পাইকৰ বিভিন্ন খেলসমূহ ৰাষ্ট্ৰৰ প্ৰযোজনীয় দ্ৰব্যসমূহ উৎপাদনৰ কাৰ্যত লগোৱা হৈছিল।

বিনিময় আৰু আমদানি-ৰপ্তানি কাৰ্যত গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি থকা সোণ, প্ৰতিৰক্ষা উৎপাদনত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা লো, খাদ্য প্ৰকৰণৰ মূল উৎপাদন লোণ আদি উৎপাদনত অসম অতি উন্নত অৱস্থাত আছিল।

অসমত প্ৰায়বোৰ নৈৰ বালিতে সোণ পোৱা গৈছিল আৰু বালিৰ পৰা সোণ ধোৱা পদ্ধতি অসমৰ মানুহৰ আয়ত্বাধীন আছিল। ব্ৰহ্মপুত্ৰ, নোৱাদিহিং, বুঢ়ীদিহিং, জাগ লৌ, ধনশিৰি, দিচৈ, জাঁজী, ভৰলী, দিক্ৰং, বৰগাং, বুঢ়ীগাং আদিত সোণ পোৱা গৈছিল। সোৱণশিৰিতকৈ দিক্ৰং আৰু দিক্ৰঙতকৈ বৰগাং নদীৰ সোণ ভাল বুলি ৰেইদ চাহাবে উল্লেখ কৰি গৈছে।* ৰেইদৰ মতে বৰগাঙৰ বালিত ধোৱা সোণৰ তোলা ১৮-ৰপৰা ২০ টকা আছিল আৰু দিক্ৰঙৰ সোণৰ তোলা ১২-ৰপৰা ১৪ টকা আছিল। সোণ কমোৱা কাৰ্যত পৰম্পৰাগতভাবে যি খেলৰ বা খেলসমূহৰ মানুহ লাগিছিল তেওঁলোকক সোণোৱাল বোলা হয়। প্ৰতিজন সোণোৱালে ৰজাক বছৰি চাৰি তোলা সোণ বা পাঁচ টকা মূল্য কৰ হিচাপে দিব লগা হৈছিল। ৰাজেশ্বৰ সিংহৰ

---

* ৰেইদ, An Account of Assam, পৃঃ ৩৫৫—৩৫৮।

দিনত বছৰি ২,৫০০ আউন্স সোণ উৎপাদন হৈছিল বুলি জনা যায়।* এই সময়ত সোণোৱাল পাইকৰ সংখ্যা আছিল ১৮২৯ জন। কিন্তু মোৱামৰীয়া বিদ্ৰোহৰ অন্তত পাইকৰ সংখ্যা আছিল ৭৩৮ জন—যি সোণ কমোৱা কাৰ্যত লাগিছিল।** সোণোৱাল বা সোণধোৱা খেলে ৰজাক বছৰি ছয় বা সাত হাজাৰ তোলা সোণ যোগান ধৰিছিল, কিন্তু গৌৰীনাথ সিংহৰ দিনত এই পৰিমাণ চাৰিহাজাৰ তোলালৈ নামি আহিছিল।*** চাহাবুদ্দিন তালিচৰ বিৱৰণ অনুসৰি ১৬৬২ চনত দহ বাৰ হাজাৰ অসমীয়া পাইক সোণ কমোৱা কাৰ্যত নিযুক্ত আছিল। হেমিল্টনৰ মতে ১৮০৮ চনত পাকেৰ গুৰিত ১০০০ জন পাইক সোৱণ-শিৰিৰ সোণ কমোৱা কাৰ্যত নিযোজিত আছিল। এওঁলোকে জনে প্ৰতি ডেৰ টকা ওজনৰ সোণ ৰজাক শোধ কৰিব লাগিছিল, ইয়াৰ মূল্য আছিল ১৮০০০ চিকা ৰূপৰ সমান।**** অকল পাকেৰ গুৰিৰ হিচাপহে হেমিল্টনে দাঙি ধৰিছে। আন নৈ বিলাকৰ সংখ্যা সামৰিলে নিশ্চিত ভাবে উৎপাদনৰ পৰিমাণ বেছি আছিল।

সোণৰ পিছতে আটাইতকৈ গুৰুত্বপূৰ্ণ উৎপাদিত সামগ্ৰী আছিল লো। হেমিল্টনে অকল বচা দৈয়াঙত লোৰ আকৰ থকাৰ কথা উল্লেখ কৰিছিল।***** অসমৰ দৈয়াং, জয়পুৰ, তিৰুত, তিপাম আদি দাঁতি-কাষৰীয়া অঞ্চলত লোৰ আকৰ আছিল বুলি বুৰঞ্জীৰ পৰা জনা যায়।****** ৺সৰ্বানন্দ ৰাজকুমাৰৰ মতে আহোমৰ দিনত তিৰু পথাৰেই আছিল লোৰ প্ৰধান খনি।******* লো উৎপাদনৰ কৌশল

---

* Assam in the Ahom Age, N. K Basu, 1970 পৃঃ, ১৭৫।
** Anglo-Assamese Relations, Bhuyan, পৃঃ ২৫২।
*** উক্ত গ্ৰন্থ, পৃঃ ২৫২।
**** An Account of Assam, পৃঃ ৪৭।
***** উক্ত গ্ৰন্থ, পৃঃ ৪৭।
******Hunter-ৰ Statistical Account Assam-ৰ ওৱেলচৰ বিৱৰণ।
******* ইতিহাসে সোঁৱৰা ছশটা বছৰ, পৃঃ ২৪৬।

উন্নত নাছিল। ডাঙৰ শিলত সৰু খোবোং কৰি ভাটিৰ নলা লগাই জুইৰ তাপত লো গলোৱা হৈছিল।* ৰবিনচনৰ মতে ইংৰাজ অহাৰ সময়ত অসমত কমাৰৰ সংখ্যা বৰ বেছি নাছিল ; সময়ত মায়ামৰীয়া বিদ্ৰোহৰ সময়তে প্ৰায়বোৰ লো-শলীয়াৰ প্ৰাণ হানি হৈছিল, নাইবা আহোম ৰাজতন্ত্ৰৰ পৰা ফালৰি কাটি বুজন সংখ্যক লো-শলীয়া মৰামৰ ফালে গৈছিল। লোৰ উৎপাদিত সামগ্ৰীসমূহৰ ভিতৰত দা, কোৰ, বিভিন্ন ধৰণৰ যাঠি, তৰোৱাল, হেংদান, বন্দুক, ৰবটোপ, কাড, ছিলৈ, কিৰিচ, শেল,কোল আদি প্ৰধান। ৱেইদ আৰু গেইটে তুৰ্বকৰ আক্ৰমণৰ পিছতহে অসমত ৰবটোপ ব্যৱহাৰ হৈছিল।** গেইটৰ বুৰঞ্জীতে অৱশ্যে এই কথা আছে যে কছাৰীৰ বিৰুদ্ধে হোৱা যুদ্ধত ফ্ৰাচেংমুঙে ৰবটোপ ব্যৱহাৰ কৰিছিল আৰু কছাৰীৰ লগা যুদ্ধৰ পিছতহে ফ্ৰাচেং-মুঙৰ মৃত্যু হৈছিল তুৰ্বকৰ হাতত। গতিকে মোগল আৰ্হিৰ বন্দুক উৎপাদন তুৰ্বকৰ আক্ৰমণৰ পিছতহে উৎপাদন কৰা হৈছিল, কিন্তু ৰবটোপ বন্দুকৰ আন ধৰণৰ অস্ত্ৰ তুৰ্বকৰ আক্ৰমণৰ আগতেই হৈছিল।

অসমত নগা পাহাৰৰ দাঁতিযে-দাঁতিযে লোণৰ পুং আছিল। বৰহাট, জযপুৰ, মহং আদিত লোণ উৎপাদন হৈছিল। ৬০০০ পাইকে এই পুংবোৰত লোণ উৎপাদন কৰিছিল বুলি জনা যায়।*** অসমৰ বাহিৰেও চিংফৌ ৰাজ্য আৰু মণিপুৰত লোণৰ পুং আছিল। লংপতীযা, লংছোৱাল, ধাতুমীয়া, চিকপুৰীযা, জগতুমীযা, লংতিলীয়া আদি খেলৰ ছহেজাৰ পাইকে লোণ উৎপাদন কৰিছিল।*** লোণৰ খনিত কুৱা খান্দি, কুৱঁাৰ পানী বাঁহৰ চুঙাত বাষ্পীভূত কৰি লোণ উৎপাদন কৰা হৈছিল।

আহোমৰ দিনত চূণ-শিল ব্যৱহাৰ হোৱা পকীঘৰ আৰু দলং তথা মন্দিৰৰ সংখ্যা কম নহয়। ৰংঘৰ, তলাতল ঘৰ, কাৰেংঘৰৰ বাহিৰেও

* হাণ্টাৰ, উক্ত গ্ৰন্থ।
** ৱেইদ পৃঃ ৩৭, গেইট ৯৫ পৃঃ।
*** ইতিহাসে সোৱঁৰা ছশটা বছৰ, পৃঃ ২৪৫।

মন্দিৰবোৰ, দলং আদিত চূণ-শিল ব্যৱহাৰ হৈছিল। নামৰৰ, দেওপানী, হাৰিয়াজান আৰু যমুনা নৈত চূণ পোৱা গৈছিল।* শিল চূণৰ বাহিৰেও শামুক পুৰিও চূণ উৎপাদন কৰা হৈছিল।

অসমৰ মানুহে কুমাৰ মাটিৰ ব্যৱহাৰ জানিছিল। কিন্তু অসমৰ কুমাৰে চাক ব্যৱহাৰ নকৰিছিল।** হীৰা সম্প্ৰদায়ৰ মানুহে মাটিৰ বাচন, আচ-বাব আদি উৎপাদন কৰিছিল। কিন্তু ইম্পোৰিয়েল গেজেটৰ মতে চাক ব্যৱহাৰ কৰা হৈছিল।*** অসমৰ কুমাৰে কুৱাৰ পাট, চিলিম, মলা, চৰু, হাৰি, কলহ, ঘট, টেকেলি আদি বনাইছিল।

খনিকৰ আৰু শিলাকুটি অসমত আছিল। অসমত আহোম যুগৰ আগৰ পৰাই আছিল যদিও আহোম ৰজাই মৰাঙিয়াল খনিকৰক প্ৰশিক্ষণ দিয়াই আনিছিল বুলি জনা যায়। শিলৰ বাতি, খুবলি, পটা, ফলি, মূৰ্তি, মন্দিৰৰ খুটা, শিলত কটা নক্সা আদি অসমৰ খনিকৰে নিৰ্মাণ কৰিব পাৰিছিল।

আহোমৰ দিনত উৎপাদিত বনজাত সামগ্ৰীৰ ভিতৰত বাহঁ, কাঠ, বেতৰ বস্তু, হাতী দাঁতৰ বস্তু, মৌ, লা, বিভিন্ন পখী আদি প্ৰধান। হেমিল্টনৰ মতে ১৮০৮ চনত মুঠ ৬৫০০ টকাৰ হাতীদাঁত বছৰি ৰপ্তানি হৈছিল। হাতীদাঁতৰ পাটি, বিছনি, পাশতি, পাশাৰ গুটি, দবাৰ গুটি, ফণি, অস্ত্ৰ-শস্ত্ৰৰ নাল, মালা, আঙঠি আদিৰ উৎপাদন হৈছিল।****

---

* উক্ত গ্ৰন্থ, পৃঃ ২৪৩।

** Robinson, Descriptive Account of Assam, পৃঃ ২৩৬।

*** "Pottery which is of the simplest kind, is either made by Kumhars on the wheel or by Hiras, Im. Gaz. of I—E. B. of Assam, 1909, P 841।

**** দ্ৰষ্টব্য : ৰেইদ, পৃঃ ১৪০।

"The presents for the king of Delhi were made of ivory, fans of ivory, chessmen of ivory and a great variety of valuable articles."—

হাতীদাঁতৰ সামগ্ৰীৰ বাহিৰেও অসমত সাঁচিপাত, লা, মৌ আদি উৎপাদন হৈছিল। হাবিৰ কাঠেৰে গুটীয়া নাও, বৰনাও, বৰপীৰা, সিংহাসন আদি অসমৰ কাঠমিস্ত্ৰিয়ে উৎপাদন কৰিছিল। ৰং উৎপাদনৰ সামগ্ৰী আচু কাঠ, ফাকু গছ আদি অসমত হৈছিল, হেঙুল হাইতাল আদি উৎপাদন হৈছিল।

কৃষিজাত সামগ্ৰীসমূহৰ বাহিৰেও ওপৰোক্ত হস্তশিল্পজাত সামগ্ৰী-সমূহ উৎপাদন কৰিব পৰা অসমৰ ঔদ্যোগিক খণ্ডৰ অৱস্থা যে সম-সাময়িক ভাৰতৰ আন ৰাজ্যৰ তুলনাত পিছপৰা নাছিল তাক দোহৰা প্ৰয়োজন নাই। শ্ৰম-বিভাজন আৰু দ্ৰব্য উৎপাদনৰ এই পৰ্যাযত আমি দেখা পাওঁ দ্ৰব্যৰ বিনিময়ৰ প্ৰযোজনত হাট বজাৰ তথা মুদ্ৰাৰ বিকাশ। তলত আমি এইবোৰৰ এটা চমু আভাস দাঙি ধৰিছোঁ।

**ৰাণিজ্য :** ৰাষ্ট্ৰৰ নিযন্ত্ৰণত উৎপাদন আৰু বাণিজ্য চলা স্বত্বেও মুদৈ শ্ৰেণীৰ অ'ত ত'ত অস্তিত্ব আছিল। পুৰণি অসম বুৰঞ্জীত 'আমাৰ মুদৈ গৈ ঢাকাত বেহাই গৈ।' বুলি উল্লেখ আছে।* ৰেইদৰ An Account of Assam-ত অসম আৰু জয়ন্তীয়াৰ মাজত আঠ হাজাৰ টকাৰ ব্যৱসায় ১৫৭০ চনত মুদৈ জয়হৰিয়ে কৰাৰ উল্লেখ আছে।** চিহাবুদ্দিনৰ ৰচনা অনুসৰিও এদল মানুহে ৰজাৰ হুকুমত পশ্চিম সীমান্তত বেপাৰ কৰিবলৈ যায়। লোণ, যৱক্ষাৰ আদি বাহিৰৰ সামগ্ৰীৰ সৈতে সোণ, গান্ধকলাই, চন্দন কাঠ, পিপলি, জটা-মাংস আদি সাল-সলনি কৰিছিল। বাণিজ্যৰ এই ধৰণটোৱে জনজাতি অৱস্থাৰ পৰা উন্নীত হৈ অসমৰ অৰ্থনীতি বিশেষ ধৰণৰ সামন্তবাদী (মুদ্ৰা ব্যৱহাৰ হোৱা আৰু ৰাষ্ট্ৰৰ নিযন্ত্ৰণ থকা) ব্যৱস্থাত উপনীত হৈছিল।

হেমিল্টনে উল্লেখ কৰিছে যে হাদিৰাচকী পশ্চিম সীমান্তৰ বাণিজ্যিক

---

* পুৰণি অসম বুৰঞ্জী, পৃঃ ৯৩।

** ৰেইদ, An Account of Assam, পৃঃ ৪৮-৪৯।

তথা নিয়ন্ত্ৰণৰ চকী আছিল।* ব্যৱসায়িক লেন-দেনত অসমীয়া বিষযাসকল পটু নাছিল। ইউৰোপীয় আন বিদেশী ব্যৱসায়ীয়ে অসমৰ ব্যৱসায়ীৰ লগত (অলিখিত চুক্তিৰ জৰিয়তে হ'লেও) ব্যৱসায় বুজাপৰাৰ মাজেদি কৰিছিল। হেমিল্টনৰ মতে এই ব্যৱসায় প্ৰক্ৰিয়াত অসমৰ বিষযাদ্বয়ে প্ৰচুৰ লাভ কৰিছিল।** ৰাজ অনুমতি নহ'লে অসমৰ ভিতৰলৈ কোনো সদাগৰ প্ৰৱেশ কৰিব নোৱাৰিছিল। প্ৰতাপ সিংহৰ ৰাজত্বকালত মোগল সাম্ৰাজ্যৰ চৈয়দ বাবাকৰ আৰু সত্ৰাজিতে ব্যৱসায়ৰ বাবে পঠোৱা গোমোস্তাক কলিয়াবৰত কটা বুলি জনা যায়।*** তদুপৰি শিঙৰিত আগৰ কাঠ কিনা ৰত্ন চা সদাগৰক ধৰাৰ উপৰিও, বেলশিৰিত মাহ, সৰিযহ, ধপাত কিনা তুথন নাও জব্দ কৰা হৈছিল বুলি জনা যায়।**** পশ্চিম সীমান্তইদি মোগলৰ বাহিৰেও হল্যাণ্ড কিম্বা ফৰাচী ভ্ৰমণকাৰী তথা ব্যৱসায়ীও অসমত সোমাবলৈ ব্যৰ্থ হৈছিল।*****

আহোম ৰজাই কিছুমান মঠ-মন্দিৰৰ ক্ষেত্ৰতো প্ৰয়োজনীয় ব্যৱসায় কৰিবৰ বাবে মুদ্ৰা যোগান ধৰিছিল। উদাহৰণস্বৰূপে হয় গ্ৰীৱ মাধৱ দেৱালয়ৰ ভৰাঁলৰ বাবে নাও, মুদ্ৰা, ধনৰ নিৱন্ধনৰ তামৰ ফলি দ্ৰষ্টব্য।******

---

* হেমিল্টন, উক্ত গ্ৰন্থ।

** উক্ত গ্ৰন্থ, পৃঃ ৪৪-৪৫। গোৱালপাৰা জিলা গেজেটিয়াৰেও উক্ত মত সমৰ্থন কৰে।

*** ✓ তামুলী ফুকনৰ বুৰঞ্জী দ্ৰষ্টব্য।

**** পুৰণি অসম বুৰঞ্জী, পৃঃ ৮১।

***** ৰেইদ, উক্ত গ্ৰন্থ, পৃঃ ৩৩১।

****** ডঃ মহেশ্বৰ নেওগ সম্পাদিত প্ৰাচ্য শাসনাৱলীৰ পৃঃ ১৩৩—১৩৪ দ্ৰষ্টব্য।

পশ্চিমৰ দুৱাৰৰ যিমান কটকটীয়া আছিল, ব্যৱসায়িক লেন-দেনৰ ক্ষেত্ৰত জন-জাতিসমূহৰ লগতো তেনে কটকটীয়া ব্যৱসাই আছিল। তথাপি জন-জাতিসমূহৰ লগত বহল ভাৱে বাণিজ্য হৈছিল আৰু অসমে নিজৰ ন্যূনতম ঘাটি পুৰাবৰ বাবে দ্ৰব্য আমদানি কৰাৰ উপৰিও জন-জাতি ৰাজ্যসমূহৰপৰা অনা দ্ৰব্য বহিৰ্দেশলৈ ৰপ্তানিও কৰিছিল। পৰ্বতীয়া জাতিবিলাকে অসমক ৰূপ, তাম, টিন, কাঁহ, পিতল, সন্ধ্যক লোণ, সোণ আদি তিব্বত, চীন আৰু হুকং উপত্যকাৰ পৰা আনি যোগান ধৰিছিল। হুকং উপত্যকাৰ পৰা তাম, জাংকাই, ৰূপ আদি অসমলৈ আমদানি হৈছিল। এই অতীব মূল্যবান সামগ্ৰীসমূহৰ উপৰিও মিচিমি তিতা, গান্ধকলাই, গাঁঠিয়ন, মৌ আৰু মৌ-সিতা, এদা, আহোম এঠা, কুকুৰা, গাহৰি, গৰু, মহ, ঘোঁৰা আৰু লো-মাটিৰ বাচন-বৰ্তন আদিৰ আদান-প্ৰদান হৈছিল।* জয়ন্তীয়া বুৰঞ্জী অনুসৰি জয়ন্তীয়া বিলাকেও ফুলগুৰি, হাট আৰেঙা, সোনাপুৰ আদিত ব্যৱসায় কৰিছিল। অসমলৈ ব্যৱসায় কৰিবলৈ অহা পৰ্বতীয়া জাতিবিলাকে অসমৰ পৰা মূলতঃ লা, চাউল, মুগা, এৰি, হাতী দাঁত, লো, মাজঠি, কস্তুৰী আদি সামগ্ৰী ক্ৰয় কৰিছিল।** সোতৰ শতিকা মানত অসমলৈ দ্ৰব্য ৰপ্তানি কৰা দেশ আৰু ৰপ্তানি কৰা দ্ৰব্যসমূহ হ'ল নিম্নোক্ত ধৰণৰ।***

---

* ইতিহাসে সোঁৱৰা ছশটা বছৰ, ৺সৰ্বানন্দ ৰাজকুমাৰ, দ্ৰষ্টব্য পৃঃ ২৮১।

** উক্ত গ্ৰন্থ, ৺ৰাজকুমাৰ, পৃঃ ২৮৩।

*** তালিকাখনৰ মূল উৎস সমূহ: (১) An Account of Assam, Hamilton, (২) ওৱেলচৰ ৰিপৰ্ট, (৩) A History of Assam, Gait, (৪) An Account of Assam, Wade, (৫) Statistical Account of Assam, Hunter, (৬) দেওধাই অসম বুৰঞ্জী, (৭) আহোম জাতি, প্ৰবন্ধ ৺হিতেশ্বৰ বৰবৰুৱা, (৮) ইতিহাসে সোঁৱৰা ছশটা বছৰ, ৺ৰাজকুমাৰ।

| ৰপ্তানি কৰা দেশ | ৰপ্তানি কৰা দ্ৰব্য |
|---|---|
| ১। তিব্বত চীন | ৰূপ, তাম, টিন, কঁাহ, পিতল, সন্ধ্যক, লোণ, উলৰ কাপোৰ। |
| ২। ব্ৰহ্মদেশ ( হুকং ) | জাংকাই আৰু মূল্যবান পাথৰ, তাম আদি। |
| ৩। পশ্চিম সীমাৰ দেশ | লোণ, ডাইল, চেনি, মুক্তা, বাঘৰ, মূল্যবান পাথৰ, মণি, হিং, মছলা, তাম, ৰঙা সীহ, উলৰ কাপোৰ, সোণ আৰু ৰূপৰ বনকৰা কাপোৰ, মছলিন, লং, যৱক্ষাৰ, গন্ধক। |
| ৪। দাত্তিকাষৰীয়া ৰাজ্য : | |
| (ক) মিৰি-মিচিমি | কপাহ, মেজাঠি, মেঠোন, মিচিমি তিতা, গান্ধকলাই, মৌ, মৌ-সিতা, জাংফাই, সোণ, লো-মাটিৰ বাচন আদি। |
| (খ) চিং ফৌ | তাম, ৰূপ, টিন, কপাহ, পুঙৰ লোণ, ফাৰ গছ। |
| (গ) ভোট | উল, কস্তুৰী, মেজাঠি, গৰু, ঘোঁৰা, স্নুৰগা, নয়নতা আদি কাপোৰ। |
| (ঘ) জয়ন্তীয়া | কপাহ, কড়ি ইত্যাদি। |
| (ঙ) গাৰো-খাচি | কপাহ, তাম, লো, মোটা কাপোৰ। |
| (চ) নগা | কপাহ, লুক্কিবিলা কাপোৰ, বন-কৰা কাপোৰ, যাঠি, ৰঙা চুলি আদি। |

বাণিজ্যৰ পৰিমাণ নিচেই কম নাছিল। অসমে পশ্চিম সীমান্তই দি লা, মুগা সূতা আৰু কাপোৰ, মেজাঠি, জালুক, পিপলি, কপাহ, হাতীদাঁত, পিতল আৰু কাঁহৰ বাচন, লোৰ কোৰ, সৰিযহ, এদা, সুৱগা, সোণ, গান্ধকলাই, চীন আৰু তিব্বতলৈ—চাউল, মুগা, এৰি কাপোৰ, হাতীদাঁত, লো, লা, মেজাঠি, কস্তুৰী আদি, দাঁতি কাষৰীয়া অঞ্চললৈ এৰি, মুগা কাপোৰ, লা, সোণ, চাউল আৰু কাঠ ৰপ্তানি কৰিছিল।

## বাণিজ্যিক পৰিমাণ আৰু আভ্যন্তৰীণ বজাৰৰ বিকাশ মুদ্ৰাৰ প্ৰচলন

আভ্যন্তৰীণ আৰু বহিৰ্বাণিজ্যৰ পৰিমাণ আহোম ৰাজতন্ত্ৰৰ বিকশিত যুগত নিচেই কম নাছিল। হেমিল্টনৰ হিচাপ অনুসৰি ১৮০৮ - ১৮১৪ চনৰ ভিতৰত বাৰ্ষিক আমদানিৰ পৰিমাণ আছিল ভাৰতৰপৰা ২২৮৩০০ টকাৰ। ভাৰতলৈ ৰপ্তানিৰ পৰিমাণ আছিল ১৩০৯০০ টকাৰ। অসমৰ এই বাণিজ্যৰ লেন-দেন সোণ আৰু ৰূপৰে হৈছিল।*

ফ্ৰেদেৰিক জেমচ্ হলিদে চাহাবৰ উদ্ধৃতি দি ৺ৰাজকুমাৰে জনাইছে যে আহোমৰ দিনত ( ১৭৯৫-১৮১০ চন ) ৫৫,০০০ টকাৰ লা ৰপ্তানি হৈছিল।** হেমিল্টনৰ মতেও বছৰি ৩৫,০০০ টকাৰ লা ৰপ্তানি হৈছিল।*** একে উৎসৰ তথ্য-পাতি ব্যৱহাৰ কৰি স্বৰ্গীয় ৰাজকুমাৰে অসমৰ লগত চীন আৰু তিব্বতৰ বাণিজ্য বছৰি ১০০০০০ টকাৰ হৈছিল বুলি উল্লেখ কৰিছে। গৌৰীনাথ সিংহ আৰু ওৱেলচৰ

* Account of Assam, হেমিল্টন, পৃঃ ৪৬।
** ৺ৰাজকুমাৰ, পৃঃ ২৮৩।
*** হেমিল্টন, পৃঃ ৪৬।

মাজত হোৱা চুক্তিৰ জৰিযতে প্ৰতিষ্ঠিত শুল্ক কাৰ্যালয়ৰ তথ্য-পাতি মতে অসমলৈ ১৮৩৪ চনত ২·৫ লাখ টকাৰ আমদানি আৰু ৩·০ লাখ টকাৰ ৰপ্তানি হৈছিল।*

বাণিজ্যৰ প্ৰসাৰৰ ফলত অসমৰ সীমান্তত ১। চাৰি দুৱাৰ—ধনশিৰি, ন-মাটি-ৰৌতা, পাঁচনৈ, দৈমৰা (বেলশিৰি), ২। সাতদুৱাৰ—বিজনি, চাপাখামাৰ, চাপাগুৰি, বাস্কা, ঘোকুলা, খালিং আৰু বুঢ়ী-গোমা, ৩। ন-দুৱাৰ—বৰগাঁওৰ পৰা ভুৰলীৰ মাজৰ অকাঁ, ডফলা আদিৰ বাবে নখন ঠাইত, ৪। ছয় দুৱাৰ—বৰগাঁওৰ পূৱে লক্ষীমপুৰ পৰ্যন্ত, ৫। বৰদুৱাৰ—খাচি গাৰোৰ লগত বাণিজ্যৰ বাবে—লুকি, বকো, বনগাওঁ, পানতন, ভোলাগাওঁ আৰু দ্বাৰ মৈৰাপুৰ প্ৰধান বিনিময় কেন্দ্ৰ আছিল, ৬। হাদিৰাচকী—পশ্চিম সীমান্তৰ বাণিজ্য নিযন্ত্ৰণৰ বাবে প্ৰধান দুৱাৰ আছিল।

বহিৰ্সংযোগৰ উক্ত দুৱাৰসমূহৰ উপৰিও অসমৰ ভিতৰত নগাৰ লগত বাণিজ্য কৰিবৰ বাবে নগাহাট, বৰহাট আৰু নামচাং, অসমৰ ভিতৰত যোৰহাট, নামচাংৰ, খিটলুৰ হাট, টিপাম, নাজিৰা, কছাৰীহাট, হুলাৰফাট, ৰহা, ঘগ্ৰাপাৰ, দৰঙা, ওদাশগুৰি, সোৱনখাটা আদি বাণিজ্য কেন্দ্ৰ আছিল।

অসমত আভ্যন্তৰীণ আৰু বহিৰ্বাণিজ্যৰ প্ৰসাৰৰ লগে লগে মুদ্ৰাৰ প্ৰচলন বৃদ্ধি পাইছিল। ড. পদ্মেশ্বৰ গগৈৰ মতে চুদাংফাৰ ৰাজত্ব কালতে (১৩৯৭-১৪৯৭ খৃঃ) প্ৰথম মুদ্ৰা প্ৰচলন হৈছিল।** বথামৰ তালিকা অনুসৰি ১৫৪৩ চনত প্ৰথম চুক্লেংমুঙে টাইভাষাত মুদ্ৰা প্ৰচলন কৰিছিল। চুদাংফা আহোম মতে শিঙৰি ঘৰত উঠি ৰজা হৈছিল, গতিকে এই সিংহাসন আৰোহণ কাৰ্যৰ লগত মুদ্ৰা প্ৰচলনৰ সমৰ্থন

---

* ৺ৰাজকুমাৰ, পৃঃ ২৮৫।

** ড. পদ্মেশ্বৰ গগৈ, Tai Ahom Religion and Customs, ১৯৭৬, পৃঃ ২৩-২৪।

থাকিব পাৰে। কোনো কোনো বুৰঞ্জীয়ে ৰাজ অভিষেকৰ আগতেই মোহৰ মৰাৰ উদাহৰণ দাঙি ধৰিছে।* কোঁচ ৰাজ্যত ১৫৪২ চনত মোহৰ মৰা হৈছিল।

অসমত সোণৰ মোহৰ প্ৰচলন হোৱাৰ আগৰেপৰাই কড়িৰ প্ৰচলন আছিল।** চুহুংমুঙৰ ৰাজত্বকালত (১৪৯৭-১৫৩৯ চন) অসমত কেৱল সোণৰ মোহৰ প্ৰচলন আছিল।*** সৰ্বানন্দ ৰাজকুমাৰৰ মতে আঠচুকীয়া মোহৰ মৰাটো আহোম পৰম্পৰাৰ লগত খাপখাই আৰু যোগিনীতন্ত্ৰৰ লগত ইয়াৰ সম্পৰ্ক নাই।**** ড. গগৈৰ মতে নছৰৎ চাহৰ ৰাজত্ব যিহেতু ১৫২৩ চনতহে আৰম্ভ হৈছিল, গতিকে বৃথামৰ মত অনুসৰি হুছেইনী বংশৰ অনুকৰণত মোহৰ মৰাটো সম্ভৱ নহয়। হুছেইন চাহৰ ৰাজত্ব ১৪৯৬ চনত আৰু চুহুংমুঙৰ ৰাজত্ব ১৪৯৭ চনত আৰম্ভ হৈছিল। হুছেন চাহে ১৪৯৮ চনত কমতা ৰাজ্য আক্ৰমণ কৰিছিল। চুহুংমুঙে এক বিশাল বাহিনীৰে সাহায্য প্ৰদান কৰি কমতা ৰাজ্য উদ্ধাৰ কৰিছিল আৰু চুহুংমুঙে জগন্নাথ ঠাকুৰৰ মন্দিৰত দিবলৈ ২০০০ সোণৰ মোহৰ পঠোৱাৰ কথা বুৰঞ্জীত উল্লেখ আছে।*****

ওপৰৰ আলোচনাত কিছু তুলনামূলক বিচাৰ কৰাৰ কাৰণ হ'ল অসমৰ বস্তুগত সংস্কৃতিৰ প্ৰসাৰ কিমান পৰ্যায়লৈ হৈছিল তাৰ এটা আভাস দাঙি ধৰা। অসমৰ মুদ্ৰাসমূহত বিভিন্ন যুগত টাই, পুৰণি অসমীয়া, সংস্কৃত, পাৰ্চি আদি বিভিন্ন ভাষা ব্যৱহাৰ কৰা হৈছিল।

---

* History of Assam, Harakanta Baruah, Edited by S K. Bhuyan, পৃঃ ১৯-২০।

** ড. পদ্মেশ্বৰ গগৈ, উক্ত গ্ৰন্থ, পৃঃ ২৪।

*** দেওধাই অসম বুৰঞ্জী, ড. ভূঞা সম্পাদিত, পৃঃ ২৫-২৬ দ্ৰষ্টব্য।

**** ৺ৰাজকুমাৰ, উক্ত গ্ৰন্থ, পৃঃ ২১৯।

***** ড ভূঞা সম্পাদিত, অসম বুৰঞ্জী, ১৯৪৫, পৃঃ ২৭ দ্ৰষ্টব্য।

বিভিন্ন ভাষা প্ৰয়োগৰ কাৰণ হ'ল—বিভিন্ন ভাষী দেশৰ লগত হোৱা লেন-দেন।

আভ্যন্তৰীণ বাণিজ্যৰ সম্প্ৰসাৰণ হোৱাৰ লগে লগে আধলি, সিকি, আদমহীয়া, চৰতীয়া আদি কম মূল্যৰ মুদ্ৰা প্ৰচলন হৈছিল। অসমত মুদ্ৰা কৰ-কাটল পৰিশোধ, বস্তুৰ মূল্য পৰিশোধ আদিৰ বাবে ব্যৱহাৰ হৈছিল। মজুৰিৰ বাবে মুদ্ৰা ব্যৱহাৰ হোৱাৰ তথ্য-পাতি মায়ামৰীয়া বিদ্ৰোহৰ আগলৈকে নাছিল। মায়ামৰীয়া বিদ্ৰোহৰ সময়ত পাইক প্ৰথাৰ গুৰি লৰাত ইংৰাজৰ আৰ্হিৰে সৈন্য-বাহিনী গঠন কৰি মুদ্ৰা-মজুৰি দিয়াৰ ব্যৱস্থা পূৰ্ণানন্দ বুঢ়াগোহাঞিয়ে প্ৰৱৰ্তন কৰাইছিল।

ড. পদ্মেশ্বৰ গগৈৰ মতে অসমত কম মূল্যৰ লেন-দেনৰ ক্ষেত্ৰতহে মুদ্ৰা ব্যৱহাৰ হৈছিল। অসম আৰু বঙ্গৰ মাজত বস্তু বিনিময় হৈছিল।* হেমিল্টনৰ মতে উক্ত বক্তব্য শুদ্ধ নহয়, অসমৰ লগত বঙ্গৰ বাণিজ্যৰ লেন-দেন সোণ-ৰূপৰেহে চলিছিল।**

গেইটৰ মতে আহোমৰ দিনৰ মুদ্ৰাৰ টকাৰ ওজন আছিল ৯৬ ৰতি। ৰুদ্ৰ সিংহৰ দিনৰ পৰা ৪৮ ৰতিৰ আধলি, ২৪ ৰতিৰ সিকি নিয়মিত ভাবে উৎপাদন হৈছিল। শিৱ সিংহৰ দিনত ১২ ৰতিৰ আৰু ৬ ৰতিৰ মুদ্ৰা প্ৰথম প্ৰচলন কৰা হৈছিল। গৌৰীনাথ সিংহৰ দিনত ৩ ৰতিৰ মুদ্ৰাও প্ৰচলন কৰা হৈছিল।***

## দ্ৰব্য উৎপাদন পাইক প্ৰথাৰ চূড়ান্ত ফল

মূলত: কৃষিৰ দ্ৰুত সম্প্ৰসাৰণৰ লগত সম্পৰ্ক ৰাখি সৃষ্টি হোৱা পাইক প্ৰথাই শ্ৰম-বিভাজন কৃত্ৰিম ভাবে, ওপৰৰ পৰা জাপি দিয়া

---

* ড. গগৈ, Tai Ahom Religion and Customs, পৃ: ৩০।

** Account of Assam, পৃ: ৪৬।

*** Gait, A History of Assam, পৃ: ২৪২-২৪৩ দ্ৰষ্টব্য।

হিচাপে প্ৰৱৰ্তন কৰিছিল। এই শ্ৰম বিভাজন আছিল মূলতঃ বৃত্তিগত ( Trade Wise ), কিন্তু এই বৃত্তিগত বিভাজন সম্পূৰ্ণৰূপে শ্ৰেণী-চৰিত্ৰ বৰ্জিত নাছিল। অৰ্থাৎ, বৃত্তিগত বিভাজন ইয়াত শ্ৰেণীগত বিভাজনৰ সাংগঠনিক প্ৰয়োজনত ওপৰৰ পৰা কৰা হৈছিল। সম্ভ্ৰান্ত পৰিয়ালসমূহৰ মানুহ ইযাত বৃত্তিযাল হোৱা নাছিল। বৃত্তিযাল হৈছিল মূলত পৰাভূত জনগোষ্ঠীৰ লোকসকল। মৰাণ, চুতীয়া, বৰাহী, মুছলমান ( যুদ্ধবন্দী ), কেওঁট, হাৰী, কৈৱৰ্ত, কছাৰী, কলিতা, কোঁচ, নাথ আদি সম্প্ৰদায়ৰ পৰাই বৃত্তিযাল খেলসমূহ গঢ়া হৈছিল। আহোমৰ যিবোৰ পৰিযাল সম্ভ্ৰান্ত হিচাপে ধৰা হৈছিল তাৰ বাহিৰে বাকীসকলে বৃত্তি গ্ৰহণ কৰাত বাধা নাছিল বুলি ক'ব পাৰি। আহোমৰ যিসকল নিম্ন বৃত্তিত নিয়োজিত হৈছিল সেইখিনিক সাধাৰণতে সম্ভ্ৰান্ত সকলে হেয় ভাবে চাইছিল, কাৰণ নিম্ন বৃত্তি ( চাওদাং আদি )-ত সাধাৰণতে শাস্তি পোৱা বা অৱনমিত কৰা মানুহৰ পৰিযালো অন্তৰ্ভুক্ত হৈছিল।

## স্থায়ী কৃষি আৰু ভূমি কেন্দ্ৰীভৱন

হেমিল্টনৰ মতে মায়ামৰীয়া বিদ্ৰোহৰ আগতে মহন্ত, ব্ৰাহ্মণ, আদিৰ হাতত অসমৰ ভূমিৰ প্ৰায় এক চতুৰ্থাংশ আছিল। ১/৬ ভাগ দিয়া হৈছিল মঠ মন্দিৰসমূহ চলাবৰ বাবে, ১/৬ ভাগ দিয়া হৈছিল ধাৰ্মিক লোকসকলৰ পোহপালিৰ বাবে।* পাইকৰ সংখ্যা আছিল সাধাৰণ অৱস্থাত ৮০,০০০। এওঁলোকে অসমৰ মুঠ শতকৰা পঞ্চাশ ভাগ ভূমিত খেতি কৰিছিল। ১/৪ ভাগ মাটি ডা-ডাঙৰীয়া শ্ৰেণীৰ হাতত আছিল। এই হিচাপে মায়ামৰীয়া বিদ্ৰোহৰ সময়ত ডা-ডাঙৰীয়া শ্ৰেণীৰ হাতত থকা ভূমিৰ পৰিমাণতকৈ সত্ৰ তথা ব্ৰাহ্মণ আৰু মহন্তৰ হাতত থকা ভূমিৰ পৰিমাণ বেছি নাছিল। সম্পদ একশ্ৰেণীৰ মানুহৰ

---

* হেমিল্টন, An Account of Assam, পৃঃ ৩৬।

হাতত কেন্দ্ৰীভূত হোৱাৰ অনিবাৰ্য পৰিণতি স্বৰূপে সামাজিক সংঘাত ক্ৰমান্বয়ে তীব্ৰতৰ হৈ পৰিছিল।

আহোম ৰাজতন্ত্ৰৰ শেষৰ ফালে আনি দেখা পাওঁ ভূমিৰ ওপৰত ডাঙৰীয়া শ্ৰেণীৰ লোকে নিজা অধিকাৰ সাব্যস্ত কৰিছিল। ৰজাৰ বাহিৰেও আন পৰিয়াল ( সম্ভ্ৰান্ত ) বিলাকে ভূমি, পাইক আদি দান দিব পাৰিছিল। ধনৰ বাবে ভূমি হস্তান্তৰ হৈছিল।* ভূমি হস্তান্তৰ-কৰণ তথা ভূমি দান আৰু পাইক দানৰ বিস্তৰ উদাহৰণ অসমত আছে। তলত আমি তেনে উদাহৰণ দুটামান দাঙি ধৰিলো।

ড. মহেশ্বৰ নেওগ দেৱৰ দ্বাৰা সম্পাদিত প্ৰাচ্য শাসনাৱলীত ভূমি ক্ৰয়-বিক্ৰয় শিলৰ ফলিৰ প্ৰতিলিপি দিয়া আছে ( ফলি নং ১৫৬ ) এই শিলৰ ফলিৰ সময় নিৰূপণ কৰা হৈছে কমলেশ্বৰ সিংহৰ ৰাজত্ব কালত ( ১৭৯৫-১৮১০ )। ইয়াত ক্ৰেতাৰ নাম, বিক্ৰেতাৰ নাম, ভূমিৰ বিৱৰণ, সাক্ষী, দলীল লিখোতাৰ নাম আদি দিয়া আছে। (১) বিক্ৰেতাৰ নাম লৰি গোহাঞি। ক্ৰেতাৰ নাম তামুলি গোহাঞি। সাক্ষী ৰাইদঙিয়া ৰাজখোৱা, নিৰ্মল আৰু গেন্ধেলা। ভূমিৰ দান যোল্ল টকা। (২) ক্ৰেতাৰ নাম মাতৃৰিযাল ছঙাৰবগোহাঞি, বিক্ৰেতাৰ নাম মেচাঘৰীয়া বেংধন গোহায়ে বিকে। সাক্ষীৰ নাম দিয়া আছে। (৩) বিক্ৰেতাৰ নাম টেটা গোহাঞি আৰু চন্থাম গোহাঞি। পেলন বৰগোহাঞিৰ পুত্ৰ অমুলি গোহাঞি ক্ৰেতা। দাম ছটকা ৰূপ। মাটি এপুৰা। মাটিৰ দাম নিচেই সামান্য আছিল। ফলিখনৰ পুংখানুপুংখ বিৱৰণলৈ যোৱাৰ প্ৰযোজন বিশেষ নাই। কিন্তু আহোম ৰাজতন্ত্ৰৰ শেষ যুগত সম্ভ্ৰান্ত মানুহখিনিৰ মাজত যে ভূমিৰ ওপৰত স্থায়ী অধিকাৰ সাব্যস্ত হৈছিল, ফলিখন তাৰ জীৱন্ত প্ৰমাণস্বৰূপ। সম্ভৱতঃ ভূমি ক্ৰয়-বিক্ৰয়ৰ ঘটনাটো আহোম ৰাজতন্ত্ৰৰ শেষ যুগৰ ঘটনা হ'লেও ই

* ভূমি হস্তান্তৰ লিপি, প্ৰাচ্য শাসনাৱলী দ্ৰষ্টব্য।

পুৰণি পৰম্পৰাৰ বিৰোধী আছিল। গতিকে শিলৰ ফলি কৰি এই বিশেষ ঘটনাৰ স্বীকৃতি দিয়া হৈছিল।

আহোম ৰাজতন্ত্ৰৰ শেষৰ ফালে আমি দেখা পাওঁ ৰজাৰ বাহিৰেও ডাঙৰীয়া, ডাঙৰীয়াৰ পত্নী আদিয়েও ভূমি দান তথা পাইক দান আদি দিব পাৰিছিল। উদাহৰণ স্বৰূপে প্ৰতাপবল্লভ বৰফুকনৰ বৰ জনা পত্নীয়ে হয়গ্ৰীৱ মাধৱলৈ গৌৰীচন্দ্ৰ বুজৰ বৰুৱাৰ ঘৰৰ মানুহ এঘৰ ৰূপ সাতকুৰি দি ক্ৰয় কৰি ওপৰ বৰ ভাগ মৌজাৰ সনিযাদি গাৱঁৰ ফৰিঙতি মাটি ১৬ পুৰা, কালাগত ৰোপিত মাটি ৬ পুৰা সহ থকা ঘৰৰ মাটি আৰু ৮০ কুৰি নাৰায়ণী মোহৰ দিছিল মন্দিৰত পূজা-সেৱা ( অখণ্ড প্ৰদীপ জ্বলাই ) কৰিবৰ বাবে।* এনেদৰে দিয়া দান মূলতঃ আহোম ৰাজতন্ত্ৰৰ প্ৰায় শেষ হৈ অহা যুগৰ,মায়ামৰীয়া বিদ্ৰোহৰ ফলত পাইক প্ৰথা দুৰ্বল হৈ পৰা আৰু সৈন্যবাহিনীত দৰ্মহা দি মানুহ নিয়োজিত কৰা যুগৰ ঘটনা।

ওপৰত দিয়া উদাহৰণৰ তাৎপৰ্য অসীম; কিন্তু এনে ঘটনা অতি ব্যাপক হাৰত হৈছিল নে নাই সন্দেহৰ কথা। সম্ভৱতঃ সাধাৰণ মানুহৰ মাজত ভূমি বেচা-কিনা প্ৰক্ৰিযা বহুল প্ৰচলিত নাছিল, আৰু সাধাৰণ মানুহে ভূমি দান দিযাও সম্ভৱ নাছিল। তথাপি আহোম ৰাজতন্ত্ৰৰ শেষৰ ফালে যে ভূমিৰ ওপৰত শক্তিশালী ডাঙৰীয়া শ্ৰেণীয়ে স্থাযী অধিকাৰ সাব্যস্ত কৰিছিল আৰু ভূমিৰ কেন্দ্ৰীভৱন প্ৰক্ৰিয়া আৰম্ভ হৈছিল তাৰ উমান ওপৰৰ আলোচনাৰ পৰা পাব পৰা যায়।

---

* দ্ৰষ্টব্য: প্ৰাচ্য শাসনাৱলী, পৃঃ ১৩৯-১৪০।

## ষষ্ঠ ভাগ

# বৃত্তিগত আৰু ভৌগোলিক শ্ৰম-বিভাজন আত্মীকৰণ আৰু ভাষা-সংস্কৃতিৰ বিকাশ

আহোম ৰাজতন্ত্ৰৰ আৰ্থ-সামাজিক ভিত্তি পাইক-প্ৰথা তথা ৰাষ্ট্ৰীয় দাস-প্ৰথা। স্থায়ী কৃষিৰ সম্প্ৰসাৰণ, জন-জাতীয় গোষ্ঠীসমূহৰ বিলোপকৰণ আৰু অপসাৰণ,বাণিজ্যৰ প্ৰসাৰ আৰু সাংস্কৃতিক আদান-প্ৰদানৰ জৰিয়তে আহোম ৰাজতন্ত্ৰত উজনিৰ অসমীয়া ভাষাৰ বিকাশ সম্ভৱ হৈছিল।

স্থায়ী কৃষিৰ বিকাশ সাধনৰ প্ৰক্ৰিয়াত শক্তি ( Force )-ৰ ব্যৱহাৰ অনস্বীকাৰ্য। আহোম ৰাজতন্ত্ৰত চুকাফাৰ দিনৰ পৰাই শক্তি প্ৰয়োগ আৰু শান্তিপূৰ্ণ সহাৱস্থান এই দুয়োটা নীতি প্ৰয়োগৰ ক্ষেত্ৰত ৰজাসকলৰ তথা ৰাজতন্ত্ৰৰ সচেতনতা দেখা গৈছিল। শক্তি প্ৰয়োগৰ ক্ষেত্ৰত চুকাফাৰ প্ৰথম নগাসকলক দমন কৰোতে দেখুওৱা নৃশংসতাই এই কথা স্পষ্টতৰ কৰে যে প্ৰয়োজন হ'লে অতি বৰ্বৰতাৰ আশ্ৰয় লৈও ক্ষমতা বিস্তাৰ কৰাৰ শক্তি চুকাফাৰ আছিল। ভৈয়ামৰ তুলনামূলক ভাবে ক্ষুদ্ৰ জনগোষ্ঠীসমূহক ( মৰাণ আৰু বৰাহী আদি ) শান্তিপূৰ্ণ প্ৰক্ৰিয়াৰে তাই জনগোষ্ঠীৰ ভিতৰুৱা কৰি লৈ চুকাফাই প্ৰথম আত্মীকৰণৰ চূড়ান্ত নিদৰ্শন দাঙি ধৰিছিল। অসমীয়া জাতিৰ বিকাশৰ প্ৰথম খলপাতে আমি দেখা পাওঁ তাই, মৰাণ আৰু বৰাহী এই তিনিটা সম্প্ৰদায়ৰ প্ৰত্যক্ষ সমন্বয়ৰ নিদৰ্শন। সম্ভৱতঃ আহোমৰ মাজত—ক্ৰমান্বয়ে মৰাণ, বৰাহী, চুতীয়া আৰু কছাৰী—এই সম্প্ৰদায়সমূহৰ লগত হোৱা আদান-প্ৰদানৰ জৰিয়তে থলুৱা ভাষা এটাৰ বিকাশ সাধন হৈছিল। পিছলৈ এই ভাষাটোৱেই পাৰস্পৰিক আদান-প্ৰদানৰ ফলত সাৰ্বজনীন ভাবে ব্যৱহৃত ভাষাত পৰিণত হৈছিল।

তুলনামূলক ভাবে মৰাণ আৰু বৰাহীতকৈ শক্তিশালী চুতীয়া আৰু কছাৰীসকলক জয় কৰোতে আহোম ৰাজতন্ত্ৰই ধীৰে ধীৰে অগ্ৰসৰ হ'ব লগা হৈছিল। চুতীয়াসকল পিছলৈ আহোম সম্প্ৰদায়ৰ লগত সামাজিক আদান-প্ৰদান তথা সাংস্কৃতিক আদান-প্ৰদানৰ জৰিযতে আহোম ৰাষ্ট্ৰৰ ভিতৰুৱা অত্যন্ত প্ৰভাৱশীল জনসমষ্টিত পৰিণত হৈছিল। আহোমতকৈ পূৰ্বে দিবং আৰু টেঙাপানী নৈৰ উপত্যকাত বসতি বিস্তাৰ কৰা চুতীযাসকলৰ ক্ষেত্ৰতো আহোমৰ দৰেই নিজা ভাষা ক্ৰমান্বয়ে হেৰাই গৈছিল আৰু এটা উমৈহতীযা ভাষাৰ সৃষ্টি হৈছিল।

কছাৰীসকলৰ ক্ষেত্ৰত দেখা যায় দিখৌৰ পৰা ধনশিৰি পৰ্যন্ত এই উপত্যকাৰ ভিতৰত যিসকল আহোম ৰাজতন্ত্ৰত থাকি গ'ল—তেওঁলোক অৰ্থনৈতিক আৰু সামাজিক আদান-প্ৰদানৰ ফলত একে ভাষা-ভাষী হৈ পৰিল। কিন্তু ধনশিৰি উপত্যকা আহোমে জয কৰাৰ সময়ত ক্ৰমান্বয়ে দক্ষিণলৈ কছাৰীসকলৰ এটা অংশ অপসাৰিত হৈছিল—এই অংশ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মূল সুতিৰপৰা আঁতৰত থাকি স্বকীয় ভাষা আৰু সংস্কৃতি লৈ সুদীৰ্ঘ কাল জীয়াই থাকিল। ধনশিৰি উপত্যকাত কছাৰীয়ে এৰিথৈ যোৱা অঞ্চলসমূহৰ বৃজন অংশত আহোমে বসতি বিস্তাৰ কৰা নাছিল—সেই অংশ জন-শূন্য হিচাপে সুদীৰ্ঘ কাল থকাৰ পিছত ক্ৰমান্বয়ে অৰণ্যই আৱৰি পেলালে।* ১৫৩৫-৩৬ চনৰ ভিতৰত ধনশিৰি আৰু কলং উপত্যকা আহোমৰ নিয়ন্ত্ৰণলৈ অহাৰ পিছত

---

* Gait ৰ ভাষাত: "Ahoms thus became masters, not only of the Dhansiri valley, which they never attempted to occupy and which soon relasped into jungle, but also of the whole of the Kachari possessions north of the Kallang river in Nowgong."—পৃ: ৯৬। A History of Assam.। সম্ভৱত: নামবৰ অৰণ্যই আৱৰি পেলোৱা অঞ্চল আছিল এসময়ৰ জনবসতিপূৰ্ণ কছাৰী ৰাজ্যৰ অন্তৰ্ভুক্ত।

অত্যন্ত সাৰুৱা আৰু কৃষিৰ উপযোগী ভূমিৰ প্ৰয়োজন কিছুদিনলৈ পূৰণ হ'ল।

এই পৰ্যন্ত মংগোলীয় আৰু তাই জনগোষ্ঠীৰ মাজত যি সংমিশ্ৰণ আৰু আত্মীকৰণ সম্ভৱ হৈছিল, প্ৰতাপ সিংহই বাৰভূঞাসকলক জয় কৰি অসমৰ বিভিন্ন ঠাইত সংমিশ্ৰিত ভাবে বহুৱাই দি সংমিশ্ৰণ প্ৰক্ৰিয়া অধিক দ্ৰুততৰ কৰিলে। আহোম ৰাজ্য প্ৰতিষ্ঠাৰ সময়ত ভৰলী আৰু ধনশিৰি নৈৰ মাজৰ অংশত ৰাজত্ব কৰি থকা বাৰভূঞা-সকলক উত্তৰ পাৰৰ পৰা আনি দক্ষিণ পাৰত বহুৱাই দিয়া হৈছিল আৰু উত্তৰ পাৰলৈ পুনৰ উঠি যোৱা নিষেধ কৰা হৈছিল। ইয়াৰ ফলত শাক্ত হিন্দু বাৰভূঞাৰ পশ্চিমীয়া ভাষা আৰু কৃষ্টি মংগোলীয় জনগোষ্ঠীৰ মাজত বিলীন হৈ যোৱাৰ প্ৰক্ৰিয়া দ্ৰুততৰ হৈছিল। ১৬০৩ চনৰ পৰা ১৬৪১ চনৰ ভিতৰত প্ৰতাপ সিংহৰ ৰাজত্বকালত আহোম ৰাজ্যত এটা বিস্তৃত পিয়ল আৰু গাওঁ পুনৰগঠন হৈছিল। মৰঙি অঞ্চলত আহোমৰ বসতি স্থাপন, দক্ষিণ পাৰত বাৰভূঞা পুনৰ সংস্থাপন আৰু নামনিৰ ঘনবসতিপূৰ্ণ অঞ্চলৰ লোক আনি জনবসতি সেৰেঙা অঞ্চলত প্ৰতাপ সিংহৰ দিনত স্থাপন কৰা হৈছিল। পুনৰ সংস্থাপিত গাওঁসমূহত সাধাৰণ ভাবে জনগোষ্ঠীসমূহ সংমিশ্ৰিত আছিল। প্ৰতাপ সিংহৰ ৰাজত্বকালত উক্ত ধৰণে খেলভিত্তিক গাওঁ পাতি উৎপাদন প্ৰক্ৰিয়া উন্নত কৰাৰ লগতে সংমিশ্ৰণ আৰু আত্মীকৰণ প্ৰক্ৰিয়াও দ্ৰুততৰ কৰা হৈছিল। শিল্পী তথা কাৰিকৰসকলক আমদানি কৰা তথা হস্তশিল্পী আৰু উৎপাদকৰ গাওঁ পতা কাম এই সময়তে সম্পূৰ্ণ হৈছিল। সেই হিচাপে শুৱালকুছি, ৰামদিয়া হাজো আদি হস্তশিল্পীৰ সংগঠিত গাঁৱে অকল অৰ্থ-নীতিটোকে এটা নতুন ৰূপ দিয়া নাছিল, সমগ্ৰ সমাজখনকে নতুন ধৰণে চাবলৈ মানুহে এটা সুবিধা পাইছিল। তাঁতী, তেলী, কমাৰ, কুমাৰ, শিলাকুটি, কহাৰ, চমাৰ সোনাৰি আদিৰ গাওঁ পতাৰ ফলত পাৰম্পৰিক আদান-

প্ৰদান—গাওঁসমূহৰ মাজত বাধ্যতামূলক নহলেও অনিবাৰ্য হৈছিল। কাৰণ, স্বয়ংসম্পূৰ্ণতাৰ ঠাইত এই সময়ত পাৰস্পৰিক নিৰ্ভৰশীলতা প্ৰয়োজন হিচাপে দেখা দিছিল।

দেখা যায় বৃত্তিগত শ্ৰম-বিভাজনক ভৌগোলিক শ্ৰম-বিভাজনলৈ ৰূপান্তৰিত কৰাৰ ফলতে পাৰস্পৰিক আদান-প্ৰদান অপৰিহাৰ্য হৈ পৰিছিল। এই প্ৰক্ৰিয়া অসমত প্ৰতাপ সিংহৰ ৰাজত্বকালতে সম্পূৰ্ণ হৈছিল।

শ্ৰম-বিভাজনে বৃত্তিগত আৰু ভৌগোলিক বিভাজনৰ ৰূপ পোৱাৰ পিছত উজনিৰ লগত নামনিৰ, নামনিৰ লগত উজনিৰ, উত্তৰৰ লগত দক্ষিণৰ তথা দক্ষিণৰ লগত উত্তৰৰ বাণিজ্য অপৰিহাৰ্য হৈ পৰিছিল। ইয়াৰ ফলত আমি দেখা পাওঁ বজাৰত জনজাতি আৰু অজনজাতি তথা অজনজাতিৰ ভিতৰতো নানা সম্প্ৰদায়ৰ মাজত আদান-প্ৰদান অত্যন্ত ব্যাপকভাবে হৈছিল। মিছিং, বড়ো, জিম'চ্ছায়া (দেউৰী), মান-তাই, কাৰ্বি আদি জনগোষ্ঠীৰ উপৰিও বাঙালী, পাৰ্চী আদি ভাষাৰ শব্দ ব্যাপকভাবে আহোম ৰাষ্ট্ৰৰ ভিতৰত প্ৰচলিত অসমীযা ভাষাত সোমাই পৰাৰ মূল কাৰণ এইটোৱেই। ই অসমীয়া ভাষাক এটা অত্যন্ত বলিষ্ঠ চৰিত্ৰ প্ৰদান কৰিলে।

বজাৰৰ সম্প্ৰসাৰণ ঘটা পৰ্যায়ত ব্ৰহ্মপুত্ৰ উপত্যকাত আন এটা ঘটনা ঘটিছিল, সেইটো হ'ল নৱ-বৈষ্ণৱ আন্দোলনৰ প্ৰসাৰ। নৱবৈষ্ণৱ আন্দোলনে ব্ৰজবুলি ভাষা অসমৰ গাৱে-ভূঞে বিয়পাই দিলে। ইয়াৰ ফলত অসমীযা ভাষা একালে সাহিত্যৰ ফালৰপৰা চহকী হৈছিল সেইটো নহয়, শব্দ সম্ভাৰৰ ফালৰপৰাও চহকী হৈছিল আৰু পূব-ভাৰতৰ আন জনগোষ্ঠীসমূহৰ ভাষাতকৈ শক্তিশালী হৈ পৰিছিল।

ওপৰোক্ত প্ৰতিটো উপাদানৰে অসমীয়া ভাষাৰ ভিত্তি প্ৰতিষ্ঠাত গুৰুত্বপূৰ্ণ অৱদান আছে। ৰাজতন্ত্ৰৰ পৃষ্ঠপোষকতাত আহোম ৰাজ-

তন্ত্ৰৰ শেষৰ ফালে দেখা যায় বৈষ্ণৱ সত্ৰসমূহ অসমীয়া ভাষা-কৃষ্টিৰ চৰ্চা আৰু বিকাশৰ কেন্দ্ৰ হৈ পৰিছিল। আনহাতে ৰাজসভাত প্ৰত্যক্ষভাৱে লোকশিল্প ( বিহু ) আৰু সত্ৰীয়া শিল্প ( ভাওনা, নৃত্য ) আদিৰ পৃষ্ঠপোষকতা আহোম ৰজাসকলে কৰিছিল। বিশেষকৈ ৰুদ্ৰসিংহৰপৰা প্ৰমত্ত সিংহৰ ৰাজত্বকালৰ ভিতৰত অত্যন্ত শান্তিপূৰ্ণ পৰিবেশত এনে আদান-প্ৰদান চলিছিল।

ঐতিহাসিক আদান-প্ৰদানৰ এই প্ৰক্ৰিয়াত আহোম সম্প্ৰদায়ে ক্ৰমান্বয়ে নিজৰ ভাষা-সংস্কৃতি এৰি অসমৰ থলুৱা ভাৱে বিকশিত ভাষাত আদান-প্ৰদান আৰম্ভ কৰিছিল। সপ্তদশ শতিকাৰ ভিতৰত আহোম ৰাজতন্ত্ৰত তাই ভাষাৰ ব্যৱহাৰ প্ৰায় নাইকিয়া হৈছিল। ধৰ্মচৰ্চা কৰা মহন-দেওধাইসকল তথা পণ্ডিতসকলৰ বাহিৰে বাকী আহোম লোকসকল অসমৰ বিপুল বৰলুইতৰ প্ৰৱাহত আন জনগোষ্ঠীৰ দৰেই বিলীন হৈ গৈছিল।

## আহোম যুগৰ কৃষ্টি মঠ-মন্দিৰ ভাস্কৰ্য্য

আহোম যুগৰ কৃষ্টিৰ মূল ভিত্তি আসুৰিক শ্ৰম-শক্তি, অনুন্নত প্ৰযুক্তি কৌশল ব্যৱহাৰ কৰিও শ্ৰম-শক্তিৰ ব্যৱহাৰ কৰি নানা মঠ-মন্দিৰ, দলং, অট্টালিকা আদি আহোমৰ দিনত নিৰ্মাণ কৰা হৈছিল। আহোমৰ দিনত ভাৰতৰ লগত তথা বহিৰ্বিশ্বৰ লগত মুক্ত যোগাযোগ নাছিল যদিও এই কথা ভাবিলে ভুল হ'ব যে সাংস্কৃতিক আদান-প্ৰদান বাহিৰৰ লগত সমূলি হোৱা নাছিল। আহোমৰ দিনত পুবৰ দুৱাৰ সাধাৰণতে কণ্টকাকীৰ্ণ হ'লেও বন্ধ নাছিল। আনহাতে আহোম ৰাজতন্ত্ৰ সুপ্ৰতিষ্ঠিত হোৱাৰ পিছত পদ্ধতিগতভাৱে বংগৰপৰা তথা পশ্চিমৰপৰা প্ৰযুক্তি কৌশল আনিবৰ কাৰণে যত্ন কৰাটো পৰিলক্ষিত হয়। প্ৰতাপ সিংহৰ দিনত প্ৰথম বাহিৰৰপৰা মৰঙিয়াল খনিকৰক মূৰ্তি সজাৰ প্ৰশিক্ষণ দি অনা হৈছিল। ৰুদ্ৰসিংহৰ দিনত কোচবিহাৰৰ পৰা ঘনশ্যাম কাৰিকৰক আনি মঠ-মন্দিৰ তথা অট্টালিকা নিৰ্মাণ কৰোৱা হৈছিল। এইবোৰ উদাহৰণ দাঙি ধৰা হৈছে কেৱল কাৰিকৰী

জ্ঞান আমদানিৰ তথা কাৰিকৰী কুশলী ব্যক্তিৰ আমদানি কৰাৰ প্ৰক্ৰিয়াৰ আভাস দিবৰ কাৰণে। কিন্তু মুক্তভাবে পশ্চিমৰ দুৱাৰেদি আদান-প্ৰদান নথকা বাবে সাংস্কৃতিক ক্ষেত্ৰতো তাৰ প্ৰতিফলন ঘটিছিল। আহোম ৰাজতন্ত্ৰৰ বিকাশৰ যুগত নালন্দা বিক্ৰমশীলা তথা ওদন্তপুৰক কেন্দ্ৰ কৰি গঢ়লৈ উঠা মহাযান বৌদ্ধ সংস্কৃতিৰ কেন্দ্ৰ-সমূহৰ পতন ঘটিছিল। আনহাতে মুছলমান ৰাজতন্ত্ৰৰ লগত আহোমৰ সম্পৰ্ক আছিল মূলতঃ শত্ৰুতামূলক। গতিকে দিল্লী আৰু গৌৰৰ লগত সহজ আদান-প্ৰদান সম্ভৱ হোৱা নাছিল।

• আহোম যুগত সাধাৰণ মানুহ কাঠ আৰু বাঁহৰ ঘৰত বাস কৰিছিল। ৰজাৰ কাৰেংঘৰ, পাটঘৰ, হোলোংঘৰ আদি ছাংঘৰ আছিল। ইটা, শিল আৰু কাঠেই আছিল নিৰ্মাণৰ মূল সামগ্ৰী। অসমত ইটা প্ৰস্তুত কৰাৰ প্ৰণালী আছিল ঐতিহ্যসম্পন্ন, থলুৱা। ইটাবোৰ সাধাৰণতে দীঘলে-পুতলে এবেগেত-এবেগেত, ডাঠ এক ইঞ্চিমান মাত্ৰ। ইয়াতকৈ ডাঙৰ আকাৰৰ ইটাও কিছুমান মন্দিৰত ব্যৱহাৰ হৈছিল। আলটীয়া মাটিৰ কৰাল মিহলি কৰি এনে ইটা প্ৰস্তুত কৰা হৈছিল।

মন্দিৰ, দেৱালয়, মৈদাম, দলং আদি নিৰ্মাণত ব্যৱহাৰ কৰা কৰাল গুৰ, ধুনা, চূণ, শণ, মাটিমাহ, বৰা চাউলৰ কৰাইগুৰি, হাঁহকণী, বৰালি মাছ, মিঠা তেল আদিৰে প্ৰস্তুত কৰা হৈছিল।*

সম্ভৱতঃ উত্তৰ ভাৰতৰপৰাই খনিকৰ অনা বাবে আৰু থলুৱা খনিকৰেও উত্তৰ ভাৰতৰ সংস্পৰ্শলৈ অহা বাবে অসমৰ ভাস্কৰ্য্য আৰু স্থাপত্য বিদ্যাত মূলতঃ উত্তৰ ভাৰতৰ নাগৰ আৰ্হিৰ প্ৰভাৱ গভীৰ।**

---

* দ্ৰষ্টব্য : ইতিহাসে সোঁৱৰা ছশটা বছৰ, ৺সৰ্বানন্দ ৰাজকুমাৰ।

** ড লীলা গগৈ দেখে অসমৰ মন্দিৰৰ বিশেষ বৈচিত্ৰ্য উল্লেখ কৰিছে বিগ্ৰহৰ বেদী স্থাপনৰ ধৰণৰ ওপৰত ভিত্তি কৰি। ভাৰতৰ অন্যান্য ঠাইত বিগ্ৰহ ধৰাতলৰ ওপৰত, অসমত তলত—গাঁতত। অসমৰ সংস্কৃতি, পৃঃ ৩৩৮ দ্ৰষ্টব্য।

জনজাতি তথা তাই ঐতিহ্যৰ প্ৰভাৱ এই স্থাপত্য আৰু ভাস্কৰ্য্য বিদ্যাৰ সৰলতা আৰু নিৰ্ভাজ কাৰুকাৰ্য্যৰ ক্ষেত্ৰত নিহিত আছে। অসমৰ পোৱামাটি ভাস্কৰ্য্যৰ আহোম যুগৰ নিদৰ্শন গৌৰীয় আছিৰ নাতি গোসাঁইৰ দৌল।

আহোম যুগৰ শিলৰ পকী দলং চটীয়া শিল শলখা মাৰি গাঁথি নিৰ্মাণ কৰা। নামদাং নৈৰ শিল-সাঁকোৰ কাম নিখুঁট মসৃণ। শিলৰ সাকোত কাৰুকাৰ্য্য নাই যদিও দুই-মূৰে শিলৰ খুটাত খোদিত ফুল, পাত, মূৰ্তি আদি পোৱা যায়।

ভাস্কৰ্য্য হিচাপে আহোম যুগৰ সৃষ্টিসমূহ স্থুল। সম্ভৱতঃ ভাৰতৰ লগত সংযোগ সীমাৱদ্ধ হোৱা বাবে মোগল তথা প্ৰাক্‌মোগল ভাৰতীয় ভাস্কৰ্য্যৰ সৌষ্ঠৱ অসমীয়া খনিকৰৰ সৃষ্টিয়ে লাভ কৰিব পৰা নাছিল। ভাস্কৰ্য্যৰ ভিতৰত জয়সাগৰ সৃষ্টিসমূহ উচ্চ খাপৰ। গছ-লতা, অশ্বাৰোহী (ৰুদ্ৰসিংহ) আৰু নাৰী মূৰ্তিৰ আবয়বিক গঢ় উন্নত। দক্ষিণ ফালৰ বেৰৰ নাৰী মূৰ্তিটি জয়মতীৰ বুলিও কোনো কোনো ঐতিহাসিকে ঠাৱৰ কৰিছে।* জয়দৌলৰ উপৰিও হৰ-গৌৰী দেৱালয়, গৌৰীসাগৰৰ দৌল আদিৰ ভাস্কৰ্য্য সূক্ষ্ম, সুষমামণ্ডিত। পোৰামাটি ফুল-লতা, দেৱ-দেৱীৰ মূৰ্তি আদি ৰংঘৰ, তলাতল ঘৰ আৰু মন্দিৰৰ বেৰত খাজি দিয়া দেখা যায়, এইবোৰৰ মানদণ্ডও অতি উন্নত। পোৰামাটিৰ ভাস্কৰ্য্যৰ বিশেষত্ব হ'ল নাতি গোসাঁইৰ দৌলত থকা ৰামায়ণৰ কাহিনীৰ উপৰিও সাধাৰণ শেন-মেলা দৃশ্য, পাহাৰী মানুহ, ৰজা আদিৰ চিত্ৰ। মঠ-মন্দিৰৰ গাত কৰাল আৰু ৰঙেৰেও নানা চিত্ৰ অঙ্কন কৰা হৈছিল। চিত্ৰসমূহ সাধাৰণতে ফুল-পাত, গছ, জীৱ-জন্তু, নৰ-নাৰী, ড্ৰেগনৰ মূৰ্তি আদিৰ আছিল।

আহোম যুগৰ কাঠ-খোদাই কাৰ্য্যৰ উৎকৃষ্টতম নিদৰ্শন হ'ল কাঠৰ

* দ্ৰষ্টব্য : অসমৰ সংস্কৃতি, লীলা গগৈ, প্ৰথম সংস্কৰণ, পৃঃ ৯০।

সিংহাসন, মুখা, মূৰ্তি, শৰাই, মফুঁৰা, পেডা, চ'ৰা নাও, অন্যান্য নাওঁ আদি। হেঙুল হাইতেল ঘঁহি কাঠৰ দ্ৰব্য যুগমীয়া কৰা হৈছিল। নানা কাৰুকাৰ্য্যখচিত কেকোৰা দোলাও কাঠেৰে নিৰ্মিত হৈছিল। ৰাজ পৃষ্ঠপোষকতাৰ উপৰিও সত্ৰসমূহতো কাঠৰ খোদাই কাৰ্য্যও চলিছিল।

অসমৰ গৃহ-নিৰ্মাণ আৰু স্থাপত্য বিদ্যাৰ ক্ষেত্ৰত ভেটিৰ আৰ্হিৰ প্ৰশ্নটো সমাধানৰ বাবে আমি নামঘৰৰ আৰ্হিৰ কথাটো আলোচনা কৰিব পাৰোঁ। নামঘৰ সাধাৰণতে পূৱা-পশ্চিমাকৈ নিৰ্মাণ কৰা হয়, মায়ামৰীয়া সত্ৰসমূহৰ উত্তৰা-দক্ষিণা। তিনি কোঠলীয়া বা চাৰি-কোঠলীয়া নামঘৰসমূহৰ সাৰ্বজনীন আৰ্হি নিম্নোক্ত ধৰণৰ ঃ

নামঘৰ বুলিলে কেতিযাবা প্ৰথম আৰ্হিত (ক) দেখুওৱা এটা ঘৰ আৰু কেতিযাবা দ্বিতীয় আৰ্হিত (খ) দেখুওৱা তিনিটা সুকীয়া




আহি—ক আৰ্হি—খ আহি—গ

ঘৰৰ সমষ্টিকো বুজায়। নামঘৰৰ পূৱত মণিকূট ঘৰ সুকীয়াকৈ নিৰ্মাণ কৰিলে তাত পুথি-পাঁজি, নামগোৱা লাগতিয়াল সামগ্ৰী আদি থোৱা হয়। মণিকূট মূল চৌঘৰৰ পূৱত পথালিকৈ সজা হয়। কোনো

কোনো ঠাইত মণিকূটৰ দৰেই খৰমঘৰ আৰু পদশিলা ঘৰ স্বকীয়া-ভাৱে নিৰ্মাণ কৰা হয়। নামঘৰত যিহেতু ভাওনা হয়, সেয়ে কোনো কোনো ঠাইত ভাওনাৰ সামগ্ৰী ৰাখিবৰ বাবে স্বকীয়া ঘৰ সজা হয়।

অসমৰ মন্দিৰবোৰৰ আৰ্হি সাধাৰণতে পূৱা-পশ্চিমা।* নামঘৰৰ (খ) আৰ্হিৰ দৰে মন্দিৰৰ মূল ঘৰটিৰ লগতে পূৱা-পশ্চিমাকৈ ছোঁঘৰ বা নামঘৰটি থাকে। মন্দিৰৰ মূল গৃহত নামঘৰৰ পেট-দুৱাৰৰ দৰেই কেতিয়াবা গৰ্ভ-দুৱাৰ থাকে। আনকি কেতিয়াবা মূল মন্দিৰৰ লগত আন সৰু মন্দিৰ গৰ্ভ দুৱাৰেদি ওচৰ চপাই নিৰ্মাণ কৰাও দেখা যায়। ( আৰ্হি—গ দ্ৰষ্টব্য ) কেতিয়াবা এনে সংলগ্ন গৃহক লাগতিয়াল দ্ৰব্য ৰাখিবৰ বাবেও ব্যৱহাৰ কৰা হয়।

অসমৰ মন্দিৰৰ গৰ্ভ দ। বিগ্ৰহ স্থাপনৰ স্থান সেয়ে ভাৰতীয় পৰম্পৰাৰ লগত খাপখোৱা নহয়। মূলতঃ তাইসকলৰ আবাসগৃহৰ প্ৰৱেশদ্বাৰ মানুহৰ উচ্চতাৰ তুলনাত সৰু আৰু সেয়ে মূৰ দোৱাই সোমাব লগা হৈছিল। মন্দিৰবোৰৰ মূল প্ৰৱেশদ্বাৰ সৰু আৰু গৰ্ভৰ তল নিম্নত হোৱা বাবে স্বাভাৱিকতে শিৰ নত কৰিহে মন্দিৰত প্ৰৱেশ কৰিব পৰা যায়।

কোনো মন্দিৰত মূল বিগ্ৰহৰ উপৰিও ছোঁঘৰত মণিকূট আসন থাকে। নামঘৰৰ দৰেই এনে ছোঁঘৰত নাম-প্ৰসঙ্গও চলে। নগাঁৱৰ নৃ-সিংহ মন্দিৰৰ আৰ্হি এনে।

প্ৰসঙ্গতঃ উল্লেখযোগ্য যে মণিকূটৰ আসনত স্থানপোৱা শুকৰ ( শুক পক্ষী ) প্ৰতীক তিব্বতী আৰ্হিৰ ড্ৰেগন আৰু অংকোৰ-থম (Ankor-Thom) আৰ্হিৰ সিংহৰ সৈতে প্ৰায় একাকাৰ হৈ অসমৰ মণিকূটত এক বিশেষ বৈশিষ্ট্য সৃষ্টি কৰিছে। এই বৈশিষ্ট্য সন্দেহাতীতভাৱে অসূয়াবিহীন যুগমীয়া সমন্বয়ৰ—পূৱ আৰু পশ্চিমৰ সম্মিলনৰ বৈশিষ্ট্য।

---

* উত্তৰা-দক্ষিণা আৰ্হি মায়ামৰীয়াসকলৰ আৰ্হি হিচাপে প্ৰচলিত।

# পঞ্চম অধ্যায়

## প্ৰথম ভাগ

## শক্তিপূজা আৰু বৌদ্ধ তন্ত্ৰৰ সমন্বয়

অসমত পুৰণি উৰ্বৰতা বা শক্তিৰ ৰূপান্তৰিত পূজাৰ ক্ষেত্ৰ অগণন আছে। তাৰ ভিতৰত কেচাইখাতী বা তাম্ৰেশ্বৰী ( শদিয়া ), হাইহি দেৱালয়, কৰ্চনবকল কেচাইখাতী থান, বঠাৱতী দ'ল, যোনিৰ আহিৰ যন্ত্ৰ খোদিত শিল থকা লোনপানী দ'ল ( লালুক মৌজা ), পিছলা দ'ল বৰকঁালিকা বা গুহ্যশালী দ'ল, চেলাজান গৰখীয়া দ'ল, নাওবৈছা কেচাইখাতী গোসানীৰ থান, দিক্ৰং দ'ল, সদিয়া বুঢ়া-বুঢ়ী মন্দিৰ, ঘুগুৱা দ'ল, মালিনী থান, বৰাহী চোমনি থান, মহখুটি থান, বুঢ়া-গোসানী দেৱালয় ( যোৰহাট ), দুমলীগড় বাবা থান ( বলীয়া বাবা থান )—শিৱ দ'ল বুলিও কোৱা হয়, বুঢ়ীগোসানী থান ( মিছামৰা ), কাকগোসানী থান ( কেকাখাট কাজিৰঙা ), দেৱপানী ( গোলাঘাট ডিমাপুৰ আলি ) মহামায়া থান ( দকমকা ), লাংহিং ( ডিফু ), কামাখ্যা দেৱালয় ( স্যমন্তগিৰি ), হাতীমূৰা দুৰ্গা মন্দিৰ, ডবকা, গছ-তলৰ গ্ৰেনাইট শিলৰ শিৱ মণ্ডপ ( দশম একাদশ শতিকাৰ ), মহাদেওশাল ( ধৰমতুল )—পুৰণি কছাৰী নাইবা তিওৱা জনগোষ্ঠীৰ শাল হ'ব পাৰে—বৰ্তমানো জোঙাল বলহু তথা ফিঙুৱাৰ স্মৃতি বহন কৰি চৌদিশে স্মৃতি চিহ্ন আছে, বসুন্ধৰী, বুঢ়াগোসাই থান ( ডবকা ), হোজাই, মহামায়া মন্দিৰ ( ডবকা ), ভই পৰ্বতৰ দুৰ্গামন্দিৰ, লাঙটা থান ( কাচমাৰি ), বালিকা থান ( কাচমাৰি ), বাইদেউ থান ( কাচ-মাৰি ), বৰদেও থান ( নেলী ), সন্ত আশ্ৰম ( পুৰণি মাটিৰ আসন আছিল ), তেজপুৰৰ দশম শতিকাৰ শিৱমন্দিৰ, দ-পৰ্বতীয়াৰ মাজত কুণ্ড থকা শিৱমন্দিৰৰ শিলৰ বেদী, মহাভৈৰৱ মন্দিৰ তেজপুৰ, ভৈৰৱী ( ভল্লী

বড়ো ) মন্দিৰ, তেজপুৰ মানুহ কটা পাহাৰ, বান্দৰ কটা বান্দৰদেৱা পাহাৰ, ভোমোৰাগুৰি ৰুদ্ৰপদ, ঔগুৰি তেজপুৰৰ ভৈৰৱপদ মন্দিৰ, ঔগুৰি তিঙ্গেশ্বৰ মন্দিৰ (পুৰণি শিৱলিঙ্গ ইযাত আছে), কেতেকীবাৰী পঞ্চমুখী শিৱলিঙ্গ, লগতে কেতেকীবাৰী যোনি পীঠ, হলেশ্বৰ শিৱলিঙ্গ, নন্দিকেশ্বৰ দেৱালয়, নাগাক্ষশঙ্কৰ বা নাগশঙ্কৰ দেৱালয (৪ৰ্থ শতিকাৰ), বিশ্বনাথ ক্ষেত্ৰৰ লিঙ্গসমূহ, চণ্ডিমন্দিৰ, বাণেশ্বৰ মন্দিৰ, বৰদ'ল, বিশ্বনাথ বুঢ়াগোসাঁই থান, বিহাশীৰ শিৱলিঙ্গ, ফুলবাৰী বৰকালিকা থান, কল্যাণী বা কলংপুৰ (পাণীৰ দেৱালয়, পানীৰ কাবি ক্লাং), শিঙৰি গুপ্তেশ্বৰ (শিঙৰিতে বৌদ্ধ মন্দিৰো আছে), কিবাং আৰু ওৰাং (অকাঁ আৰু ভেটৰ) দেৱালয় —সম্ভৱতঃ তান্ত্ৰিক বৌদ্ধ যুগৰ দেৱালয়, শিযালমাৰী কছাৰী গাওঁৰ ভগ্নাৱশেষ, যোগেশ্বৰ শিৱ দেৱালয, শুক্লেশ্বৰ শিৱলিঙ্গ, চামধৰা ৰুদ্ৰপদ, গৰখীযা বাবাৰ থান, বুঢ়ী গোসানীৰ থান, কলীযাজাৰৰ শিলাখণ্ড, চামধৰা দেওথান, ৰুদ্ৰেশ্বৰ দেৱাল ( দিপিলা মৌজা ), তাম্ৰেশ্বৰ দেৱালয ( খৈৰাবাৰী ), উমানন্দৰ ভুইকপত ধ্বংসপ্ৰাপ্ত তান্ত্ৰিক থান ( চিনাকোনা ), ভৈৰৱকুণ্ড, নলখামাৰ ( অব্ৰাহ্মণ পূজাৰীৰ ) থান, মুক্তেশ্বৰী মন্দিৰ, পদ্মাকাৰৰ থান, সূৰাদেওৰ মন্দিৰ ( বৌদ্ধ যুগৰ অৱশেষ বুলি বহুতে ক'ব খোজে ), লখীমপুৰ কামাখ্যা থান ( তান্ত্ৰিক পূজাৰ মণ্ডল ইযাত আছে ), দেউৰাজ শিৱ-দুৰ্গাৰ মন্দিৰ, উগ্ৰতাৰা ( জোৰপুখুৰী ) মন্দিৰ, শুক্ৰেশ্বৰ মন্দিৰ, বানেশ্বৰ লিঙ্গ, কামাখ্যা ( গুৱাহাটি—নীলাচল পৰ্বতত )—যোনি পীঠ, কামাখ্যা তাৰা, ছিন্নমস্তা, বগলা, ভৈৰৱী, ধুমাৱতী, কামেশ্বৰ, সিদ্ধেশ্বৰ, কোটিলিঙ্গ, মাতঙ্গী, কমলা আদি মন্দিৰ, ভূৱনেশ্বৰী মন্দিৰ, উমানন্দ দৌল, উৰ্বশীকুণ্ড জল্লেশ্বৰ শিৱ লিঙ্গ, ছযগাৱৰ মেৰঘৰৰ শিৱলিঙ্গ, উয়াচল মন্দিৰ ( ৫ম শতিকাৰ ), ছয়গাওঁ বুঢ়া গোসাঁইৰ থান, লঙ্কেশ্বৰ শিৱস্থান ( নাৱৰ আকৃতিৰ ডাঙৰ শিল আৰু ভাংখুন্দা খুৱলিৰ আৰ্হিৰ শিল ), বৰমায়ীৰ থান (ছয়গাওঁ) , ৰঙামাটিৰ মাৰৈ থান, মণিকৰ্ণেশ্বৰ শিৱলিঙ্গ, দীৰ্ঘেশ্বৰী

মন্দিৰ, ৰূদ্ৰেশ্বৰ দেৱালয, হয়গ্ৰীৱ মাধৱ ( তান্ত্ৰিক বৌদ্ধ প্ৰভাৱ ), কমলেশ্বৰ শিৱমন্দিৰ, কেদাৰনাথ শিৱমন্দিৰ ( হাজো ), গণেশ্বৰ মন্দিৰ, কামেশ্বৰ মন্দিৰ, বিশ্বেশ্বৰ শিৱমন্দিৰ ( বেলশৰ ), ধাৰেশ্বৰ শিৱস্থান, দীপ্তেশ্বৰী পীঠ, পিঙ্গলেশ্বৰ শিৱমন্দিৰ, দেৱানগিৰি পৰ্বতৰ মদন-কামদেৱৰ মন্দিৰ ( তান্ত্ৰিক পীঠ ), দেৱদুৱাৰ গোপেশ্বৰ দেৱালয়, ভৃঙ্গেশ্বৰ শিৱ থান, সিদ্ধেশ্বৰ দেৱালয, অগ্নিবাণেশ্বৰ, বাঘেশ্বৰী পীঠ, পৰিহৰেশ্বৰ দেৱালয়, দশাশ্বমেধ পৰ্বত, ইন্দ্ৰ পৰ্বতৰ সহস্ৰাক্ষ শিৱমন্দিৰ, গোদন্ত শিৱ থান, বুঢাগোসাঁই পৰ্বত, বৰণগৰ গৰখীয়া গোসাঁই, বৰবৰি থান, বাঘেশ্বৰী থান, ডাঙৰা গোসাঁই থান, বুঢাগোসাঁইৰ থান (কৰ্দৈ তোলা), ক্ষেত্ৰিৰ কামাখ্যা মন্দিৰ, ধোপগুৰিৰ কালি থান, সদাশিৱ থান, পিতা-মাতা থান ( মীৰ্জা ), বৰকঞা থান, দুধকুৱঁৰী থান, লাহেশ্বৰী বা ধাৰেশ্বৰী থান, মীৰ্জা ফালামুৰা, দখলা বুঢাগোসাঁই থান, নিজেশ্বৰী থান, বাঘেশ্বৰী থান, সতী পীঠ, মহাৰুদ্ৰ বুঢাগোসাঁই থান, দেউৰীপাৰা আইথান, আইশাখাঁতী কালি থান, আলোকবাৰি কালি থান, মণিকাচৰৰ কামাখ্যা থান, কালিকাপাটৰ কালি থান, বৰ্ষণগাওঁ কালি থান, লেংটীয়া কেচাইখাতীৰ থান, শালকোছা কালি থান, খামাৰপাৰা কালি থান, কৃষ্ণাই বঙ্গাইগাওঁ, বাঘেশ্বৰী পাহাৰৰ সিদ্ধেশ্বৰী থান, গৰমপানীৰ শিৱাশ্ৰম, চেংকাল মহাকাল মন্দিৰ, টুক্ৰেশ্বৰীৰ শক্তি মন্দিৰ, বিলাসীপাৰা আৰু যোগীঘোপাৰ দুধনাথ শিৱ থান, নন্দেশ্বৰ পাহাৰৰ মহাদেৱ মন্দিৰ, গোৱালপাৰা জিলাৰ পঞ্চৰত্ন, পাগলাতেক, লক্ষ্মীগঞ্জ, কোকৰাঝাৰ, বঙ্গাইগাওঁৰ পাগলাবাবাৰ থান, শালকোছা, দক্ষিণশালমৰা আৰু হাপাপাৰাৰ বুঢা-বুঢ়ীৰ থান, বঙ্গাইগাওঁ ডাকৰীভিটাৰ বুঢী ঠাকুৰাণীৰ থান, বঙ্গাইগাওঁ বাঘেশ্বৰী দেৱালয় ( দেৱালয়ৰ পূজাৰীক দেউৰী বোলা হয় ), ভূমিশিৱ মহাদেৱ মন্দিৰ, ভৈৰৱ থান গোৱালপাৰা ( তত্বাৱধানকাৰী ৰাজবংশী মানুহ ), লগতে থকা ভৈৰৱী থানৰো বিধিবিধান একেই, উত্তৰ শালমৰা মহাদেৱ

মঠ ( দেউৰী আছে ), বগৰীবাৰীৰ মহামায়া পীঠ, যোগীঘোপা গুহাৰ শিৱ থান, বাম্নুগাওঁ উগ্ৰভৈৰৱ মন্দিৰ, চিদলিৰ উগ্ৰভৈৰৱী থান, শ্ৰীসূৰ্যপাহাৰৰ শম্ভেশ্বৰ শিৱ দেৱালয়, মহাদেৱ পাহাৰৰ শিৱ থান, ভোজমালা শিৱমন্দিৰ, দুধনৈ মাৰৈ থান, দুধনৈ অঞ্চলৰ বুঢ়ী গোসানী থানসমূহ, চেলাৰ ঘূৰণীয়া আৰু চেপেটা শিলৰ জয়ন্তেশ্বৰী, খাচি পাহাৰৰ মহাদেউ খোলা আদি অগণন মঠ-মন্দিৰৰ নাম উল্লেখ কৰিব পাৰি। এইবোৰৰ বাহিৰেও আৰু শ শ সৰু সুৰা শক্তি স্থান অসমত আছে। অসমৰ এই শক্তি পূজাৰ থলীসমূহৰ মূল কি বিচৰাৰ আগতে আমি বৰ্তমানলৈকে প্ৰচলিত জনগোষ্ঠীসমূহৰ পূজাৰ দেৱ-দেৱীসকললৈ চকু দিলে দেখা পাওঁ যে—বুঢ়া গোসাঁই আৰু বুঢ়ী গোসাঁই, বাথৌ বুঢ়া আৰু ভল্লী বুঢ়ী আদি বড়ো-কছাৰীৰ দেৱ-দেৱী, বুঢ়া-বুঢ়ী, পাগলা বাবা বা বলীয়া বাবা আৰু পিচাচি বা কেচাইখাতী দেউৰী-সকলৰ দেৱ-দেৱী, খামাইখা বা কামাখ্যা অষ্ট্ৰিক তথা বড়োসকলৰ আদিতম শক্তিপূজাৰ থলী, ৰূপান্তৰৰ যুগত এই পুৰণি থানবোৰ মূলতঃ ভৈৰৱ, ভৈৰৱী, মহাকাল, মহাকালি, মহাদেৱ-দূৰ্গাদেৱী, হৰ-পাৰ্বতী শিৱ মহেশ্বৰী আদিত পৰিণত হৈছে। বাঘেশ্বৰী, দীৰ্ঘেশ্বৰী, মহেশ্বৰী, মহামায়া, যোগমাযা, অভয়েশ্বৰী একে শক্তিৰেই নামৰ ৰূপান্তৰ মাত্ৰ।

কালিকা পুৰাণ, যোগিনী তন্ত্ৰ এই দুই গ্ৰন্থৰ মূল বক্তব্যৰ আধাৰত ড. কাকতিয়ে এই কথা মানি লৈছিল যে অসম ( প্ৰাচীন কামৰূপ )-ৰ আদিম অৱস্থাত কিৰাতসকলৰ প্ৰাধান্য বিস্তৃত আছিল।* যোগিনী তন্ত্ৰৰ মতত এই কথাও সুস্পষ্ট যে কিৰাতৰ ধৰ্মমতেই যোগিনী পীঠত প্ৰৱৰ্তি আছিল।** অৱশ্যে এই ধৰ্মমত যে স্থানীয় আৰু বাহিৰৰপৰা অহা মতৰ সমন্বয়ত গঢ় লৈ উঠিছিল তাক অনুমান কৰিব পাৰি।

---

* দ্ৰষ্টব্য : The Mother Goddess Kamakhya, B. K. Kakoti, 1967 edition, The Land and the People অধ্যায় দ্ৰষ্টব্য।

** সিদ্ধেসি যোগিনী পীঠে ধৰ্মঃ কিৰাতজনঃ মতঃ।

ড. কাকতিদেৱে উল্লেখ কৰিছিল: "The way in which the author of the Yogini Tantra affiliates Tārā and Kāmākhya to Kāli raises the suspicion that he considered them to be of strange origin. That this dharma also included local rites and ceremonies is clear from his injunctions to follow regional practice."* কোনটো স্থানীয় আৰু কোনটো বাহিৰৰপৰা অহা যোগিনী তন্ত্ৰৰ মতত সি সুস্পষ্ট নহয়। কোনো কোনো পণ্ডিতৰ মতে তিব্বতে যিদৰে ভাৰতৰ পৰা বুদ্ধ অৱলোকিতেশ্বৰক নিজৰ ধৰ্মত সুমুৱাই লৈছে, ঠিক সেইদৰে তিব্বতৰ তাৰাক ভাৰতৰ ধৰ্মত সুমুৱাই লোৱা হৈছে।** সম্ভৱতঃ ডাকিনী ( mkhaa-aGro-Ma—তিব্বতী ভাষাত ) তথা আন তান্ত্ৰিক যুগৰ বহু দেৱ-দেৱীৰ মূল বাহিৰত হ'ব পাৰে। উগ্ৰতাৰা, নীলসৰস্বতী, কুৰুকুল্ল, একজটা আদি দেবীৰ মূল উৎসও তিব্বতৰ তথা বাহিৰৰ হ'ব পাৰে।

## দ্বিতীয় ভাগ

## বোন ধৰ্মৰ প্ৰভাৱ

পুৰণি তিব্বতী ধৰ্ম বোন ধৰ্ম। তিব্বেতো বাৰ্মাণ জনগোষ্ঠী যিবোৰ মূলত তিব্বতৰ ফালৰপৰা প্ৰব্ৰজিত হৈছিল, নাইবা নেপাল আৰু ভূটানৰপৰা প্ৰব্ৰজিত হৈছিল, তেওঁলোকৰ আদি ধৰ্ম বোন।***

* উক্ত গ্ৰন্থ, পৃঃ ৯।

** দ্ৰষ্টব্য Tibetan Tantrik Traditions—S K Ramchandra Rao—1977 edition Religion, in Tibet অধ্যায় পৃঃ ১৩ দ্ৰষ্টব্য।

*** তিব্বতৰ নামটোৰ লগতে বোন ধৰ্মৰ সম্পৰ্ক বিদ্যমান। তিব্বতৰ মাজভাগত বোন ধৰ্ম চলিছিল। বোন ( Pean উচ্চাৰণ ) আৰু ভোট ( তিব্বতী STod—উচ্চাৰণ তিউ ) দুয়োটা যোগ হৈ Ten Pean→Tibbet নাম দাৰ্জিলিঙত ইংৰাজে দিলে।

এইটো আদি ধৰ্ম—য'ত সকলো বস্তুতে এটা দেৱতা বা ভূত কল্পনা কৰা হয়। পৰ্বত, আকাশ, নদী, জীৱ-জন্তু, নানা থল আদিৰ দেৱতা আছে বুলি ধৰা হয়।

বোন ধৰ্মৰ এজন মূল দেৱতা আহ্-মে বা ঔম-মে বা আম্নি। পৰ্বতৰ দেৱতা। শিৱৰ দৰেই আহ্-মে শৈলৰাজ। তিব্বতী জাতিৰ ধৰ্মত দেৱীৰ মাহাত্ম্য অতি বেছি। সম্ভৱতঃ সুদূৰ অতীজতে মাতৃ-তান্ত্ৰিক হোৱা কাৰণে এনে হৈছিল। ক'লা (শ্যাম্যা) পাল-দান-লা-মো ( dPal-dDan-lHa-Mo ) আমাৰ কালীৰ দৰেই শক্তিশালী মাতৃদেৱী। গ্ৰোল-মা ( aGrol-Ma ) তাৰা। খা-গ্ৰোল-মা ( mKHaa—aGrol—Ma ) ডাকিনী—জ্ঞানৰ দেৱী।. এই খা ( mKHaa ) বা ম্খা-জোল-মা খা-মা শব্দৰ লগত কামা শব্দৰ যথেষ্ট মিল দেখা যায। বিষ্ণু ৰাভা খামাই খা শব্দৰ লগত কামাখ্যাৰ মিল দেখুৱাইছে।

পুৰুষ দেৱতাৰ ভিতৰত মূল দেৱতা 'নীল আকাশৰ দেৱতা' ( gNam )-চিৰন্তন আকাশ। এই নীল দেৱতাৰ বাসস্থান নীলাচল। নীল দেৱতা বা চিৰন্তন আকাশৰ দেৱতা ( Everlasting sky ) নাম-ৰা-পা ( gNam-Rtag-Pa)। নীলাচল য'ত—তাতেই —ডাকিনী, তাৰা, কালি—কামাখ্যা।

বোন ধৰ্মৰ পুৰোহিতৰ পৰম্পৰাগত ৰূপটো মন কৰিবলগীয়া। মূৰত টুপী বা পাগুৰি ( মুকুট )—তাত কুকুৰা বা ময়ূৰৰ পাখি, কটাকটি কৰা বজ্ৰ থকা মানুহৰ খোলা থকা কৱচ পিন্ধা, হাতত দুটা খোলাৰে তৈযাৰ কৰা ধৰণৰ ডম্বৰুৰ দৰে সৰু ঢোলক। এই পুৰোহিতৰ জন্ম আদি মানৱ নীল অম্বৰ পৰিহিত ছেন-ৰাব ( gSHen—Rabs )ৰ পৰা বাদি অহা বংশত বুলি কোৱা হয়। বোন ধৰ্মৰ ক্ষেত্ৰত স্বস্তিকা ওলোটা স্বতিকা। এই স্বস্তিকা সম্ভৱতঃ ভাৰতৰ স্বস্তিকাৰ আহিতে

সূৰ্য-চক্ৰৰ দৰেই ধৰা হৈছিল। দোৰ্‌জে মণি বা বজ্ৰ—বুদ্ধৰপৰা পোৱা পবিত্ৰ অস্ত্ৰ ( মন্ত্ৰ )।

বোন ধৰ্মৰ মন্ত্ৰ, নৃত্য আৰু আহুতি সাধনাৰ মূল তিনিটা পদ্ধতি। পিছৰ মহাযান ধৰ্মত ই যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। বোন ধৰ্মত কোনো ধৰণৰ পুৰোহিতৰ সংগঠন পৰম্পৰাগতভাৱে মানি লোৱা নহয়। পিছৰ আচাৰ্যসকলে ইয়াক মানি চলা দেখা যায়। সিদ্ধ মিলাৰে-পাই প্ৰত্যেক শিষ্যকে নিজৰ নিজৰ মত গঢ়ি তুলিবলৈ নিৰ্দেশ দিছিল। ফলত সিদ্ধই সিদ্ধই নতুন আচাৰ-নীতি গঢ় লৈ উঠিছিল। মিলাৰেপাৰ আশ্ৰম ভূটানৰ উত্তৰে কামৰূপৰ ওচৰতে—যি একাদশ-দ্বাদশ-ত্ৰয়োদশ শতিকাৰ কামৰূপৰ ধৰ্মত তথা বৰ্তমান অৰুণাচলৰ নানা গোষ্ঠীক প্ৰভাৱান্বিত কৰাটো সম্ভৱ।

বোন ধৰ্মই নিজৰ বন্য ৰূপ দ্ৰোল-বোন ( rDol-Bon ) বাদ দি, অনৈতিক ৰূপ খেইৰ বোন ( KHyar Bon ) পৰিহাৰ কৰি, সংস্কৃত ৰূপত বৌদ্ধ মহাযানৰ মত গ্ৰহণ কৰি নিজে এটা নতুন ধৰ্ম গঢ় দিয়া বুলি বিবেচনা কৰে। ই হ'ল নাং বা ( Within Ones )—বা নিজৰ ভিতৰতে এটা নতুনত্ব গঢ়ি তোলাৰ তিব্বতী প্ৰয়াস। বহু পণ্ডিতে ইয়াক প্ৰকৃত বৌদ্ধ ধৰ্ম নহয় বুলি ক'ব খোজে।

অসমৰ ক্ষেত্ৰত দেখা যায় নীলাচল, কামাখ্যা, তাৰা, ডাক, ডাকিনী, আদিৰ সাধনাৰ অসীম প্ৰভাৱ।* তিব্বতী-বাৰ্মিজ জনগোষ্ঠী বড়ো, কছাৰী, চুতীয়া, মন্‌পা, ৰাভা আদিৰ ধৰ্ম সম্ভৱতঃ, বোন ধৰ্ম আছিল। বলি দিয়া, নৃত্য তথা মন্ত্ৰৰ ব্যৱস্থা কৰা পৰম্পৰা মূলতঃ বোন পৰম্পৰা। বৌদ্ধ তন্ত্ৰক পৰাভূত কৰি এই বোন ধৰ্মই এসময়ত নিজৰ ভিতৰত বৌদ্ধ ধৰ্মক গ্ৰহণ কৰিছিল। তান্ত্ৰিক পদ্ধতিৰ ক্ষেত্ৰত কামৰূপত এক নতুন ধৰণৰ সমন্বয় গঢ়ি উঠাত বোন ধৰ্মৰ অৱদান অতি বেছি।

* যোগিনী তন্ত্ৰত কালী তাৰা ছিন্নমস্তা সকলোকে একে দেৱী বুলি গণ্য কৰাৰ কথা কৈছে—"কালী তাৰা তথা ছিন্নাণ্ডকণ্ঠ ভূপতিস্তথা। একত্বেন চ বোদ্ধব্যাং ভেদেন নৰকং ব্ৰজেৎ।" দ্ৰষ্টব্য দ্বিতীয় পটল, যোগিনী তন্ত্ৰ।

তৃতীয় ভাগ

# হয়গ্ৰীৱ মাধৱ টা ৰাং আৰু বৌদ্ধ তন্ত্ৰ

টা মানে হয় বা অশ্ব। ৱাং মানে আশীৰ্বাদ। টাৱাং বা অশ্বৰ আশীৰ্বাদ পোৱা টাৱাংবাসী হ'ল শ্বেৰছুকুপেন। শ্বেৰছুকুপেন তিব্বতীয় 'বোড'সকলৰ ওচৰ সম্পৰ্কীয়। এই শ্বেৰছুকপেনসকল তিব্বতী বৌদ্ধ হোৱাৰ আগতে আদি তিব্বতী বোন ধৰ্মৰ আছিল। তিব্বতী তা-মৃদিন ( rTa-mGrin ) হ'ল অশ্ব ডিঙিৰ দেৱতা, সংস্কৃতিৰ হযগ্ৰীৱ। তান্ত্ৰিক তা-মদিন হয়গ্ৰীৱ দেৱতা, যাৰ স্ত্ৰী শক্তি বজ্ৰ-বৰাহী ( তিব্বতী—rDo-rJe-PHag-Mo ) হ'ল বজ্ৰ ( rDo-rJe )-ৰ গৰাকী। লাচাৰ ওচৰৰ চে-ৰা ( Se-Ra ) মঠত এই বজ্ৰৰ স্থান। তিব্বতী উপকথা অনুসৰি এই তা—মৃদিন হ'ল ফুৰ্‌বু ( Phurbu ) পবিত্ৰ অস্ত্ৰৰ বাহক, যি অস্ত্ৰৰে বিভিন্ন ভুত-প্ৰেত দমন কৰা হয়। এই বজ্ৰবৰাহীকে তাৰাও বোলা হয়।

বৌদ্ধ তন্ত্ৰৰ পৰম্পৰাত হয়গ্ৰীৱ বুদ্ধৰ অৱতাৰ। হয়গ্ৰীৱ মাধৱৰ দেৱালয় হাজোত বৌদ্ধ ধৰ্মাৱলম্বী লোকে এতিযাও ইয়াত মহামুনি দৰ্শন কৰিবলৈ আহে। হাজোৰ মাধৱৰ মন্দিৰৰ লগত বৌদ্ধধৰ্মৰ সম্পৰ্কৰ কথা একাধিক ব্যক্তিযে বিভিন্ন প্ৰৱন্ধত ৰচনা কৰি গৈছে।*

---

* দ্ৰষ্টব্য : পবিত্ৰ অসম, পৃঃ ২৩৪।

মোন্‌পাসকলৰ এজন দেৱতা তাম্‌দিন—অশ্বদেৱতা। মোন্‌পাসকল তান্ত্ৰিক বৌদ্ধ। "তেলেপাৰ" শিষ্য "নাৰপা", "নাৰপা"ৰ শিষ্য "মাৰপা", "মাৰপা"ৰ শিষ্য "মিলাৰেপা"। মিলাৰেপাই মোনপাসকলক দীক্ষা দিছিল। ভূটানৰ উত্তৰে মিলাৰেপাৰ আশ্ৰম আছিল—দ্ৰষ্টব্য, বিষ্ণুৰাভা, পৃঃ ৩৫৯ উক্ত গ্ৰন্থ। মোন্‌পা আৰু ভূটীয়াসকলৰ মতে হাজোৰ হয়গ্ৰীৱ মাধৱ হ'ল 'চাৰ-চাম-চে-দোং'—পূৱদেশৰ বুদ্ধৰ পূজা কৰা ঠাই। কামৰূপৰ নাৰপা আৰু বিক্ৰমশীলাৰ ৰাৰপাৰ সাধন ক্ষেত্ৰ ইয়াতে আছিল।

কালিকা পুৰাণ মতে এই মণিকূট পৰ্বতৰ আদি আশ্ৰমৰ নিৰ্মাতা ঔৰ্ব-ঋষি। এই ঔৰ্ব-ঋষিৰ তপস্যাভঙ্গকাৰী অসুৰবোৰক হয়গ্ৰীৱে দমন কৰিছিল।

তিব্বতী বৌদ্ধ তন্ত্ৰত হয়গ্ৰীৱৰ লগত বজ্ৰবৰাহী তাৰাৰ সম্পৰ্ক। নৰকৰ উপাখ্যান অনুসৰি হয়গ্ৰীৱ নৰকৰ পুৰ সীমাৰ ৰক্ষক আছিল। আনহাতে কালিকা পুৰাণত হয়গ্ৰীৱ অসুৰক বিশ্বনাথে নিধন কৰাৰ কথাও আছে। মহাভাৰতত হয়গ্ৰীৱ বিষ্ণুৰ অৱতাৰ—মধু আৰু কৈতভ দৈত্যৰ নিধনকাৰী। দেবী ভাগৱতৰ মত মহাভাৰতৰ শান্তি পৰ্বৰ মতৰ লগত একে। ভাগৱত পুৰাণ মতে হয়গ্ৰীৱক বিষ্ণুৰ মৎস-ৰূপী অৱতাৰে নিধন কৰিছিল। যোগিনী তন্ত্ৰই আনহাতে জগন্নাথৰ হয়গ্ৰীৱ মূৰ্তিৰ লগত হাজোৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্তিৰ সমন্বয় সাধন কৰিছে। ড. বানীকান্ত কাকতিয়ে তুলনামূলক অধ্যয়নৰ মাজেদি দেখুৱাইছে যে হয়গ্ৰীৱৰ প্ৰতীকটো হিন্দু পৰম্পৰাত সিমান বহুল পূজাৰ জৰিয়তে সমাদৃত দেবতা নহয়।* ড. কাকতিৰ মতে মাছ আৰু জন্তুৰ খাদ্যৰে উপাসনা কৰিব পৰা হয়গ্ৰীৱ মূলতঃ তান্ত্ৰিক উপাস্য দেৱতা হোৱাই স্বাভাৱিক। সম্ভবতঃ বজ্ৰযানী ধৰ্ম অসমত সম্প্ৰসাৰিত হোৱাৰ যুগত হয়গ্ৰীৱ তথা মহামুনিৰ হয়গ্ৰীৱ ৰূপ তান্ত্ৰিক বৌদ্ধসকলে পূজা কৰিছিল। তান্ত্ৰিক হয়গ্ৰীৱ আৰু আৰ্য ধৰ্মৰ হয়গ্ৰীৱৰ মূল হয়তো একেটাই। কিন্তু তান্ত্ৰিক পদ্ধতিত তাৰা বজ্ৰবৰাহীৰ সহচৰ মহামুনি হয়গ্ৰীৱ তিব্বতীসকলৰ দ্বাৰা আজিও পূজিত। অসমৰ নানা ঠাই বজ্ৰবৰাহী তাৰাৰ পূজা চলি থকা আৰু টাৱাঙৰ লোকে এতিয়াও হয়গ্ৰীৱৰ উপাখ্যানত বিশ্বাস কৰালৈ চাই এই কথা ক'ব পাৰি যে অসমত যি ধৰ্মৰ সুতিৰে বজ্ৰযানৰ প্ৰৱেশ ঘটিছিল তাৰ ইতিহাস হয়গ্ৰীৱ পূজা আৰু তাৰা পূজাৰ ইতিহাসৰ আৰ'ত লুকাই আছে।

---

* ড. কাকতি, উক্ত গ্ৰন্থ পৃঃ ৭০।

বৰ্তমানৰ হয়গ্ৰীৱ মন্দিৰ, উপকথা অনুসৰি কালাপাহাৰে ধ্বংস কৰাৰ পিছত ১৫৪৩ চনত ৰঘুদেৱে পুনৰ সংস্কাৰ কৰা। প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষ ওলালে সম্ভৱতঃ পুৰণি উপাখ্যানৰ বহুত সত্য পোহৰলৈ ওলাব পাৰে। প্ৰকৃততে পুৰণি মন্দিৰৰ ধ্বংসস্তূপৰ ওপৰতে নতুন মন্দিৰ নিৰ্মাণ কৰা বাবেও বহু সময়ত পুৰণি চিহ্ন ঢাক খাই থাকে। ৰঘুদেৱৰ দিনত নৱ বৈষ্ণৱ ধৰ্মৰ পয়োভৰ। নতুন নিৰ্মাণ কাৰ্যত যে নৱ-বৈষ্ণৱ যুগৰ চিন্তা তথা কৰ্মৰ প্ৰভাৱ পৰিব পাৰে তাক নুই কৰিব নোৱাৰি। তান্ত্ৰিক হয়গ্ৰীৱক বিষ্ণুৰূপী হয়গ্ৰীৱৰ সহাৱস্থান কৰোৱাৰ মাজত অৱশ্যে ধৰ্মীয় উদাৰতা তথা সহনশীলতা লুকাই আছে।

হয়গ্ৰীৱৰ (তাম্‌জিন) হাতৰ বজ্ৰ একাধিক বাৰ মোট সলোৱা মহাবজ্ৰ। দ-পৰ্বতীয়াৰ মূৰ্তিবোৰৰ মাজত চাৰিখন হাতৰ নৰমূৰ্তি (হাতত ডম্বৰু), ধেন্দাই দৌলৰ শিৱমূৰ্তিৰ চাৰিখন হাতত শঙ্খ, গদা, ত্ৰিশূল, কুঠাৰ, পঞ্চশূলৰ অস্ত্ৰ, দ-পৰ্বতীযাৰ ঘোঁৰাৰ মুখৰ আঠুকাটি থকা নৰমূৰ্তি, দুহাতে পদুম লৈ বহি থকা নৰমূৰ্তি, নিজ বৰচলা মন্দিৰৰ নাগ স্তম্ভ, নাৰী মূৰ্তিৰ দুকাষে দুজন পুৰুষ মূৰ্তিৰ অৱস্থান, মূৰ্তিটোৰ ওপৰত চাৰিপহীয়া ফুল আৰু নিসন্দেহে হয়গ্ৰীৱৰ বজ্ৰ হাতীৰ মূৰৰ আকৃতিৰ নালৰ সৈতে ডেগাৰ (Phur bu)-ৰ চিত্ৰ বোন প্ৰভাৱত পৰা তান্ত্ৰিক বৌদ্ধধৰ্মৰ যুগৰ ভাস্কৰ্য্য। এই ফুৰ্-বুৰ অস্তিত্ব বিশেষভাবে মন কৰিবলগীয়া। তেজপুৰৰ সূৰ্য মন্দিৰত ব্ৰহ্মাৰ মূৰ্তি বুলি পৰিচয় দিয়া মূৰ্তিৰ ওপৰতো বৌদ্ধ প্ৰভাৱ বিদ্যমান। ব্ৰহ্মাৰ মুখত দীঘল দাঢ়ি, মূৰত টুপী, দুকাষে নাৰী মূৰ্তি দুটি। সম্ভৱতঃ বৌদ্ধতান্ত্ৰিক সিদ্ধ (মূৰত টুপী থকা সিদ্ধ আচাৰ্য কামৰূপত সম্ভৱ আছিল আৰু নাছিল যদিও বাহিৰৰ কোনো আচাৰ্য হ'ব পাৰে), নাৰী মূৰ্তি তাৰাৰ দুই ৰূপ হ'ব পাৰে, তাৰা (উগ্ৰ) আৰু কমলা, নহ'লেবা সিদ্ধ-আচাৰ্যৰ লগত দুই সিদ্ধাও হ'ব পাৰে। আমি এটা কথাত

নিসন্দেহ হ'ব পাৰো যে মূৰৰ টুপী মূলতঃ তিব্বতী নাইবা বৌদ্ধতান্ত্রিক-সকলৰ প্ৰভাৱ। অসমত এনে তান্ত্রিক বৌদ্ধৰ প্ৰৱেশ হোৱাটো তান্ত্রিক যুগত অত্যন্ত সাধাৰণ ঘটনা আছিল।

## হয়গ্ৰীৱৰ অস্ত্ৰ ফুৰ্‌বু

ইংৰাজ অসমলৈ অহাৰ সময়ত শদিয়াৰ ওচৰৰ এখন ঠাই প্ৰভুকুঠাৰ নামে জনা গৈছিল। স্থানান্তৰত আমি এই কথা উল্লেখ কৰিছোঁ। এই প্ৰভুকুঠাৰ প্ৰকৃততে পৰশুকুঠাৰ নে হয়গ্ৰীৱ ( rTa-mGrin ) বা টামজিন ( টামদিন )ৰ হাতৰ পবিত্র অস্ত্ৰ ফুৰ্‌বু ( Phurbu ) সি চৰ্চা কৰিবলগা বিষয়। অসমৰ একাধিক ঠাইত হয়গ্ৰীৱৰ মূৰ্তি পোৱা গৈছে। এই টাম্‌জিন—টাম্‌দিন বা দামজিন ক'ৰপৰা তিব্বতী বাৰ্মিজসকলৰ মাজত সোমাই পৰিল সি চিন্তাৰ বিষয়। অসমৰ উত্তৰে থকা মনসকলৰ ধৰ্মত দাম্‌জিন বা টাম্‌জিন পবিত্র দেৱতা। কোনো কোনোৱে ক'ব খোজে যে টামজিন পুৰণি দেৱতা। বোন পুৰোহিত শ্ৰেণীয়ে এই হয়গ্ৰীৱ বা টাম্‌জিনৰ ধাৰণা ভাৰতৰপৰা নিবও পাৰে।

বোন ধৰ্মত ফুৰ্‌বু ( Magic dart ) ই নতুন ৰূপত বোন ধৰ্ম ( Bonchos )ত হ'ল হয়গ্ৰীৱৰ ( মহামুনিৰ ) হাতৰ মহাঅস্ত্ৰ। গতিকে হয়গ্ৰীৱৰ ধাৰণা উত্তৰ ভাৰতৰপৰা যোৱা আচৰিত কথা নহয়। হয়গ্ৰীৱ অসুৰক প্ৰথম উপাখ্যানত বধ কৰিছিল বিষ্ণুয়ে। পিছত হয়গ্ৰীৱক অৱতাৰ কৰি হিন্দু আৰ্যীকৃত কৰা হ'ল। গতিকে অনাৰ্য হয়গ্ৰীৱক আৰ্যীকৃত কৰাৰ প্ৰয়োজনত হয়গ্ৰীৱ দেৱতাৰ জন্ম হ'ল বুলিব পাৰি। সম্ভৱতঃ বোন পুৰোহিত শ্ৰেণীয়ে তান্ত্রিক মহাযান ধৰ্মক প্ৰথম

কঠোৰ ভাবে বাধা দিছিল।* ফলত বোন টাম্‌জিন দেৱতাক বৌদ্ধ মহাযানসকলে মহামুনি ৰূপত উন্নীত কৰি বৌদ্ধ পৰম্পৰাৰ মাজত সুমুৱাই ললে। এই টাম্‌জিনৰ অস্ত্ৰ ফুৰ্‌বু। এই ফুৰ্‌বুৰে নানা ধৰণৰ দানৱ ( Demon )ক বধ কৰিছিল। এই ফুৰ্‌বুৰে য'ত দানৱক নিধন কৰা ( তান্ত্ৰিক বৌদ্ধ ধৰ্ম প্ৰতিষ্ঠা কৰা ) হৈছিল—সেই ঠাই ফুৰ্‌বু হ'ব পাৰে। ফুৰ্‌বুৰ পৰা পুনৰ হিন্দু ধৰ্মৰ সম্প্ৰসাৰণৰ যুগত সৃষ্টি হোৱা প্ৰভূকুঠাৰ বা পৰশুকুঠাৰৰ মিল দেখা যায়। উত্তৰ-ব্ৰহ্মৰ অৰিসকল মহাযানপন্থী দীঘল চুলিৰ অৰণ্য বিজয়ী তান্ত্ৰিক আছিল বুলি বুৰঞ্জীয়ে কয়। ইতিহাসৰ উত্থান-পতনৰ ফলত পুৰণি প্ৰাকৃতিক ধৰ্ম পিতৃপুৰুষক পূজা কৰা ধৰ্মৰ লগত মহাযান তান্ত্ৰিক ধৰ্মৰ সমন্বয় সম্ভৱ হৈছিল। এই পদ্মসম্ভৱৰ** দৰে মহাযানপন্থীসকলে ধৰ্ম প্ৰচাৰৰ প্ৰয়োজনত প্ৰকৃততে এনে ধৰণৰ সংমিশ্ৰণ ঘটাইছিল।

তিব্বতৰ 'ৰাজনীতিত মহাযানপন্থী সিদ্ধসকলৰ প্ৰভাৱ অত্যন্ত

---

* এগৰাকী ব্যক্তিয়ে টোৱাঙৰ মনসকলৰ ধৰ্মৰ বিষয়ে উল্লেখ কৰি কৈছে : "The advent of Budhism was restricted by the Bon priesthood in Towang but the Guru Padma Sambhava did not seek to obliterate the Bon gods altogether He was content to accept their submission in a trend which is evident from the legend of the subjugation of the Bon god, Damjin Dorji Lekpa who was elevated in status and admitted to the Budhist pantheon"—Towang the land of Mon, Neeru Nanda, 1982 edition, Vikash Publishing House. প্ৰকৃততে টাম্‌জিন মহামুনি হিচাপে প্ৰতিষ্ঠিত লাচাতে হৈছিল। টোৱাঙত নহয়।

** পদ্মসম্ভৱ—শান্তৰক্ষিত গোষ্ঠীয়েই তিব্বত মহাযান ধৰ্মৰ প্ৰচাৰত প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল। প্ৰকৃততে তুলনামূলকভাৱে পিছৰ যুগৰ দীপংকৰ শ্ৰীজ্ঞান বা অতীশ ( Atisa )-ই তান্ত্ৰিক ধৰ্মৰ লগত মহাযান পন্থাৰ সমন্বয় সাধন কৰাত অধিক সফলতা লাভ কৰিছিল যেন লাগে। অতীশৰ সময় একাদশ শতিকাৰ মাজভাগ।

প্ৰভাৱশীল আছিল। একাদশ-চতুৰ্দশ শতিকাৰ ভিতৰত তান্ত্ৰিক মহাযানপন্থীসকলৰ প্ৰভাৱ মঙ্গোলীয়া আৰু চীন পৰ্যন্ত বিয়পি পৰিছিল। তিব্বত আৰু হিমালয়ৰ পাৰ্বত্য অঞ্চলত যিদৰে বোন ধৰ্মৰ প্ৰায় সকলোখিনি গ্ৰহণ কৰি ইয়াৰ অস্তিত্ব বৌদ্ধ পৰম্পৰাৰ বুকুত বিলীন কৰি দিয়া হৈছিল, ঠিক সেইদৰে অসমতো পুৰণি আৰ্য শৈব তথা শাক্ত উপাদানবোৰ গ্ৰহণ কৰি তথা আওপুৰণি পৰম্পৰাবোৰ গ্ৰহণ কৰি বৌদ্ধ ধৰ্ম শক্তিশালী (বিকৃত) তান্ত্ৰিক ধৰ্মত পৰিণত হৈছিল। একোটা সম্প্ৰদায় এনে সময়ত প্ৰথম বৰ্ণাশ্ৰম ধৰ্ম এৰি বৌদ্ধ, পিছত হিন্দু ধৰ্মৰ পুনৰ্জাগৰণৰ সময়ত পুনৰ হিন্দু হোৱাৰ ফলত হিন্দু শাক্ত শৈৱ আদি তন্ত্ৰৰ সাধনমাৰ্গ বৌদ্ধ তন্ত্ৰত সোমাই পৰিছিল, ওলোটা ভাবে হিন্দু পুনৰ্জাগৰণৰ সময়ত বৌদ্ধ তান্ত্ৰিক ধৰ্মৰ উপাদানবোৰ পুনৰ শাক্ত আৰু শৈৱ ধৰ্মত সোমাই পৰিল।




(১)



(২)




(৩)

(১) আদি বৌদ্ধযুগৰ ত্ৰিৰত্ন আৰ্হি—সৰ্পলতা (সাঁচি স্তূপ), (২) অৱলোকিতেশ্বৰ পদ্মসম্ভৱ, (৩) বজ্ৰৰ আৰ্হি (ক) আৰু (খ) তিব্বতী আৰ্হিৰ অসমৰ মন্দিৰত তদ্ৰূপ চিত্ৰ দেখা যায়। ৩(খ) নেপালৰ মন্দিৰত ৰখা ইন্দ্ৰৰ বজ্ৰৰ আৰ্হি। অৱলোকিতেশ্বৰৰ বজ্ৰ হাতত।

চতুৰ্থ ভাগ

# তাৰা উগ্ৰতাৰা একজটা

তাৰা ৰহস্য প্ৰণেতা ব্ৰহ্মানন্দগিৰিৰ জীৱনকাল ষষ্ঠ শতিকাৰ আদি বা মধ্যভাগ বুলি অনুমান কৰা হয়।* তাৰা ৰহস্যত তাৰা সাধনাৰ বিষয়ে বিস্তৃত আলোচনা কৰা হৈছে। একজটা তাৰা, উগ্ৰতাৰা, নীল সৰস্বতী, শিৱলিঙ্গ আদি পূজাৰ বিধিসমূহ আলোচনা এই গ্ৰন্থত হৈছে। তাৰা ৰহস্যবৃত্তি বাঙালীত ৰচনা হয় ১৬৩০ খৃষ্টাব্দত। এইখন গ্ৰন্থৰ প্ৰণেতা শঙ্কৰ আগমাচাৰ্য। কালি আৰু দুৰ্গাৰ লগতে তাৰা অৰ্চনাও বাঙালীৰ মাজত অতীৱ জনপ্ৰিয় আছিল। মহানিৰ্বাণ তন্ত্ৰ অনুসৰি আদ্যা কালিকা হ'ল সৰ্বশক্তিৰ আধাৰ। তেওঁ মহা-যোগিনী—স্ৰষ্টা, পালনকৰ্তা আৰু ধ্বংস কৰোতা। আনহাতে সকলো নাৰীয়েই হ'ল এই মহাযোগিনীৰ ৰূপ।

মহানিৰ্বাণৰ পঞ্চতত্ত্ব হ'ল পঞ্চ ম-কাৰ। মদ্য, মাংস, মৎস্য, মুদ্ৰা, মৈথুন। প্ৰত্যেক পুৰুষে নিজৰ শক্তি বাঁওফালে লৈ চক্ৰ ( chakra-circle) ত বহিব পাৰে। ইয়াত মদ্যৰ পৰিবৰ্তে মধু কিম্বা গাখীৰো ধৰা হ'ব পাৰে আৰু নাৰীৰ পৰিবৰ্তে দেৱীৰ পাদপদ্মযুগলো ধৰা হ'ব পাৰে।** সাধকে সৰ্বোচ্চ মুক্ত অৱস্থা প্ৰাপ্তিৰ বাবে মন্ত্ৰ, বীজ, যন্ত্ৰ, মুদ্ৰা আৰু ন্যাস—এই পাঁচটা পৰ্যায় অতিক্ৰম কৰিব লাগে। আচাৰ্য শীলভদ্ৰ, যাৰ জন্ম হৈছিল সমতটত আৰু ৬৫৪ খৃষ্টাব্দত মৃত্যু হৈছিল, তেওঁ আছিল নালন্দাৰ মহাগুৰু যি হিউয়েন চাঙকো যোগশাস্ত্ৰৰ জ্ঞান দিছিল, আচাৰ্য শান্তৰক্ষিত ( অতীশ )ও সেইদৰে বংগৰ। সম্ভৱতঃ এই বংগৰপৰাই শাক্ত তন্ত্ৰ আৰু বৌদ্ধ তন্ত্ৰ একাকাৰ হোৱা এটা প্ৰবাহ

---

* দ্ৰষ্টব্য : Tantra in Bengal, Dr. S. C. Banerjee, Naya Prakash 1978. পৃঃ ৮৭ দ্ৰষ্টব্য।

* উক্ত গ্ৰন্থ : পৃঃ ১০৭।

প্ৰবল ভাবে বলিছিল। তিব্বতত যি প্ৰৱাহে বোন ধৰ্মৰ উপাদানসমূহ গ্ৰহণ কৰি চহকী হ'ল আৰু নিজকো অৱনমিত কৰিলে, ঠিক সেইদৰে ভাৰততো শাক্ত আৰু শৈৱ তন্ত্ৰৰ মত গ্ৰহণ কৰি শক্তি বৃদ্ধি কৰি মহাযান হ'ল বজ্ৰযান—মহামুক্তিৰ মণিময় পথ, কিন্তু সেইদৰেই বৌদ্ধ ধৰ্মৰ পবিত্ৰ মাৰ্গ ভাৰতীয় পৰম্পৰা আৰু তিব্বতী পৰম্পৰাৰ সম্মিলনত পৰিণত হ'ল এক তান্ত্ৰিক বিশৃংখলতা—যি কামৰূপৰ বুকুতো শৈৱ-শাক্ত আৰু বৌদ্ধ তন্ত্ৰৰ সমন্বয়ত এক অদ্ভুত তান্ত্ৰিক দেশ গঢ়ি তুলিলে।

তাৰাৰ সুপ্ৰাচীন বৰ্ণনা নালন্দাৰ এখন ফলিত পোৱা গৈছে।* 'ওম তাৰে তুত্তাৰে তৰে স্বাহা' এই মন্ত্ৰ সন্নিৱিষ্ট তাৰাৰ মূৰ্তিও নালন্দাত পোৱা গৈছে। তাৰা ভট্টাৰিকা মন্দিৰো নালন্দাত আছিল। সম্ভৱতঃ মহাযান বৌদ্ধ ধৰ্মত তাৰা সোমাই পৰাৰ পিছত তাৰাৰ প্ৰৱেশ কামৰূপত পূৱৰ পৰা হোৱাতকৈও পশ্চিমৰ পৰাই বৰ্মণ বংশৰ দিনত আৰু তাৰ পিছৰ যুগত হোৱাটো অসম্ভৱ নহয়। তিব্বতত তাৰা জনপ্ৰিয় হৈ পৰে সম্ভৱতঃ স্ৰং-সাম-গাম-পো ( Srong bTsan-sGam-Po) ৰ দিনত, ৫৬৯—৬৫০ খৃষ্টাব্দৰ ভিতৰত। বৌদ্ধ ধৰ্মত পুৰণি তিব্বত তান্ত্ৰিক বন ( Bon ) ধৰ্মৰ দেৱ-দেবীৰ মাজৰ পৰা যে ভালেখিনি সোমাই পৰিছিল তাৰ কাৰণ হ'ল মহাযান বৌদ্ধ ধৰ্মৰ উদাৰতা আৰু সহনশীলতাই পুৰণিক গ্ৰহণ কৰাত কাৰ্পণ্য দেখুওৱা নাছিল। তিব্বতৰ ৰজা খ্ৰী স্ৰং-দেউ-সান ( Khri-Srong-lDeu—bTsan)ৰ ৰাজত্বকালত (৭০৫—৭৫৫ খৃঃ) ত ভাৰতৰ পণ্ডিত সন্তৰক্ষিত, পদ্মসম্ভৱ আৰু কমলশীল তিব্বতলৈ যায় আৰু তিব্বতৰ ইতিহাস ধৰ্মৰ ইতিহাসলৈ পৰিণত কৰাত এই সকল পণ্ডিতৰ প্ৰভাৱ অসীম। মূলতঃ পদ্মসম্ভৱ—যি নালন্দাৰ তন্ত্ৰৰ গুৰু আছিল তেৱেঁই তিব্বতৰ বন পুৰোহিত শ্ৰেণীৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি তিব্বতক বৌদ্ধ ধৰ্মৰ প্ৰভাৱলৈ আনিবলৈ সক্ষম হৈছিল। এহ পদ্মসম্ভৱৰ পিতৃ ইন্দ্ৰ-

* Epi. Ind XX1 P-97

ভূতি। হয়গ্ৰীৱ বজ্ৰকিল আদি তান্ত্ৰিক সাধনৰ ক্ষেত্ৰত পাৰংগত আছিল। পদ্মসম্ভৱেই পুৰণি তিব্বতীয় বন তন্ত্ৰ আৰু বৌদ্ধ তন্ত্ৰৰ সমন্বয় সাধন কৰিছিল আৰু বৌদ্ধ লামাই বিবাহ কৰা প্ৰথা প্ৰৱৰ্তন কৰিছিল। পদ্মসম্ভৱে প্ৰচলন কৰা পথকে বজ্ৰযান বোলা হয়। নৱম শতিকাৰ মাজভাগত তিব্বতত তান্ত্ৰিক বৌদ্ধসকলৰ লগত চলা সংঘাত, তান্ত্ৰিক বৌদ্ধ শ্ৰীবজ্ৰৰদ্বাৰা অত্যাচাৰী লান-দাৰ-মা ( gLan-Dar-Ma ) নিধন আদি ঘটনাৱলীযে দেখুৱাই যে তিব্বতত তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ এক বিপুল বিপৰ্যয় এই যুগত হৈছিল আৰু ভাৰতীয পণ্ডিতসকলৰ একাংশ সম্ভৱ বিতাড়িতও হৈছিল। ইয়াৰ পিছত কেইবাশও বছৰ তিব্বতত সম্পূৰ্ণ তান্ত্ৰিক ধৰ্মৰ প্ৰাধান্য চলিছিল। একাদশ শতিকাৰ মাজভাগৰ পৰা ( ১০৪২ পৰা ১০৫৫ৰ ভিতৰত আচাৰ্য দীপংকৰ শ্ৰীজ্ঞান তিব্বতলৈ যায় ) তিব্বতত বৌদ্ধ বিনয় আৰু তন্ত্ৰৰ মাজত আৰম্ভ হয় সহাৱস্থান।

অসম তথা প্ৰাগ্‌জ্যোতিষপুৰৰ লগত নালন্দাৰ যে সম্পৰ্ক আছিল তাক দোহৰা প্ৰযোজন নাই। হৰ্ষবৰ্ধনৰ মৃত্যুৰ পিছত তিব্বত তথা চীনৰ ৰজাক পৰোক্ষভাবে ভাস্কৰ বৰ্মনে সহায় কৰিছিল আৰু ৰজা অৰ্জুনক দমন কৰাৰ পিছত সম্ভৱতঃ ভাস্কৰ বৰ্মনৰ লগত তিব্বতৰ সম্পৰ্কও অতি ওচৰ হৈ পৰিছিল। তিব্বত আৰু কামৰূপ তথা প্ৰাগজ্যোতিষৰ মাজত আদান-প্ৰদান ( বস্তুগত তথা সাংস্কৃতিক ) এই সময়ত সম্ভৱ বহুল আছিল।

তন্ত্ৰৰ লগত কামৰূপৰ সম্পৰ্ক কিমান ওচৰ আছিল তাক তন্ত্ৰসমূহেই দিয়েই। তন্ত্ৰ সিদ্ধপুৰুষ মৎসেন্দ্ৰ নাথ বা মীন নাথ গুৰু আৰু যোগিনী সহাচাৰ্যৰ আৰম্ভণি কৰোতা বুলি কোৱা হয়। লুই-পাদ বা মীন নাথ, সৰহপাদ আৰু কানহপা এই তিনি সিদ্ধৰ প্ৰভাৱ প্ৰাচীন কামৰূপৰ তান্ত্ৰিক ধৰ্মৰ বিকাশত তথা শৈৱ আৰু সিদ্ধমতৰ সমন্বয়ৰ ক্ষেত্ৰত যে অসীম আছিল—তাক অনুমান কৰিব পাৰি।

তন্ত্ৰ সাধাৰণ অৰ্থত জ্ঞান বিস্তাৰ কৰা তথা সাধকক সুৰক্ষিত কৰা শাস্ত্ৰ। বহুল অৰ্থত ই সকলো জ্ঞান-বিজ্ঞানৰ ক্ষেত্ৰকে সামৰি ল'ব পাৰে। কিন্তু শক্তি পূজাৰ প্ৰচলনৰ যুগত সৃষ্ট তন্ত্ৰই সাধনৰ দিহা বা ব্যৱস্থা দিয়া গ্ৰন্থকহে বুজায়। কামৰূপ তথা ভাৰতৰ সাধন মাৰ্গত তন্ত্ৰৰ যি প্ৰভাৱ পৰিল সি বেদবাই। মংগোলযদ তথা তিব্বতীয় বৌদ্ধ তন্ত্ৰৰ বহুখিনি উপাদান থলুৱা তন্ত্ৰৰ অন্তৰ্ভুক্ত হৈ অসমত শক্তিতন্ত্ৰৰ এক বিশেষ ৰূপ প্ৰতিষ্ঠা কৰিলে।

প্ৰকৃত ৰূপান্তৰ প্ৰক্ৰিয়াটো অসমতেই সীমাবদ্ধ আছিল সেইটো নহয়। বৰ্তমান ভাৰতৰ চুকে কোণে ৫১খন প্ৰধান শাক্ত পীঠ আছে। সতীৰ অংগছেদৰ কাহিনী সম্বলিত কৰি এই শাক্ত পীঠসমূহক আৰ্যীকৃত কৰা হ'ল। কালিকা পুৰাণ, যোগিনীতন্ত্ৰ—এই দুই উপ-পুৰাণৰ মহত্ত্ব ইয়াতেই। অনাৰ্য্য জনগোষ্ঠীৰ মাজত উৰ্বৰতা কৃষ্টি হিচাপে সুপ্ৰাচীন কালতে প্ৰস্তৰ লিংগ তথা যোনি পূজা কৰাটো প্ৰচলিত আছিল। আদিম স্ত্ৰী আৰু পুৰুষ শক্তিক শক্তিৰ উৎস হিচাপে বুঢ়া-বুঢ়ী ৰূপত কল্পনা কৰাটোও আদিম কৃষ্টি। আৰ্যীকৰণৰ ফলত এই শক্তি পূজাৰ কৃষ্টি আৰ্য-প্ৰভাৱ পৰা শিৱ-পাৰ্বতীৰ সংস্কৃতিলৈ ৰূপান্তৰিত হ'ল। মৌলিক পুৰণি বস্তুটো যোনি আৰু লিংগৰ ঐন্দ্ৰজালিক শক্তি। বিভিন্ন নামত কৰা ইয়াৰ পূজা আৰ্যীকৃত হোৱাৰ ফলত বহু ঠাইত পূৰ্বৰ লিংগ তথা যোনিৰ প্ৰতীক থকা স্থানতে মন্দিৰ আৰু দেৱালয় আদি নিৰ্মাণ হৈছে। ফলত পূৰ্বৰ প্ৰকৃত ইতিহাস বহু ঠাইত লোপ পাইছে।

# মৎসেন্দ্ৰনাথ শিৱ আৰু বুদ্ধ অৱলোকিতেশ্বৰ

নাথ সিদ্ধ পুৰুষ মৎসেন্দ্ৰনাথ বা মীননাথ প্ৰাচীন কামৰূপৰ সিদ্ধ-পুৰুষ আছিল। মীন নাথকে কোনো কোনোৱে লুই পাদো বোলে।* এই লুই পাদ বা মাৎসেন্দ্ৰনাথ, কামৰূপৰ নাছিল বুলি কোনো কোনোৱে ক'ব খোজে যদিও অসমৰ ইতিহাসবিদসকলৰ বাহিৰেও প্ৰখ্যাত ঐতিহাসিকেও মৎসেন্দ্ৰনাথৰ লগত থকা কামৰূপৰ সম্পৰ্কৰ কথা আলোচনা কৰি গৈছে।** কৰ্ণেল কাৰ্কপেট্ৰিকে ১৭৯৩ চনত নেপাল ভ্ৰমণ কৰি নেপালৰ মাৎসেন্দ্ৰনাথ মন্দিৰৰ ওপৰত যি বৰ্ণনা দিছে তাৰপৰা সহজে অনুমান হয় যে আধুনিক ইতিহাসবিদে বিকৃত কৰাৰ আগতে নেপালৰ এই মন্দিৰৰ লগত জড়িত মৎসেন্দ্ৰনাথক কামৰূপৰ বুলিযেই কোৱা হৈছিল। কাৰ্কপেট্ৰিকৰ ভাষাত :

"Goorkhnath, a disciple of Muchendranath (who was himself a votary of the sun), visiting Nepaul, and not receiving from its inhabitants those marks of reverence to which he considered his sacred character entitled, resented this treatment by fixing himself in a particular spot, where he remained immovable during a period of twelve years. The consequence of this holy persons stationery

---

* তিব্বতে যে ৮৪ জন মহাসিদ্ধ স্বীকৃত হয়, তাহাদের নামের তালিকায় লুই পাদ বা মৎস্যেন্দ্র বা মৎস্যাস্ত্রাত সিদ্ধাচার্যের নামই সর্বাগ্রে উল্লেখ হইয়াছে। —চর্য্যাপদ, মণীন্দ্র মোহন বসু, ১৫৫৯, ভূমিকা দ্রষ্টব্য।

** শৈৱদৰ্শন আৰু সাহিত্যৰ পটভূমিত শ্ৰীগুণেন্দ্ৰ নাথ পণ্ডিতে নাথ সিদ্ধ মৎসেন্দ্ৰনাথৰ সম্পৰ্কে আলোচনা কৰিছে।

posture appeared in Nepaul being visited by a dreadful drought, which could only be terminated by obliging the offended minister of the sun to quit his footed position. To effect so essential a point, Mutchendranath, by means of certain form of incantation, was prevailed upon to proceed from Kamroof to Nepaul, whereupon presenting himself before Goorkhnath, the latter was necessarily compelled, through respect for his Gooroo (or ghostly father), to rise.* মৎসেন্দ্ৰনাথ কামৰূপৰপৰা নেপাললৈ গৈছিল। মৎসেন্দ্ৰনাথ কামৰূপত যে সুদীৰ্ঘকাল আছিল সেই সম্পৰ্কে মতদ্বৈধতা থাকিব নোৱাৰে।** সম্ভবতঃ নাথপন্থী মৎসেন্দ্ৰনাথ, যাক আজিও নেপাল তথা তিব্বতৰ মানুহে অবলোকিতেশ্বৰৰ মৰ্যাদা দিয়ে, কামৰূপৰ হ'লেও পূব ভাৰত তথা তিব্বত আৰু আন আন বৌদ্ধ ক্ষেত্ৰসমূহলৈ গৈছিল। নাথপন্থীসকল শৈৱ আছিল। কিন্তু শাক্ত আৰু শৈৱ তন্ত্ৰৰ প্ৰভাৱ বৌদ্ধ তন্ত্ৰত বুদ্ধদেৱৰ পিছৰপৰাই পৰিবলৈ আৰম্ভ কৰিছিল। মৎসেন্দ্ৰনাথ এই ৰূপান্তৰ প্ৰক্ৰিয়াৰ চূড়ান্ত নিদৰ্শন।

মৎসেন্দ্ৰ নাথ মন্দিৰত ( নেপাল ) বুদ্ধ তথা বোধিসত্বৰ ১০৮ তা ৰূপৰ মূৰ্তি থকা বুলি জনা যায়। ইয়াৰ মূল মূৰ্তিবোৰত দেখা যায় শৈৱ আৰু শাক্ত তন্ত্ৰৰ প্ৰভাৱ। উদাহৰণ স্বৰূপে বাৰটা হাতৰ আৰু

---

* An Introduction to the Kingdom of Nepal, Colonel Kirkpatric, on the basis of Nepal Mission of 1793 —পৃঃ ১৯০-৯১ 1975 edition.

** দ্ৰষ্টব্য : ড. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপ ৰেখা, ১৯৮৬ চন, পৃঃ ৩৯-৪১, মীন নাথক কামৰূপৰ কৈৱৰ্ত বুলি এই গ্ৰন্থত তথ্যৰ ভিত্তিত ধাৰণা কৰা হৈছে। মীন নাথে যোগিনীকৌল পন্থৰ প্ৰৱৰ্তন কৰিছিল।

পাঁচটা মূৰৰ বোধিসত্বৰ মূৰ্তিৰ কথা ক'ব পাৰি। বজ্ৰহেৰুকা বা বজ্ৰহস্তকা (বা হেৰুকা) এটা মূৰ, ১২টা হাত থকা বোধিসত্ব, বাৰখন হাতত বাৰটা পদ্ম। মায়াজালক্ৰম বোধিসত্বৰ গাত বাঘৰ ছাল, লাওখোলাৰ মালা, সোঁহাতত ত্ৰিশূল, খাত্বংগ, মণি, দেখাৰ, বজ্ৰ, মালা, বাওঁ হাতত লাওখোলাৰ পাত্ৰ, উৎপল, ফল, চক্ৰ, পদ্ম। আন এক পঞ্চমূখী অৱলোকিতেশ্বৰৰ ত্ৰিনয়ন হাতত মায়াজালাক্ৰমৰ অৱলোকিতেশ্বৰৰ সৈতে প্ৰায় একে ধৰণৰ বস্তু। "The five headed Māyājakramakrodha, as his name itself signifies, is extremely fierce in appearance with open mouths showing fangs, angry eyes and flame-like hair rising upward and stands in pratyālihha attitude. Draped in tiger skin, he bears in his right hands a sword, a thunderbolt, a goad, a noose, a trisula and an arrow ( ? ) and in his left hands a shield, a wheel, a jewel, a deer skin, a skull cup and a noose ( in the palm ) displaying tarjani."* এই পাঁচমূখীয়া আৰু বাৰহতীয়া অৱলোকিতেশ্বৰৰ মূৰ্তি কলিকতা মিউজিয়মত আছে বুলি জনা যায়। নালন্দা অমোঘপাশ বোধিসত্বৰ ক্ষেত্ৰতো দেখা যায় শৈৱ তন্ত্ৰৰ লগত বৌদ্ধ তন্ত্ৰৰ সমন্বয়ৰ আভাস। দহহতীয়া, আঠহতীয়া অবলোকিতেশ্বৰৰ মূৰ্তি ও ভাৰতৰ বৌদ্ধ ক্ষেত্ৰৰ বাহিৰেও জাভা, জাপান, নেপাল, চীন, তিব্বতত থকা বুলি জনা যায়। চীনত পোৱা অমোঘপাশ অৱলোকিতেশ্বৰৰ মূৰ্তি চতুৰ্ভুজ।** বজ্ৰ-পৰ্যংকাসনত

---

* দেবলা মিত্ৰৰ Twelve Armed Avalokiteswar নামৰ প্ৰবন্ধ পৃঃ ১৭০, History and Society, Essays in Honour of Prof. Niharranjan Ray, Ed. Deviprosad Chattopadhya, 1976 edition.

** দ্ৰষ্টব্য : উক্ত প্ৰবন্ধ, পৃঃ ১৭৭।

অধিষ্ঠিত এই অৱলোকিতেশ্বৰৰ সোঁফালে ওপৰৰ হাতত জপমালা, বাওঁফালে ওপৰৰ হাতত ত্ৰিশূল, তলৰ হাতত গ্ৰন্থি, সোফালে তলৰ হাতৰ অভয় মুদ্ৰা। তিব্বতৰ চাং চিয়াৰ ত্ৰিমুখ অৱলোকিতেশ্বৰ চতুৰ্ভুজ। এই মূৰ্তিত ধনু-কাড ত্ৰিশূলৰ ঠাইত অৱলোকিতেশ্বৰৰ অস্ত্ৰ। ছয়হতীয়া অমোঘপাশৰ মূৰ্তিও ভাৰতৰ বিভিন্ন ঠাইত দেখা যায়। বিভিন্ন মুদ্ৰা আৰু বিভিন্ন অস্ত্ৰ, জপমালা তথা পাশ হাতত লোৱা অমোঘপাশ অৱলোকিতেশ্বৰৰ অৱয়বত শৈৱ তন্ত্ৰৰ প্ৰভাৱ সুস্পষ্ট। আনহাতে অৱলোকিতেশ্বৰৰ পূজাৰ ইতিহাস খুচৰিলে দেখা যায় যে সুপ্ৰাচীন কালতে চীনৰ কুৱান ইন (Kuan Yin)ৰ পূজা অৱলোকিতেশ্বৰৰ পূজাৰ মাজত সমন্বয় ঘটিছিল। ফা-হিয়েনৰ টোকাত পোৱা যায়:

"The followers of the Greater vehicle make offerings in honour of abstract wisdom, of Manjusri (the God of wisdom), of Kuan Yin (at that date Avalokiteswar), and others."* চীনৰ পুৰুষ দেৱতা কুয়ান ইন আৰু ভাৰতৰ অৱলোকিতেশ্বৰ বুদ্ধৰ সমন্বয় সাধনৰ ঘটনা নতুন নহয়। বৌদ্ধ পৰম্পৰাৰ আলমতে পিছৰ যুগৰ মহান সিদ্ধ পুৰুষসকলকো ধৰা হৈছিল বোধিসত্বৰ ভিন্ন অৱতাৰ বুলি। সেই হিচাপে কামৰূপৰ মীননাথ, যি উদ্দীয়ানৰ ৰজাৰ ৰাজসভাত লেখক সামন্তশোভা নামে জনাজাত হৈছিল, তেওঁ যে কামৰূপৰপৰা নেপাললৈও গৈছিল আমি পূৰ্বে উল্লেখ কৰিছোঁ। সম্ভৱতঃ তিব্বত নেপালতেই জীৱনৰ এক বুজন সময় অতিবাহিত কৰা মীন নাথৰ চৰ্যাগীতি নেপালত বা তিব্বতত পোৱাৰ কাৰণো অমূলক নহয়।

* The Travels of Fa-Hsien, 399-414 A. D. or Record of the Budhist Kingdoms. H. A. Giles, 1972 edition, Indological Book House.

শৈৱ, যোগিনী তন্ত্ৰ তথা বৌদ্ধ তন্ত্ৰৰ সমন্বয়ত অদ্ভুত আৰু বহুৰূপী তান্ত্ৰিক ধৰ্মৰ বিকাশৰ ফলত আমি দেখা পাওঁ প্ৰাচীন কামৰূপৰ মঠ-মন্দিৰৰ ধ্বংসাৱশেষবিলাকৰ মাজত বৈদিক আৰু অবৈদিক ( তান্ত্ৰিক ) উপাদানৰ ব্যাপক সমাহাৰ। বৌদ্ধ তন্ত্ৰৰ ক্ষেত্ৰত দেখা যায় বোধিসত্ত্ব-সমূহ আৰু তেওঁলোকৰ প্ৰজ্ঞারূপ তাৰা আৰু ভৃকুটি, একজটা, কমলা আদিৰ বাহিৰেও হয়গ্ৰীৱ আৰু গণেশেও অৱলোকিতেশ্বৰৰ লগতে স্থান পাইছিল। অসমৰ দৰংজিলাৰ তথা কামৰূপ জিলাৰ পুৰণি মঠ মন্দিৰত অৱলোকিতেশ্বৰ, হয়গ্ৰীৱ* তাৰা আৰু গণেশৰ মূৰ্ত্তি প্ৰায় ওচৰা-ওচৰিকৈ পোৱাৰ কাৰণো মূলতঃ তন্ত্ৰৰ প্ৰভাৱ। হেৰুকাৰ ৰূপ ভয়াবহ। শৱৰ ওপৰত, বজ্ৰ আৰু খাত্বঙ্গ হাতত লোৱা, মুণ্ডমালা পৰিহিত হেৰুকাৰ লগত শিৱৰ সম্পৰ্ক বিদ্যমান। মহাযান পন্থীয়ে হেৰুকাক পূজ্য দেৱতাৰ আসনত প্ৰতিষ্ঠা কৰি শৈৱ তন্ত্ৰক নিজৰ ভিতৰুৱা কৰি লৈছিল।

গণপতি বা গণেশ ব্ৰাহ্মণ্য ধৰ্মৰ দেৱতা। মহাযান পন্থাৰ বিকাশৰ যুগত গণেশকো মহাযান পন্থাৰ দেৱতাৰ স্থানত অধিষ্ঠিত কৰা হৈছিল।** প্ৰাচীন কামৰূপৰ যিবোৰ স্থানত শিৱৰ মূৰ্ত্তি তথা হয়গ্ৰীৱৰ মূৰ্ত্তি পোৱা গৈছে, সেইবোৰ ঠাইত গণেশ, তাৰা আদিৰ ভিন্ন ভিন্ন মূৰ্ত্তি পোৱাটো অস্বাভাৱিক নহয়। বৌদ্ধ তন্ত্ৰৰ গণেশৰ মূৰ হাতীৰ দৰেই হ'ব লাগিবই বুলি নিশ্চিত ভাবে কোৱা হোৱা নাই।

* দ্ৰষ্টব্য : The Age of Imperial Kanauj, পৃঃ ২৮১-২৮২ আৰু ২৮৩-৮৫ পৃঃ।

** দ্ৰষ্টব্য : উক্ত গ্ৰন্থ, পৃঃ ২৮৩।

ষষ্ঠ ভাগ

## বৌদ্ধ মহাযান আৰু অসমীয়া ভাষাত ইয়াৰ প্ৰভাৱ

মহাযান বৌদ্ধ ধৰ্মৰ অসমত প্ৰচাৰ লাভৰ সময় ৯ম শতিকাৰপৰা ত্ৰয়োদশ শতিকাৰ শেষ ভাগ পৰ্যন্ত বুলিব পাৰি। মহাযান পন্থাৰ চৰম বিকৃতিৰ যুগত মূলতঃ শৈৱ আৰু শাক্ত তন্ত্ৰৰ লগত বৌদ্ধ সিদ্ধ-সকলৰ সমন্বয় সাধনৰ প্ৰচেষ্টাৰ অনিবাৰ্য ফলস্বৰূপে কামৰূপত এক বিকৃত তান্ত্ৰিক ধৰ্মৰ উত্থান ঘটিছিল—ই তিব্বতী লামাৰ ধৰ্মৰ দৰেই চৰম তন্ত্ৰ-মন্ত্ৰবাদী। বহু পণ্ডিতৰ মতে তন্ত্ৰবাদী মহাযানৰ বিকাশ অন্ততঃ তিব্বতত নহয়, নালন্দাক কেন্দ্ৰ কৰি মগধত হৈছিল।* মগধত এই ধৰ্মৰ প্ৰধান কেন্দ্ৰ হৈ পৰিছিল বঙ্গৰ পাল বংশৰ ৰাজত্বকালত বিক্ৰমশীলা তথা ওদন্তপুৰী। কামৰূপত প্ৰভাৱ বিস্তাৰ কৰা মহাযান পন্থাৰ মূল কেন্দ্ৰও সম্ভৱতঃ এই উত্তৰবঙ্গৰ বিহাৰসমূহেই আছিল। ইয়াৰ ফলত বঙ্গ, বিহাৰ আৰু কামৰূপ তথা নেপালকে ধৰি বিশাল ভূ-খণ্ডত মহাযান সিদ্ধপুৰুষসকলৰ প্ৰভাৱ হৈ পৰিছিল আন্তৰ্জাতিক সমন্বয়ৰ সেতুৰ দৰে। একেজন সিদ্ধকে বঙ্গ আৰু অসমে বহু সময়ত ভুলক্ৰমে টনাটনি কৰাৰ কাৰণো এয়ে। ড. সুনীতি কুমাৰ চট্টোপাধ্যায়ে বাঙালী আৰু অসমীয়া ভাষাৰ উৎপত্তিৰ ক্ষেত্ৰত থকা উৎসৰ মিল সম্পৰ্কে অত্যন্ত সঠিক ভাবেই মন্তব্য প্ৰকাশ কৰি কৈছে যে চৰ্যাগীত, ডাকৰ বচন আৰু খনাৰ বচন আদি অসমীয়া ( কামৰূপী ) আৰু বাঙালী ভাষাৰ উমৈহতীয়া উৎস।**

কনকলাল বৰুৱা প্ৰমুখ্যে অসমৰ অগ্ৰজ বুৰঞ্জীবিদসকলে ভাষা-তাত্বিক তথা অন্যান্য উৎসৰ অধ্যয়নৰ আলমত লুইপাদ, মৎস্যেন্দ্ৰনাথ,

---

* দ্ৰষ্টব্য : আৰ্যাৰ লিপি, দি বুদ্ধ, ১৯৭৪, পৃঃ ১৮৫।

** The Place of Assam in the History of Civilization of India, দ্বিতীয় তাঙৰণ, পৃঃ ৩৬ দ্ৰষ্টব্য।

সৰহপাদ, নাগাৰ্জুন ঢেণ্ঢনপাদ, গোৰক্ষপাদ, দাৰিকপাদ, কাহ্নুপাদ, ডোম্বীপাদ, ভুসুকুপাদ, শান্তিপাদ, শৱৰপাদ, মহাধৰপাদ আদি সিদ্ধাচাৰ্য-সকলক কামৰূপৰ লোক বুলি দাবী কৰিছে।* প্ৰকৃততে ইয়াত নাম উল্লেখ কৰা আটাইকেই গৰাকী সিদ্ধাচাৰ্য কামৰূপৰ নহয়। কিন্তু একাংশ যে কামৰূপৰ আছিল তাক নিশ্চিত ভাবে দাবী কৰিব পৰা যুক্তি নোহোৱা নহয়। প্ৰকৃততে সুদীৰ্ঘকাল কামৰূপ, বঙ্গ, বিহাৰ আৰু নেপালত সিদ্ধাচাৰ্যসকলৰ ধৰ্ম চৰ্চাৰ অবাধ সুবিধা ৰাজনৈতিক কাৰণত সুচল হোৱা বাবে সিদ্ধাচাৰ্যসকলৰ প্ৰকৃত স্থান নিৰূপণ সহজ-সাধ্য নহয়। ভাষাতাত্বিক অধ্যয়নৰ ক্ষেত্ৰতো দেখা যায় বঙ্গৰ সুখ্যাত ভাষাতত্ববিদ কেইবাগৰাকীয়েও চৰ্যাগীতিবোৰ বঙ্গৰ আদি ভাষাৰ নিদৰ্শন বুলি দাবী কৰিছে। সম্ভৱতঃ ১৯০৪ চনত হৰপ্ৰসাদ শাস্ত্ৰীয়ে চৰ্যাচৰ্যবিনিশ্চয, দোহাকোষ, ( সৰোজ বজ্ৰ আৰু কৃষ্ণাচাৰ্যৰ ) আৰু ডাকাৰ্ণৱ নামৰ পুথি সংগ্ৰহ কৰি, ১৯১৬ চনত 'হাজাৰ বছৰেৰ পুৰাণ বাঙ্গালা ভাষায বৌদ্ধগান ও দোহা' নাম দি প্ৰকাশ কৰাৰ ফলত স্বাভাৱিকতে বাঙালী পণ্ডিতসকলৰ যুক্তিৰ বুনিয়াদ বলিষ্ঠ হয়। প্ৰকৃততে বিক্ৰমশীলাক কেন্দ্ৰ কৰি পাল বংশৰ নেতৃত্বত যি বঙ্গীয় ভাষা কৃষ্টিৰ তথা ধৰ্মৰ সূচনা হৈছিল তাৰ প্ৰভাৱ প্ৰাচীন কামৰূপত পৰিছিল। প্ৰাচীন কামৰূপৰ সিদ্ধাচাৰ্যসকল এই ক্ষেত্ৰত বঙ্গ, উৰিষ্যা, বিহাৰ তথা নেপাল, আৰু তিব্বতত বিয়পি পৰি ধৰ্ম প্ৰচাৰ তথা চৰ্চাৰ প্ৰয়াস কৰিছিল বুলি ভবাৰ থল আছে। ড. সুনীতিকুমাৰ চেটাৰ্জীৰ বাহিৰেও, ড. সুকুমাৰ সেন ** আৰু মহাপণ্ডিত ৰাহুল সাংকৃত্যায়নৰ মতে কামৰূপৰ ভাষাৰ লগত চৰ্যাপদৰ ভাষাৰ মিল আছে। ড. সেনৰ মতে ষষ্ঠদশ শতাব্দী পৰ্যন্ত অসমীয়া ( কামৰূপী ) আৰু বাঙালী ভাষাৰ মাজত থকা ওচৰসম্পৰ্কলৈ লক্ষ্য ৰাখি ক'ব পৰা যায় যে অসমীয়া-সকলৰ দাবী অযৌক্তিক নাছিল।**

---

* K. L. Baruah, Early History of Kamrupa, দ্বিতীয় তাঙৰণ, ১৯৬৬, পৃঃ ১০২।

** চৰ্যাগীতি পদাৱলী, ড. সুকুমাৰ সেন ১৯৬৬, ইষ্টাৰ্ণ পাব্লিচাৰ্চ দ্ৰষ্টব্য।

ভাষাতাত্বিক অধ্যয়নৰ ভিত্তিত অসমৰ ভাষাতত্ববিদসকলে চৰ্যাপদবিলাক প্ৰাচীন অসমীয়া ভাষাৰ সম্পদ বুলি দাবী কৰি আহিছে আৰু পাণ্ডিত্যপূৰ্ণ আলোচনাও এই ক্ষেত্ৰত আগবঢ়াইছে। 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চিনাকি' নামৰ গ্ৰন্থত ১৯৩২ চনতে শ্ৰীদেবানন্দ ভৰালী বি এ দেৱে দাবী কৰিছিল: "এই চৰ্যাপদ বিলাকত এনে কিছুমান ব্যাকৰণৰ গঢ় আৰু শব্দ আছে যি বিলাক বঙলা বা বিহাৰী ভাষাত হেৰাল কিন্তু যি বিলাক এতিয়া কেৱল অসমীযা ভাষাতহে চলি আছে। এতেকে এই পদ বিলাকত প্ৰাকৃত অসমীযাৰ অপভ্ৰংশৰ নমুনা পোৱা যায়।"* ড. বাণীকান্ত কাকতিদেৱে Assamese: Its Formation and Development গ্ৰন্থত ধ্বনিগত, ৰূপতত্বগত আৰু শব্দসম্ভাৰৰ বৈচিত্ৰ্যৰ বিশ্লেষণ কৰি দৃঢ়ভাৱে কৈছে যে:

"Certain phonological and morphological peculiarities registered in the Baudha dohās have come down in an unbroken continuity through early to modern Assamese."** ভাষাতাত্বিক দিশৰপৰা কৰা পাণ্ডিত্যপূৰ্ণ আলোচনাৰ ইয়াত পৰ্যালোচনা কৰা আমাৰ উদ্দেশ্য নহয়। আমি মাত্ৰ এই কথা দেখুৱাব খুজিছোঁ যে প্ৰাচীন কামৰূপত যিসকল সিদ্ধই মহাযান বৌদ্ধ ধৰ্মৰ আচাৰ গ্ৰহণ কৰিছিল তেওঁলোকে অপভ্ৰংশ 'সন্ধ্যা ভাষাৰ' জৰিয়তে অসমীয়া ভাষাক এটা উন্নততৰ পৰ্যায়লৈ উন্নীত কৰিছিল। শৈৱতন্ত্ৰ তথা শাক্ততন্ত্ৰৰ লগত বৌদ্ধতন্ত্ৰৰ সমন্বয় আৰু উত্তৰ বংগ তথা বিহাৰ আৰু উৰিষ্যাৰ ভাষাৰ লগত কামৰূপী ভাষাৰ সমন্বয় একেটা সমন্বয়মুখী সাংস্কৃতিক মুদ্ৰাৰ দুটা পিঠি মাত্ৰ। পিছৰ যুগত নৱবৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোঁতাসকলেও একে আদৰ্শকেই ভাৰতৰ বিশাল হাটলৈ বাট বুলিছিল।

* উক্ত গ্ৰন্থ, দ্বিতীয় সংস্কৰণ। পৃঃ ৬২-৭০ দ্ৰষ্টব্য।

** পৃঃ ১১, ১৯৮৭ তাঙৰণ।

## ষষ্ঠ অধ্যায়

### প্ৰথম ভাগ

# বৈষ্ণৱ পৰম্পৰা একেশ্বৰবাদ আৰু ৰাজতন্ত্ৰৰ পৃষ্ঠপোষকতা

অসমত আহোম-পূৰ্ব যুগত শাক্ত আৰু শৈৱতন্ত্ৰ তথা বৌদ্ধতান্ত্ৰিক আদৰ্শৰ প্ৰভাৱেই আছিল আটাইতকৈ শক্তিশালী। সৌমাৰত চুকাফাই ৰাজ্য প্ৰতিষ্ঠা কৰাৰ সময়ত চুতীয়াসকল আছিল শাক্ত আৰু তান্ত্ৰিক আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত, বাৰভূঞাসকল শাক্ত, কোঁচৰজা-সকল শাক্ত আৰু শৈৱ মতৰ দ্বাৰা প্ৰভাৱান্বিত, কছাৰী ৰজাসকলো শৈৱ তথা শাক্ত মতৰ দ্বাৰা প্ৰভাৱান্বিত। তথাপি অসমৰ ইতিহাসত দেখা যায় উপকথাৰ আশ্ৰয় নেলোৱাকৈও বৈষ্ণৱ মতৰ পৰম্পৰা যে শ্ৰীমন্ত শংকৰ দেৱৰ আৱিৰ্ভাৱৰ প্ৰায় এহেজাৰ বছৰমান আগৰপৰাই আৰম্ভ হৈছিল তাক দেখুৱাব পৰা যায়। উদাহৰণস্বৰূপে মহাভূতি বৰ্মাৰ বৰগংগা লিপিত কামৰূপেশ্বৰ মহাভূতি বৰ্মাৰ 'অমাত্য আৰ্যগুণৰ শিলা-লিপি এখনত ৰজাক 'পৰম ভাগৱত' বোলা হৈছে। সম্ভৱতঃ ভাস্কৰ বৰ্মনৰ বংশই নিজকে বৈষ্ণৱ বংশজ বুলি দাবী কৰাৰ কাৰণ হ'ল ভৌম বংশৰ প্ৰতিষ্ঠাতা নৰকৰ বৈষ্ণৱ সম্পৰ্ক। এই নৰক দ্বিতীয় বা তৃতীয় শতিকামানৰ আৰ্যীকৃত ব্ৰাত্য ৰজা হ'ব পাৰে।

ধৰ্মপালৰ পুষ্পভদ্ৰালিপিত ভূমি পোৱা মধুসূদনে 'বাল্যতঃ প্ৰভৃতি মাধৱ পাদ-পদ্ম-পূজা প্ৰপঞ্চ ৰচনা(?) সুচৰিতংচকাৰ' বুলি উল্লেখ কৰা হৈছে। ৰজা আছিল বৰাহৰ উপাসক,—'বসুমতী মণ্ডলালীঢ়দংষ্ট্ৰঃ' বৰাহৰ উপাসক মহাবৰাহ উপাধি লোৱা আন ৰজাৰ উল্লেখো অসমত পোৱা যায়। গোলাঘাটৰ দেওপানীৰ বিষ্ণুমূৰ্তি ৯ম

শতিকাৰ বুলি অনুমান কৰা হয়। অশ্বক্ৰান্তৰ অনন্তশায়ী বিষ্ণুমূৰ্তি দ্বাদশ শতিকাৰ বুলি অনুমান কৰা হয। এইবোৰে দেখুৱাই যে ৯ম শতিকামানৰ কোনো কছাৰী ৰজা আৰু একাদশ-দ্বাদশ শতিকাৰ কোনো কামৰূপ নৃপতি বৈষ্ণৱ আছিল।

কালিকা পুৰাণত বাসুদেৱ আৰাধনাৰ উল্লেখ আছে। ওম নমো ভগৱতে বাসুদেৱায় বুলি বাসুদেৱৰ আৰাধনা আৰম্ভ কৰা হয। বাসুদেৱৰ লগতে ৰাম, কৃষ্ণ, ব্ৰহ্মা, শম্ভু আৰু গৌৰীৰ অৰ্চনাও কৰা হয়। বাসুদেৱৰ আঠজন যোগী সহচৰ কালিকা পুৰাণত উল্লেখিত হৈছে: বলভদ্ৰ, কাম, অনিৰুদ্ধ, নাৰাযণ, ব্ৰহ্মা, বিষ্ণু, নৰসিংহ আৰু বৰাহ। মুখ্য দেৱতা বাসুদেৱ আৰু মূল দেৱী ( বাসুদেৱৰ সহচৰী ) বিমলা। সহচৰী যোগিনীসকল হ'ল উৎকৰ্ষিণী, জ্ঞেযা, জ্ঞানা, ক্ৰিয়া, যোগা, প্ৰাহবী, ঐশানী, অনুগ্ৰাহী। নিঃসন্দেহে এই যোগিনীৰ ৰূপ বিমূৰ্ত কল্পনাৰ প্ৰজ্ঞা। ফুল আৰু নিৰামিষ নৈবেদ্যৰে বাসুদেৱৰ পূজা চলিছিল। গদা, পদ্ম আদিৰ বাবেও স্বকীযা মন্ত্ৰ আছিল। যোগিনী আৰু সহচৰী তথা শিৱ-পাৰ্বতী আদি সহচৰ হিচাপে থকা এই বাসুদেৱ পূজাত তন্ত্ৰৰ প্ৰভাৱ বিদ্যমান। সম্ভৱতঃ এই বৈষ্ণৱ শক্তিবাদৰ আদৰ্শই অসমত ভৌম বংশৰ ৰাজত্ব প্ৰতিষ্ঠা কৰা নৰকাসুৰৰ বৈষ্ণৱ আদৰ্শৰ মূল। অসমৰ একাধিক চিন্তাশীল ব্যক্তিযে নৰকাসুৰৰ এই বৈষ্ণৱ আদৰ্শৰ স্খলনৰ কাৰণ হিচাপে ক'ব খোজে যে নৰকাসুৰৰ পূৰ্বে বৈষ্ণৱ আদৰ্শ অসমত নাছিল, গতিকে জন-জাতি ধৰ্মৰ প্ৰভাৱত এই বৈষ্ণৱ শক্তিবাদ তান্ত্ৰিক শক্তিবাদৰ হাতত বিলোপ হ'ল। কিন্তু বৈষ্ণৱ পৰম্পৰা (আৰ্য পৰম্পৰা ) দেখুৱাবৰ বাবে ৪ৰ্থ শতিকাৰ পিছৰ ৰজাসকলে নিজকে সদায় নৰকৰ ( বিষ্ণুৰ পুত্ৰৰ ) বংশধৰ হিচাপে চিহ্নিত কৰিছিল।*

---

* শ্ৰীপ্ৰতাপচন্দ্ৰ মহন্ত দেৱৰ মতে 'তাম্ৰ শাসনত ৰজাসকলে নিজকে বৰাহ-বিষ্ণুৰ সন্তান নৰকৰ বংশধৰ বুলি চিনাকি দিছে যদিও তেওঁলোকৰ সৰহ ভাগেই শৈৱহে আছিল। প্ৰকৃততে এই শৈৱধৰ্ম স্থানীয় আৰ্যেতৰ ধৰ্মৰ পৌৰাণিক ৰূপহে আছিল। 'মহাপুৰুষ শঙ্কৰদেৱ', ১৯৬৪ চনৰ সংস্কৰণ, পৃঃ ১২ দ্ৰষ্টব্য।

সন্তৱ পুৰণি মন-খ্‌মেৰ সকলৰ মাতৃপূজা আৰু পুৰাণি 'বোন' ধৰ্মৰ পিতৃ (বুঢা) পূজাৰ দৰে সুপ্ৰাচীন পূজাৰ পৌৰাণিক্ ৰূপত শিৱ আৰু মহেশ্বৰী, কামাখ্যা আদিৰ পূজাই প্ৰথম কামৰূপত প্ৰৱেশ কৰা বৈষ্ণৱ শক্তিবাদক মষিমূৰ কৰি পেলাইছিল। চতুষ্কোণ মণ্ডলাদি চক্ৰ (যন্ত্ৰ) নিৰ্মাণ এই বিষ্ণুপূজাৰ বাবেও কৰা হৈছিল।

কালিকাপুৰাণত পঞ্চ বৈষ্ণৱ পীঠ—(১) মণিকূটত হয়গ্ৰীৱ (হাজো), (২) মণিকূটৰ পূবত মৎসধ্বজ পৰ্বতত মৎস, (৩) ৰক্ষকূটত পাণ্ডুনাথ ভৈৰৱ ৰূপত মাধৱ, (৪) চিত্ৰশৈলত বৰাহ, দিক্কৰ বাসিনী অঞ্চলত বাসুদেৱৰ উল্লেখ আছে। এই বাসুদেৱ পূজা তান্ত্ৰিক পদ্ধতিৰে কৰা মতৰ লগত শ্ৰীমন্ত শংকৰ প্ৰচাৰিত বৈষ্ণৱ মতৰ পাৰ্থক্য সুস্পষ্ট। ড. বাণীকান্ত কাকতিদেৱে বাসুদেৱ পূজাৰ নিয়ম পাঞ্চৰাত্ৰ সংহিতাৰ মত বুলি পোনপটীযাভাবে উল্লেখ কৰিছে আৰু এই সংহিতাৰ মতত তান্ত্ৰিক মন্ত্ৰ আৰু যন্ত্ৰৰ প্ৰভাৱৰ কথা উল্লেখ কৰিছে। নতুন বৈষ্ণৱ ধৰ্ম এই তান্ত্ৰিক প্ৰভাৱৰপৰা মুক্ত বুলি অভিহিত কৰিছে।*

কালিকা পুৰাণত শাক্ততন্ত্ৰৰ প্ৰভাৱ সুস্পষ্ট। বাসুদেৱৰ পূজাও এই শাক্ততন্ত্ৰৰ আধাৰত প্ৰতিষ্ঠা কৰিবৰ বাবে ইযাত প্ৰচেষ্টা কৰা হৈছিল। শ্ৰীমন্ত শংকৰদেৱৰ বৈষ্ণৱ ধৰ্মত তান্ত্ৰিক শক্তিৰ স্থান নাই, ইযাত ভক্তি প্ৰধান আৰু শ্ৰীকৃষ্ণৰ বাল-লীলাৰ অমল ৰূপত ভক্তি আৰোপ কৰি নিষ্কাম ভক্তিৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰা হয।

শ্ৰীশংকৰদেৱৰ জন্ম হৈছিল ১৪৪৯ খৃঃত বৰদোৱাত। জাতত শ্ৰীশংকৰৰ উপৰি পুৰুষ বাৰভূঞাসকল আছিল কাযস্থ আৰু ধৰ্মত শাক্ত। শ্ৰীশংকৰদেৱ গুণৱান আৰু সংসাৰী আছিল। তেওঁ বিয়া

---

* The Mother Goddess Kamakhya, পৃঃ ৭০-৭১-৭৩ দ্ৰষ্টব্য।
"...the monotheistic Vaisnavism of the sixteenth century marks a complete breaking away from the influence of the Mother or other gods' পৃঃ ৭২।

কৰাইছিল চুবাৰকৈ। সৰুতেই পিতৃ আৰু মাতৃবিয়োগ হোৱা শ্ৰীশঙ্কৰে ১৪৭০ চনত একৈশ বছৰ বয়সত শিৰোমণি ভূঞাৰ দায়িত্ব গ্ৰহণ কৰিছিল আৰু প্ৰথমবাৰ বিবাহ কৰিছিল। বৈষ্ণৱসকলৰ বিশ্বাস অনুসৰি তেওঁ প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিছিল ১৪৮১ চনত, প্ৰথম পত্নী বিয়োগৰ পিছত তেওঁৰ বৈৰাগ্য জন্মিছিল আৰু বাৰ বছৰ কাল শ্ৰীক্ষেত্ৰ পুৰী আদিকে ধৰি কিছুমান স্থান ভ্ৰমণ কৰিছিল। সম্ভৱতঃ এই তীৰ্থ ভ্ৰমণকালতে শ্ৰীক্ষেত্ৰতে শ্ৰীশংকৰ দেৱৰ ভক্তি প্ৰধান নৱ-বৈষ্ণৱ ধৰ্মৰ লগত পৰিচয় ঘটিছিল আৰু ভাৰত ভ্ৰমণৰপৰা উভটি আহি ধৰ্ম প্ৰচাৰ আৰম্ভ কৰিছিল। শ্ৰীশংকৰ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল ১৫৪৬ চনৰ পিছত। কায়স্থ শিৰোমণি ভূঞা বংশৰ সংসাৰী নেতা শ্ৰীশংকৰে কি পটভূমিত নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰম্ভ কৰিছিল তাৰ সম্যক বিশ্লেষণ কৰিলে আমি দেখা পাওঁ যে শ্ৰীশংকৰৰ ৰাজত্বকালত সৌমাৰত আহোম ৰাজতন্ত্ৰৰ প্ৰসাৰ তথা পাইক প্ৰথা আৰু স্থায়ী কৃষিৰ সম্প্ৰসাৰণ দ্ৰুতগতিৰে আৰম্ভ হৈছিল। নগাওঁ জিলাত ইফালে কছাৰীসকলৰ শক্তি বৃদ্ধি হৈছিল আৰু ভূঞা ৰাজ্যত আক্ৰমণ চলাইছিল। শ্ৰীশংকৰে সম্ভৱতঃ কছাৰীসকলৰ আক্ৰমণত অতীষ্ঠ হৈ নাইবা আন কোনো কাৰণত বৰদোৱা এৰি আহোম ৰাজ্যত প্ৰৱেশ কৰে। আহোম ৰাজ্যত ১৫১৬ চনৰ পৰা ১৫৪৬ খৃষ্টাব্দ পৰ্যন্ত আহোম ৰাজ্যৰ ভিতৰত আছিল। আহোম ৰাজতন্ত্ৰৰ লগত বিবাদ উপস্থিত হোৱাত তেওঁ মাজুলীত স্থাপন কৰা বেলগুৰি সত্ৰ এৰি ভটিয়াই গৈছিল, ১৫৪৬ চনত কামৰূপত প্ৰৱেশ কৰিছিল, বৰপেটা আৰু পাটবাউসীত সত্ৰ পাতিছিল। পাটবাউসীৰ পৰা তেওঁ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল আৰু জীৱনৰ বাকী ছোৱা কাল কোচ ৰজা নৰ-নাৰায়ণৰ ৰাজ্যতে কটাইছিল। বৰদোৱা ত্যাগ কৰি তেওঁ পৰিণত বয়সত ( ৬৬ বা ৬৭ বছৰ বয়সত ) আহোম ৰাজ্যত প্ৰৱেশ কৰিছিল আৰু প্ৰায় ত্ৰিছ বছৰ কাল আহোম ৰাজ্যতে কটাইছিল। গতিকে

ডেৰকুৰি বছৰ আহোম ৰাজ্যত ধৰ্ম প্ৰচাৰ কৰাৰ পিছতহে শ্ৰীশংকৰদেৱ কোচৰাজ্যলৈ গৈছিল আৰু কোঁচ ৰাজ্যত ২২ বছৰ ধৰ্ম প্ৰচাৰ কাৰ্যত লিপ্ত আছিল। সৰ্বভাৰতীয় পটভূমি বিচাৰ কৰিলে আমি দেখা পাওঁ এই সময়ত মুছলমানসকলৰ দ্ৰুত সম্প্ৰসাৰণ ঘটিছিল। মুছলমানৰ একছত্ৰী শাসনত ভাৰতৰ ক্ষুদ্ৰ আৰু একতাহীন ৰাজ্যবোৰৰ ক্ৰমে পতন ঘটিছিল আৰু ইছলাম ধৰ্মৰ সম্প্ৰসাৰণ ঘটিছিল। পূজা প্ৰধান আৰু জাত বিভাজিত ব্ৰাহ্মণ্য ধৰ্ম তথা বংগ, বিহাৰ আৰু কলিংগত বিকৃতি ঘটি নিঃশেষ হোৱা মহাযান বৌদ্ধ ধৰ্মৰ কবলৰ পৰা মুক্ত হ'বলৈ ভাৰতৰ পূব অংশত ব্যাপক ধৰ্মান্তৰকৰণ আৰম্ভ হৈছিল। উত্তৰ বংগৰ ওদন্তপুৰী তথা বিক্ৰমশীল বৌদ্ধবিহাৰ আৰু শিক্ষাকেন্দ্ৰৰ ইতিমধ্যে পতন ঘটিছিল। বৈদিক ধৰ্মবিৰোধী অথচ বিকৃতি ঘটা মহাযান পন্থাৰ প্ৰভাৱ থকা এই অঞ্চলতে ইছলাম ধৰ্মৰ সম্প্ৰসাৰণ ঘটিছিল বেছি। ভাৰতত এই সময়ত নৱ-বৈষ্ণৱ ভক্তি মাৰ্গৰ বিকাশ ঘটিছিল মূলতঃ সহনশীলতা, ধৰ্মীয় উদাৰতা তথা সহজ ভক্তিমাৰ্গৰ আলমত। তুলনামূলকভাবে অসমৰ আহোম ৰাজ্য, কোচ ৰাজ্য আদিত হিন্দু ধৰ্মৰ প্ৰাধান্য তেতিয়াও অক্ষুন্ন আছিল। শাক্ত, শৈৱ আৰু বৌদ্ধ তন্ত্ৰৰ প্ৰভাৱত মানুহ তেতিয়াও অন্ধকাৰত বুৰগৈ আছিল। এই সৰ্বভাৰতীয় আৰু অসমৰ পটভূমিত শ্ৰীশংকৰদেৱে যি ধৰ্মৰ পাতনি মেলিছিল সি কেইবাটাও দিশৰ পৰা নতুন।

প্ৰথম কথা, শ্ৰীশংকৰ নিজে কায়স্থ আছিল, ভূমিৰ মালিকানাৰপৰা কছাৰীৰদ্বাৰা বিতাড়িত হৈছিল। প্ৰথম পতা সত্ৰৰপৰা আহোমৰ দ্বাৰা বিতাড়িত হৈছিল। কিন্তু ধৰ্ম প্ৰচাৰৰ কাৰ্যত ব্ৰতী শ্ৰীশংকৰে জাত-ভিত্তিক ঘৃণাৰ ভাব পোষণ কৰা নাছিল। বৰং ধনৰ কাৰণে ধৰ্ম কৰা ব্ৰাহ্মণ্য ধৰ্মৰ পুৰোহিত শ্ৰেণীৰ বিৰুদ্ধে তেওঁ একেধাৰে প্ৰচাৰ চলাই গৈছিল। কায়স্থ হৈও তেওঁ শাস্ত্ৰ চৰ্চা কৰিছিল আৰু সাধাৰণ মানুহৰ বাবে বুজি পোৱা ভাষাত শাস্ত্ৰ অনুবাদ কৰাই নহয়, সাধাৰণ মানুহে পালন কৰিব পৰাকৈ ভক্তি মাৰ্গৰ দুৱাৰো খুলি দিছিল।

দ্বিতীয়তে, একশৰণ নাম ধৰ্মত সকলো জীৱ পৰমাত্মাৰ অংশ হিচাপে ধৰা হৈছিল, সকলো জীৱৰে আত্মা ৰাম বুলি ধৰা হৈছিল, সকলো ভকত সমান বুলি গণ্য কৰা হৈছিল।

তৃতীয়তে, ধৰ্ম প্ৰচাৰৰ নিমিত্তে যি সত্ৰ প্ৰতিষ্ঠাৰ প্ৰক্ৰিয়া শ্ৰীশংকৰে আৰম্ভ কৰিছিল সি অসমৰ বুকুত এক নতুন সাংস্কৃতিক আন্দোলনৰ ভিত্তি প্ৰতিষ্ঠা কৰিছিল। কেৱলীয়া ভকত সকলৰ বাবে পুৰণি বৌদ্ধ বিহাৰৰ দৰেই সত্ৰসমূহ হৈ পৰিছিল ধৰ্ম আৰু সংস্কৃতিৰ মূল আধাৰ। ই অসমৰ জাতীয় সংস্কৃতিৰ বিকাশতো বলিষ্ঠভাবে অৰিহণা যোগালে। শ্ৰীশংকৰদেৱে অসমত ভক্তি-প্ৰধান নাম ধৰ্ম প্ৰচাৰৰ বাবে যি পৰম্পৰাৰ সূচনা কৰিলে, তাৰ পাতনি মহাপুৰুষ শ্ৰীশংকদেৱৰ পৰাই বুলি ধৰা হয়। ই হ'ল নিষ্কাম ভক্তি মাৰ্গ, 'মুক্তিতো নিস্পৃহ' ভক্তৰ স্থান এই ধৰ্মত সৰ্বাবো ঊৰ্ধ্বত।

শ্ৰীধৰ স্বামী, শংকৰাচাৰ্য, ভাস্কৰাচাৰ্য, নৃসিংহ পৰমানন্দ, ৰত্নভাৰতী, মহাভাৰতী, পুৰুষোত্তম ভট্টাচাৰ্য, বিষ্ণুপুৰী, ব্ৰহ্মানন্দ, জগদীশ মিশ্ৰ আদিৰ পৰম্পৰা শ্ৰীশংকৰদেৱৰ লগত সাধাৰণতে জোৰা দিয়াৰ চেষ্টা কৰা হয় যদিও, প্ৰত্যক্ষভাবে কোনো লোকৰপৰা শ্ৰীশংকৰে ধৰ্মৰ দীক্ষা লৈছিল বুলি প্ৰমাণ কৰিব পৰা নাযায়।* সুদীৰ্ঘকাল জোৰা তীৰ্থ ভ্ৰমণ, জগত সম্পৰ্কে নিজা বিশ্লেষণ শ্ৰীমন্ত শংকৰে স্বয়ং ভগৱান (শ্ৰীকৃষ্ণ), শুকমুনি আৰু সমস্ত জগতকে নিজৰ গুৰু বুলিছে। হৰমোহনৰ সামৰণিত—'শুনিযোক বুধ লোক নিন্দা নকৰিবা মোক যদি পোৱা পদত ভূষণ, আনি জগতৰে (সমস্তৰে) শিষ্য জানি কৰা বিমৰিষ মহন্তৰ ক্ষমাসে ভূষণ ॥'—এইদৰে উল্লেখ কৰাৰপৰা ধাৰণা হয় যে সমস্ত তীৰ্থ ভ্ৰমণ কৰি, নানা জ্ঞানী লোকৰ সংস্পৰ্শ লাভ শ্ৰীমন্ত শঙ্কৰে নিজৰ মত গঢ় দিছিল উপযুক্ত সংশ্লেষণৰ জৰিয়তেহে। বিভিন্ন পণ্ডিতে

* পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীৰ বৈষ্ণৱ ধৰ্মৰ ৰূপৰেখাৰ বিষয়ে উল্লেখ কৰা হৈছে।—গ্ৰন্থকাৰ।

শ্ৰীশংকৰদেৱৰ বিষয়ে ব্যাপক গৱেষণামূলক আলোচনা কৰিছে ; আমি তেওঁৰ ধৰ্মমতৰ বিষয়ে বহল আলোচনা কৰাৰ ইচ্ছা ইমানতে সামৰিছোঁ।

বলি-বিধান দিয়া আৰু ভ্ৰষ্টাচাৰী তান্ত্ৰিক, বামানয় শাস্ত্ৰে মুহি থকা বামাচাৰী, বৌদ্ধ মহাযানপন্থী তান্ত্ৰিক—এই সকলোৱে শ্ৰীমন্ত শঙ্কৰদেৱৰ বিৰোধী আছিল। মূল বৌদ্ধ ধৰ্মত যি তিনি ৰত্নৰ কথা কোৱা হৈছিল, সেই তিনি ৰত্ন বুদ্ধ, ধৰ্ম, সংঘৰ লগত প্ৰত্যক্ষ ভাবে সংঘাত বৈষ্ণৱ ভক্তি মাৰ্গৰ নাছিল , কিন্তু দৰ্শনৰ ফালৰপৰা শূন্যবাদী বৌদ্ধধৰ্মৰপৰা বৈষ্ণৱ ভক্তিমাৰ্গ সম্পূৰ্ণ পৃথক্, ইয়াত শূন্যতা পূৰ্ণ কৰিছে নিগুৰ্ণ, নিৰাকাৰ, নিষ্কাম পৰমেশ্বৰে। বৈষ্ণৱ ধৰ্মৰ চাৰি ৰত্ন গুৰু, দেৱ, নাম আৰু ভকতৰ ভিতৰত গুৰু আৰু দেৱ অভিন্ন কল্পনা কৰা হয়। পৰম গুৰু পৰমেশ্বৰ—"তুমিসে পৰম গুৰু গোপীনাথ এবেসে জানিলো আমি। তুমি প্ৰিয় আত্মা তথাপি নভজো কিনৌ মই অধোগামী।"—ভাগৱতৰ এই মতে চূড়ান্ত পৰ্যায়ত গুৰু আৰু পৰমেশ্বৰক অভিন্ন সূচাইছে। বৌদ্ধ ধৰ্মত বুদ্ধৰ কথা আছে, পৰমেশ্বৰৰ কথা নাই। মহাযান বৌদ্ধধৰ্মত অৱলোকিতেশ্বৰ তথা বোধিসত্বকে পূজা কৰাৰ বিধান সোমাই পৰে। কিন্তু নিৰ্ভেজাল ৰূপত গুৰু ( বুদ্ধত ) শৰণ লোৱাই নিৰ্বাণ লাভৰ উপায়। বৈষ্ণৱ ধৰ্মৰ নামৰ মৰ্যাদা বৌদ্ধ ধৰ্মৰ মৰ্যাদা। ভকতৰ মৰ্যাদা বৌদ্ধ ধৰ্মৰ সংঘৰ মৰ্যাদা। সাধাৰণ দৃষ্টিৰে সমাজৰ মৰ্যাদা। তত্বগত বিতৰ্কৰপৰা আঁতৰি লৌকিক পৰম্পৰাৰ স্তৰলৈ আনি চালে দেখা যায় যে গুৰু, দেৱ, নাম আৰু ভকতৰ লগত বুদ্ধ, ধৰ্ম, সংঘৰ মিল আছে। লৌকিক দৃষ্টিৰে চাবলৈ গ'লে যোগিনী তন্ত্ৰত ব্যাখ্যা কৰা তান্ত্ৰিক ধৰ্মতো গুৰুৰ স্থান অতি উচ্চত।* শ্ৰীমন্ত শংকৰদেৱে অসমৰ বাস্তৱ অৱস্থাটো অতি সম্যকভাৱে বুজিছিল আৰু লৌকিক পৰম্পৰাৰ বলিষ্ঠ উপাদানসমূহ বৈষ্ণৱ ভাগৱত আৰু সাত্বত তন্ত্ৰৰ মূল মতৰ লগত সংগতি ৰাখি ধৰ্ম প্ৰচাৰৰ মূল আহিলা তথা মানৱ

মুক্তিৰ মূল আহিলা ( ৰত্ন ) হিচাপে গ্ৰহণ কৰিছিল। ফলত নৱম শতিকাৰপৰা চতুৰ্দশ শতিকা পৰ্যন্ত পৰম ভ্ৰষ্টাচাৰী হৈ পৰা তান্ত্ৰিক ধৰ্মৰ কবলৰপৰা সাধাৰণ মানুহক উদ্ধাৰ কৰিবলৈ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰচেষ্টা সহজসাধ্য নহলেও সফল হৈছিল।

আৰ্থ-সামাজিক ক্ষেত্ৰত অস্থিৰতা, নিষ্পেষণ তথা মানুহ আৰু মানুহৰ মাজত বিচ্ছিন্নতা বাঢ়িলেই সাধাৰণতে আধ্যাত্মিক ভাৱৰ মানুহৰ সংসাৰৰ প্ৰতি বৈৰাগ্য জন্মে। বিষয়-সম্পত্তি, পুত্ৰ-পৰিবাৰ সকলো অসাৰ বুলি গণ্য কৰি আত্মিক মুক্তিৰ বাবে প্ৰচেষ্টা কৰে। অসমত স্থায়ী কৃষিৰ সম্প্ৰসাৰণ আৰু জন-জাতি ৰাজ্যসমূহকে ধৰি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যবোৰ আহোম ৰাজতন্ত্ৰই গ্ৰাস কৰাৰ পিছত আৰু অত্যন্ত কঠোৰ পাইক-প্ৰথা প্ৰচলিত কৰাৰ পিছত স্বাভাৱিকতে ৰাজতন্ত্ৰৰ কবলৰ পৰা মুক্তিৰ বাবে ধৰ্মত সৰণ লোৱা আৰু ভকতৰ সংগ সুখ লভি সংসাৰৰ দুখ দূৰ কৰাৰ বাহিৰে আন পথ খোলা নাছিল। আধ্যাত্মিক মুক্তিৰ প্ৰচেষ্টাত ব্ৰতী লোকৰ সংখ্যা মূলতঃ গুৰুত্বপূৰ্ণ অৰ্থ-নৈতিক তথা সামাজিক সংঘাতৰ যুগতে বেছি হয়।

শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্মমত উদাৰ আৰু ভক্তি প্ৰধান, প্ৰত্যক্ষভাৱে ৰাজ পৃষ্ঠপোষকতা শংকৰদেৱে বিচৰাৰ প্ৰমাণ নাই। কিন্তু পৰোক্ষভাৱে একচ্ছত্ৰী ৰাজতন্ত্ৰৰ প্ৰতি শ্ৰীশংকৰদেৱৰ আস্থা নাছিল বুলি ক'ব পৰা নাযায়। পৌত্তলিকতা আৰু জন-জাতি সমাজৰ তুলনাত একচ্ছত্ৰী ৰজাৰ শাসন আৰু ভাৰতীয় পৰম্পৰাৰ প্ৰতি আস্থা শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন-দৰ্শনত প্ৰতিফলিত হয়। শ্ৰীমন্ত শঙ্কৰদেৱে ৰজা নৰনাৰায়ণক শৰণ দিয়া নাছিল; কিন্তু ৰাজবন্দনা কৰি ৰচনা কৰা এটা ভটিমা পোৱা গৈছে যি ৰাজতন্ত্ৰৰ প্ৰতি থকা শ্ৰীমন্ত শংকৰদেৱৰ আস্থা প্ৰকাশ কৰে। 'জয় জয় মল্ল নৃপতি ৰসজান' বুলি আৰম্ভ কৰা ভটিমাৰ বক্তব্য মহাৰাজ নৰনাৰায়ণৰ ৰস-গ্ৰাহিতা আৰু বীৰ প্ৰশস্তিৰ উদাহৰণ বুলি

ক'ব পৰা যায়।* ইয়াৰ বাহিৰে ৰাজ-প্ৰশস্তিৰ কোনো ধৰণৰ প্ৰমাণ শ্ৰীশংকৰদেৱৰ জীৱনত পোৱা নাযায়।

সত্ৰ-সংস্কৃতিৰ ভিত্তি প্ৰতিষ্ঠাৰ ক্ষেত্ৰত, অসমীয়া ভাষা আৰু নাট্য সাহিত্যৰ ক্ষেত্ৰত তথা অসমীয়া সমাজত উদাৰতাৰ সোঁত প্ৰৱাহিত কৰাৰ ক্ষেত্ৰত শ্ৰীমন্ত শংকৰদেৱৰ অৱদানেই মধ্যযুগত আটাইতকৈ বেছি।

## দ্বিতীয় ভাগ

## ৰাজ পৃষ্ঠপোষকতা

নৰনাৰায়ণৰ মৃত্যুৰ পিছত হিন্দু সমাজ আৰু সংস্কৃতিৰ ত্ৰাণকৰ্তা হিচাপে অসমত আহোম ৰাজতন্ত্ৰৰ প্ৰভাৱ হৈ পৰিছিল সৰ্বাপেক্ষা বেছি। অসমৰ আহোম ৰাজ্যৰ বুকুত শ্ৰীশংকৰদেৱৰ পিছৰ যুগৰ বৈষ্ণৱ গুৰুসকলে পূৰ্ণোদ্যমে সত্ৰ-প্ৰতিষ্ঠা কৰিবলৈ লাগি গৈছিল। ১৬৫০ চন মানৰ ভিতৰতে আহোম ৰাজতন্ত্ৰৰ ভিতৰত সত্ৰীয়া সংস্কৃতিৰ প্ৰভাৱ প্ৰৱলভাবে পৰিবলৈ ধৰিছিল। ভূমি-সম্পত্তি লাভ কৰি সত্ৰসমূহ হৈ পৰিছিল বিপুল পৰিমাণৰ ভূমিৰ মালিক। বুৰঞ্জীৰ তথ্য-পাতি অনুসৰি কমলাবাৰী সত্ৰৰ খাজনা ৰহিত ভূমি আছিল ৫,৯০০ একৰ। শিৱসাগৰ জিলা গেজেটিয়াৰ আৰু ইম্পেৰিয়েল গেজেটিয়াৰ অনুসৰি আউনিআটি সত্ৰৰ ভূমিৰ পৰিমাণ ২২০০০ একৰ। দক্ষিণ পাট সত্ৰৰ ভূমিৰ পৰিমাণ আছিল ১০,৪০০ একৰৰ পৰা ১২,০০০ একৰৰ ভিতৰত। আন এখন প্ৰচুৰ ৰাজপৃষ্ঠপোষকতা পোৱা সত্ৰ আছিল গড়মূৰ। আউনিআটি, গড়মূৰ আৰু দক্ষিণপাট—এই সত্ৰ কেইখনে

---

* ড. মহেশ্বৰ নেওগ দেৱে "ইয়াত মহাৰাজ নৰনাৰায়ণৰ ৰসগ্ৰাহিতা আৰু বীৰ-বিক্ৰমৰ প্ৰশস্তি পোৱা হৈছে।" বুলি বক্তব্য দাঙি ধৰিছে। দ্ৰষ্টব্য : অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ৯০।

পৃষ্ঠপোষকতা লাভ কৰিছিল জয়ধ্বজ সিংহৰপৰা। চক্ৰধ্বজ সিংহয়ো বিস্তৰ ভূমি দক্ষিণপাট সত্ৰক দান কৰিছিল। শ্ৰীশ্ৰীবনমালী দেৱৰ চৰিত পুথি মতে জয়ধ্বজ সিংহই মৃত্যুৰ আগতে বনমালি দেৱৰ হাততে সিংহাসন অৰ্পণ কৰিছিল। ইযাৰ অৰ্থ সম্ভৱ এইটোও হ'ব পাৰে যে এই সময়ত সত্ৰৰ লগত (গুৰুৰ লগত) আলোচনা কৰিহে ৰজাও চলিছিল। উদযাদিত্য (১৬৬৯-৭৩ খৃঃ)-ৰ দিনত ডা-ডাঙৰীয়া, মহন্ত, ঠাকুৰ আদিযেও পৰমানন্দ বৈৰাগী নামৰ সন্ন্যাসীৰ শৰণ ল'ব লগা হৈছিল। ফলত মহন্তৰ সম্মান ৰক্ষাৰ বাবে, সৌকাজানৰ মহন্তৰ শিষ্য ডেবেৰাই উদয়াদিত্যক হত্যা কৰিবলৈ ষডযন্ত্ৰ কৰিছিল বুলি ভাবিবৰ থল আছে। ধৰ্মৰ বাবে প্ৰাণ আহুতি দিয়া দ্বিতীয়জন ৰজা ছুৰ্জিন ফা (১৬৭৫-১৬৭৭ খৃঃ)। চুজিনফাৰ বেঙেনা আটিৰ মহন্তৰ লগত ওচৰ সম্পৰ্ক আছিল।* সম্ভৱতঃ সৌকাজানৰ মহন্তৰ শিষ্য ডেবেৰাই আন মহন্তৰ শিষ্য ৰজাসকলক গুফৰাবলৈ চেষ্টা কৰিছিল। ৰজা ৰামধ্বজ সিংহ আছিল নৰোৱা মহন্ত শিষ্য। এই কালছোৱাৰ অত্যন্ত প্ৰভাৱশালী ৰাজমন্ত্ৰী তপতন বুঢাগোহাঞি আছিল কাল সংহতিৰ ম'ৰা মৰা সত্ৰৰ শিষ্য। ১৬৭৯ চনত ৰজা হোৱা চুলিকৃফা আছিল দক্ষিণপাট সত্ৰৰ শিষ্য। হৰনাথ বৰুৱা সদৰামিনৰ বুৰঞ্জীমতে গদাধৰ সিংহক ৰজা পতাৰ বিৰুদ্ধে বন্দৰ বৰফুকনৰ ত্যাগত দক্ষিণপাটৰ গোসাঁযে মত প্ৰকাশ কৰিছিল।** নিজৰ শিষ্য ৰাজপাটত থকা বাবে মহন্তই নিজেই সিংহাসনত থকা বুলি ভাবিছিল। দক্ষিণপাটৰ শিষ্য চুলিকৃফাৰ ৰাজত্বৰ শেষৰ ফালে অসমত সত্ৰৰ সংখ্যা আছিল ২০০০ খন।

ওপৰোক্ত আলোচনাৰ পটভূমিত আমি ক'ব পাৰোঁ যে জযধ্বজ সিংহৰ ৰাজত্বকালৰপৰা চুলিকৃফা ল'বা ৰজাৰ ৰাজত্বকাললৈকে

* দ্ৰষ্টব্য : (১) পুৰণি অসম বুৰঞ্জী, পৃঃ ১৫০, (২) আহোম বুৰঞ্জী গোলাপ চন্দ্ৰ বৰুৱা।

** সদৰামিনৰ বুৰঞ্জী, পৃঃ ৫৭।

সম্প্ৰসাৰিত হোৱা সত্ৰৰ শক্তিয়ে আহোম ৰাজতন্ত্ৰৰ ওপৰত পূৰ্ণপ্ৰভাৱ বিস্তাৰ কৰিছিল আৰু ইয়াৰ ফলত আহোম ৰাজতন্ত্ৰ আত্মক্ষয়ী সংঘাতত লিপ্ত হৈ বিপৰ্যস্ত হ'ব লগা হৈছিল। নিজ নিজ সত্ৰ তথা গুৰুৰ মাহাত্ম্য বঢাবৰ বাবে প্ৰত্যেক ডা-ডাঙৰীয়া আৰু ৰজাই চলোৱা প্ৰচেষ্টাৰ কাৰণেই মূলতঃ অশান্তিৰ সূত্ৰপাত হৈছিল।

তুংখুঙীয়া বুৰঞ্জীমতে গদাধৰ সিংহৰ ৰাজত্বকালত সত্ৰসমূহৰ বেছি-ভাগেই অবদমনৰ বলি হৈছিল। ঐশ্বৰ্যৰ প্ৰতি মোহগ্ৰস্ত কিম্বা অসৎ বুলি ভবা সকলোকে ৰজাই শাস্তি বিহিছিল।* বিষয় সম্পত্তি আৰু ঐশ্বৰ্য বিভূতিৰে সত্ৰসমূহ ৰজাৰ দৰে আছিল। ফলত ৰাজশক্তিৰ লগত ক্ষমতাৰ দ্বন্দ্ব সূচনা হৈছিল। ৰাজতন্ত্ৰই সত্ৰক সদায় মিত্ৰ হিচাপে বিচাৰিছিল আৰু সেই উদ্দেশ্যে সত্ৰাধিকাৰ নিৰূপণৰ ক্ষেত্ৰত ৰজাই সুবিধা পালে প্ৰভাৱ বিস্তাৰ কৰিছিল। উদাহৰণস্বৰূপে আউনি-আটী সত্ৰৰ গুৰু নিৰঞ্জন দেৱৰ ক্ষেত্ৰত ভগা ৰজাৰ অনুমোদন আৰু পিছত কেশৱ দেৱক অধিকাৰ মনোনীত কৰোতে ৰাজ অনুমোদন বিচৰাটোৱে** ৰাজশক্তিৰ প্ৰাধান্যৰ কথাই সূচায়। সম্ভৱতঃ সত্ৰৰ ভকতৰ সংখ্যা বিপুলভাবে বৃদ্ধি পোৱা ঘটনাটো ৰাজতন্ত্ৰই সহজভাবে গ্ৰহণ কৰা নাছিল , কাৰণ, ভকতৰ সংখ্যা বৃদ্ধি মানেই পাইকৰ সংখ্যা হ্ৰাস পোৱা। গতিকৈ ৰজাই হাজাৰ হাজাৰ ভকতক ধৰি আনি সত্ৰৰ বাহিৰত পাতিছিল।*** গদাধৰ সিংহৰ দিনত সত্ৰৰ প্ৰতিপত্তি প্ৰায় লুপ্ত হৈছিল। পুত্ৰ ৰূদ্ৰসিংহই অৱস্থাটো সলনি কৰিলে আৰু সত্ৰসমূহক পুনৰ প্ৰতিষ্ঠা কৰি ১২৮০ খন 'এটকা' মহন্তৰ সত্ৰ পুনৰ প্ৰতিষ্ঠা কৰিছিল। ৰূদ্ৰসিংহই অকল সত্ৰ পুনৰ প্ৰতিষ্ঠা কৰাই নহয়

* তুংখুঙীয়া বুৰঞ্জী, পৃঃ ১৪-১৫।

** দ্ৰষ্টব্য : আউনীআটী সত্ৰৰ বুৰঞ্জী, তীৰ্থনাথ শৰ্মা, ১৯৭৫, পৃঃ ১১৬।

*** (১) দক্ষিণ পাট সত্ৰৰ বুৰঞ্জী, বেণুধৰ শৰ্মা, পৃঃ ৫২। (২) লিখকৰ অসমৰ অৰ্থনৈতিক ইতিহাস পৃঃ ৮৩-৮৯ দ্ৰষ্টব্য।

বঙ্গৰপৰা শাক্ত গোসাঁইক আদি অসমত প্ৰতিষ্ঠা কৰিছিল। দৌল-দেৱালয়ৰ ব্ৰাহ্মণ, পুৰোহিত আদিকো ৰুদ্ৰসিংহই সুপ্ৰতিষ্ঠিত কৰিছিল। যোগেশ্বৰ দৌলত ৩৪ বিঘা, নন্দিকেশ্বৰত ১০৬৪ বিঘা, সৌভাগ্য মাধৱত ৬৫৮ বিঘা, ধান্দি দৌলত ২০৫ বিঘা, ফুলবাৰী দৌলত ৫২৩ বিঘা, হ'লেশ্বৰ দেৱালয়ত ৮৫৪ বিঘা মাটি ৰুদ্ৰসিংহই দান কৰিছিল।* ৰজা শিৱসিংহৰ দিনৰপৰা শাক্ত গোসাঁইসকলে ক্ৰমান্বয়ে অধিক ৰাজ-পৃষ্ঠপোষকতা লাভ কৰিছিল। প্ৰমত্ত সিংহৰ দিনত চাৰি হাজাৰ চাৰিশ আঠাশীপুৰা ভূমি—পৰ্বতীয়া গোসায়ে পাইছিল।** লক্ষ্মী সিংহৰ দিনত শাক্ত গোসাঁই ন-গোসাঁয়ে ৰাজ পৃষ্ঠপোষকতা পাইছিল।

আহোম ৰজাসকল ধৰ্মীয় দৃষ্টি-ভঙ্গীৰ ফালৰ পৰা উদাৰ আছিল আৰু হিন্দু পৰম্পৰা ৰক্ষা কৰাটো নিজৰ দায়িত্ব হিচাপে গ্ৰহণ কৰিছিল। এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি ড. সুনীতি কুমাৰ চেটাৰ্জীয়ে, ৰুদ্ৰসিংহৰ মূল্যায়ন কৰিছে এইদৰে :"...he conceived of the idea of a concerted action against the Moguls in Bengal and Eastern India by building up a sort of confederacy among the Hindu princes and feudatories as well as big barons of Bengal and Bihar,"*** আহোম ৰজাসকলৰ এই হিন্দু ধৰ্ম তথা সমাজক পৃষ্ঠপোষকতা কৰাৰ মানসিকতাৰ বাবেই একালে শক্তিশালী ৰাজ্য এখন ছ-শ বছৰ ধৰি চলাই ৰখা সম্ভৱ হৈছিল, আনহাতে ইয়াৰ ফলতে শাক্ত আৰু বৈষ্ণৱৰ সংঘাত তথা জাত বিভক্ত সমাজৰ সংঘাত অসমৰ বুকুত দৃঢ়ভাবে খোপনি পুতিবলৈ সক্ষম হৈছিল।

---

* দ্ৰষ্টব্য : ইতিহাসে সোঁৱৰা ছশটা বছৰ, ৺সৰ্বানন্দ ৰাজকুমাৰ, পৃঃ ৪৩১।

** উক্ত গ্ৰন্থ, পৃঃ ৪৩৯।

*** ড. সুনীতি কুমাৰ চট্টোপাধ্যায় The Place of Assam in the History of Civilization of India, ১৯৭০, পৃঃ ৪৮।

### তৃতীয় ভাগ

## ভূমি গতি আৰু প্ৰান্তীয় জন-গোষ্ঠীসমূহৰ আৰ্যীকৰণ

'যত জীৱ জংগম, কীট পতংগম, অগ নগ জগ তেৰি কায়া' বুলি বিশ্বাস কৰা নৱ-বৈষ্ণৱ মতত সকলো ভকতৰ স্থান সমান। ভকতে ভকতক 'আতাই' সম্বোধন কৰাৰ পৰা ধৰিব পাৰি যে তথাকথিত জাত বা বৰ্ণৰ পাৰ্থক্যতকৈ এই আত্মপৰিচয়ৰ মূল আছিল ধাৰ্মিক আত্মিক পৰিচয়হে।* গোপালদেৱৰ দিনত সাধাৰণ মানুহ, তাঁতী, কৃষক, কাম কৰি খোৱা মানুহ আদিৰ মাজত বৈষ্ণৱ ধৰ্ম বিপুল জনপ্ৰিয় হৈ পৰিছিল।** চৰিত পুথিৰপৰা জনা যায় যে সাধাৰণ দ্ৰব্যসমূহো সাধাৰণ ভকতৰ লগত সমানে ভাগ কৰি লোৱাৰ নীতি প্ৰচলন হৈছিল।

'গোপালে বোলন্ত আৰু মোক যদি দিব।
সাত কুৰি ভকতৰ সবাকো লাগিব।'

গোপালদেৱৰ এই সকলো ভকতৰ প্ৰতি থকা সমতাপূৰ্ণ চিন্তাই সাধাৰণতে ভকতৰ চিত্তত সমতাৰ ভাব জাগ্ৰত কৰিছিল। গোপালদেৱে যদুমণিদেৱক দিয়া তিনিটি উপদেশ আছিল :

(১) 'তুপৰৰ চাউলমুঠি গধুলাক
লাগি নসাঞ্চিবা।'

(২) 'তযু বস্ত্ৰ সাজ যিখানি মিলয়
মানে স্ত্ৰীক ভণ্ডাৰী নপাতিবা।'

---

* (১) আতা শব্দ আত্মাৰ সৰলীকৰণ বুলি বহুতে ক'ব খোজে। দ্ৰষ্টব্য : মায়ামৰা সত্ৰ সমাজ : ভাষণ আৰু প্ৰবন্ধ, ১৯৮১, পৃঃ ৬০। (২) "যাৰপৰা আত্ম পৰিচয় হয় তেবাকহে 'আতা' বোলা হয়।" মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱ চৰিত্ৰ, ১৯৭৮, পৃষ্ঠা (ম) দ্ৰষ্টব্য।

** মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱ চৰিত্ৰ, পৃঃ ১৮৭-১৮৮ দ্ৰষ্টব্য।

(৩) 'আৰো তুমি সি ৰাজ্যত
সম্পত্তিক লভিবাহা তাতো মোৰ
বচন নেৰিবা।'

এইদৰে দেখা যায় যে সম্পত্তিৰ মোহ নথকা প্ৰথম যুগৰ নৱ-বৈষ্ণৱ আদৰ্শৰ গুৰুসকল আছিল নিৰ্মোহ আৰু সমতাৰ আদৰ্শৰ প্ৰতি আস্থাশীল।

পিছলৈ অৱশ্যে ৰাজ-পৃষ্ঠপোষকতা লাভ কৰা মহন্তসকলে বিষয়-সম্পত্তিৰ মোহত পৰি ৰাজ-অনুগ্ৰহৰ প্ৰাৰ্থী হৈ পৰিছিল। ইযাৰ ফলত সত্ৰৰ লগত সত্ৰৰ সংঘাত বৃদ্ধি পাইছিল।

মায়ামৰা মহন্তৰ ঐতিহ্য অনিৰুদ্ধদেৱৰপৰা আৰম্ভ হয়। এই মঁয়ামৰীয়াসকলৰ অনিৰুদ্ধদেৱে 'ধাতু তাম্ৰাক্ষৰী কল্পতৰু শাস্ত্ৰ' অনুসৰি মন্ত্ৰ চৰ্চা কৰি ধৰ্ম প্ৰৱৰ্তাইছিল বুলি জনা যায়। অনিৰুদ্ধদেৱে ধৰ্মমতৰ ক্ষেত্ৰত বোধ হয় আটাইতকৈ উদাৰ আছিল। ভক্তি মংগল ঘোষাত নাম ধৰ্মৰ মাহাত্ম্য প্ৰকাশ কৰি অনিৰুদ্ধদেৱে কৈছিল :

জাতি কুলাচাৰ নিয়ম সংযম
কিছুকো বাট নচাই।
মহিমা জানিলে মাত্ৰকে তৰয
নাহিকে আজ সংশয।

জাত, কুল, আচাৰ নাম ধৰ্মৰ ক্ষেত্ৰত একো বাধা নহয। এই কালসংহতিৰ সত্ৰ আৰু মাযামৰীয়া সত্ৰৰ উদাৰ সাম্যবাদী ভাবৰ কথা ড. মহেশ্বৰ নেওগদেৱে বহলাই আলোচনা কৰিছে।** মাযামৰীযা মহন্তৰ শিষ্যৰ মাজত নদীয়াল, বৃত্তিয়াল আদি সাধাৰণ মানুহখিনি সহজেই অন্তৰ্ভুক্ত হৈ পৰিছিল। মায়ামৰা মহন্ত জয়ৰাম-দেৱে ৰজা জয়ধ্বজ সিংহক শৰণ দিবলৈ অস্বীকাৰ কৰিছিল। *গদাধৰ

* মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱ চৰিত্ৰ, পৃঃ ২৭—পৃঃ ৩৬।
** দ্ৰঃ শ্ৰীশ্ৰীশংকৰদেৱ, ষষ্ঠ খণ্ড, ড. মহেশ্বৰ নেওগ সম্পাদিত।

সিংহৰ দিনত মাযামৰীযা মহন্ত ৰঘূনন্দন বৈকুণ্ঠনাথ, পুৰণি মাটি সত্ৰৰ মধাই আৰু সদাই ৰাজ-ৰোষৰ বলি হৈছিল। ছয় বছৰ ধৰ্মগুৰু নোহোৱাকৈ থাকি চতুৰ্ভুজদেৱ মাযামৰীযা মহন্ত হিচাপে অভিষিক্ত হৈছিল। মায়ামৰীযা মহন্তৰ শিষ্যসকল মূলতঃ একনিষ্ঠ হোৱা বাবে প্ৰথমৰে পৰাই ৰাজৰোষৰ বলি হৈছিল। প্ৰতাপ সিংহৰ দিনত চাৰিজন ভকতৰ প্ৰাণদণ্ড, নিত্যানন্দদেৱৰ প্ৰাণদণ্ড আদিয়েই তাৰ প্ৰমাণ। প্ৰথম মায়ামৰীযা বিদ্ৰোহৰ অন্তত চৈধ্য বছৰ ধৰি মাযামৰা সত্ৰত গুৰু নাছিল। পীতাম্বৰ গোসাঁইক আহোম ৰজাই পুনৰ গুৰু হিচাপে প্ৰতিষ্ঠা কৰিছিল।

যি সকল মহন্তই নিজৰ ধৰ্মীয় গোড়ামতৰ বাবে ৰাজৰোষৰ বলি হৈছিল তাৰ ভিতৰত মাযামৰীযা মহন্তই প্ৰধান আৰু পিছলৈ দেখা যায় মাযামৰীয়া মহন্তৰ শিষ্যসকলেই মাযামৰীয়া প্ৰজা বিদ্ৰোহৰো গুৰি ধৰিছিল। অষ্টভুজদেৱৰ দিনৰপৰা মাযামৰীযা মহন্তৰ প্ৰভাৱ মৰাণসকলৰ মাজত প্ৰবল হৈ পৰিছিল।* মৰাণৰ বাহিৰেও মাযামৰীয়া মহন্তৰ শিষ্যৰ মাজত আহোম, চুতীযা, কোঁচ, কৈৱৰ্ত, নদীযাল তথা আন বৃত্তিয়াল আৰু কলিতা আদি সকলো জনগোষ্ঠীৰ লোক আছিল।

মাযামৰীযা মহন্তই ৰাজপৃষ্ঠপোষকতা পোৱা নাছিল (বা বিচৰা নাছিল) যদিও শিষ্যৰ মাজত সম্ভ্ৰান্ত পৰিযালৰ মানুহ আছিল। ১৭৪৮-১৭৭০ চনৰ ভিতৰত অষ্টভুজ মাযামৰীযা গোসাঁইৰ জীৱন-কালত মায়ামৰীয়া শিষ্য আছিল ৮ লাখ।** এই হিচাপ যথেষ্ট স্ফীত বুলি ধৰিলেও আমি এটা কথাত নিঃসন্দেহ হ'ব পাৰোঁ যে

* দ্ৰষ্টব্য: মৰাণ, মটক, মায়ামৰা, শ্ৰীকুমাৰ দহোটীয়া, ১৯৮১ পৃঃ ১৩৭-১৩৮।

** এই হিচাপ প্ৰবাদ যুক্ত। কাৰণ, ৰুদ্ৰসিংহৰ সমস্ত শক্তি আহৰণ কৰি গোটোৱা সৈন্য সংখ্যা আছিল ৪ লাখ মাত্ৰ। উক্ত তথ্য 'বংশাৱলী পুথি'ত থকা ৰৰভেটি নিৰ্মাণৰ বহল কাহিনীৰ আধাৰত দিয়া হৈছে। —গ্ৰন্থকাৰ।

মায়ামৰীয়া গোসাঁইৰ শক্তিৰ প্ৰতি ভীত হৈ ৰজাই শাক্ত আৰু আন বৈষ্ণৱ গোসাঁইক বিশ্বাসত লৈ তিষ্ঠি থাকিবলৈ চেষ্টা কৰিছিল। আমি ইয়াত মায়ামৰীয়া বিদ্ৰোহৰ বিষয়ে বহুল আলোচনা কৰিব খোজা নাই। আমি এই আলোচনা কৰিছো মূলতঃ এইটো দেখুৱাবৰ বাবেহে যে মায়ামৰীয়া বিদ্ৰোহৰ প্ৰাক্‌কালত সাধাৰণ প্ৰজাৰ বুজন অংশৰ ওপৰত মহন্তৰ প্ৰভাৱ আছিল ব্যাপক। ৰাজতন্ত্ৰৰ লগত ইয়াৰ ফলত দ্বন্দ্ব হৈ পৰিছিল অত্যন্ত ব্যাপক।

১৭৬৯ চনৰ পৰা ১৮০৫ চন পৰ্যন্ত মায়ামৰীয়া মহন্তৰ শিষ্যসকলৰ নেতৃত্বত উপৰ্যুপৰি বিদ্ৰোহৰ ফলত আহোম ৰাজতন্ত্ৰৰ মূল ভিত্তি পাইক প্ৰথাৰ পতন ঘটিল। ১৭৯৪ চনত কেপ্তেন ওৱেলচ অসমৰপৰা ঘূৰি যোৱাৰ লগে লগে ৰাজমন্ত্ৰী বুঢ়াগোহায়ে ইংৰাজৰ আৰ্হিৰে সৈন্যবাহিনী গঠন কৰিলে—অৰ্থাৎ, আহোম ৰাজতন্ত্ৰৰ পাইক প্ৰথাৰে গঠন কৰা মজুৰিহীন সৈন্যবাহিনীৰ ঠাইত ১৭৯৪ চনৰ পিছৰ চমু শাসন কালত আৰম্ভ হ'ল দৰ্মহা দি সৈন্যবাহিনী চলোৱাৰ এটা নতুন যুগৰ সূচনা। পাইক প্ৰথা আনুষ্ঠানিক ৰাষ্ট্ৰীয দাস প্ৰথা আছিল, ভিতৰি ভিতৰি ক্ষুব্ধ হৈ পৰা প্ৰজা বিদ্ৰোহৰ ফলত এই ব্যৱস্থা ধ্বংস হোৱাৰ ফলত মজুৰি ব্যৱস্থাৰ প্ৰচলনৰ বাবে পথ মুকলি হ'ল।*

ৰাষ্ট্ৰীয় আনুষ্ঠানিক দাসপ্ৰথাৰ ভিত্তিত গঢ় 'লোৱা এই কৃষ্টি এই দৰেই উপৰ্যুপৰি প্ৰজা বিদ্ৰোহৰ মাজত শেষ হ'ল। বিদ্ৰোহৰ অন্তত মায়ামৰীযা পন্থাৰ সত্ৰবোৰ কিন্তু তুলনামূলক ভাবে দুৰ্বল হৈয়েই থাকি গ'ল—ৰাজপৃষ্ঠপোষকতা লাভ কৰা শক্তিশালী সত্ৰ চাৰিখনেই আটাই-তকৈ শক্তিশালী সত্ৰ হিচাপে শেষ পৰ্যন্ত থাকি গ'ল। সত্ৰীয়া সংস্কৃতিৰ ক্ষেত্ৰতো এই সত্ৰসমূহৰ অৱদান, মূলতঃ ৰাজপৃষ্ঠপোষকতাৰ বলতে, অধিক আৰু অত্যন্ত প্ৰভাৱশীল।

---

* লিখকৰ অসমৰ অৰ্থনৈতিক ইতিহাস গ্ৰন্থত এই বিদ্ৰোহৰ বিষয়ে আলোচনা কৰা হৈছে। দ্ৰষ্টব্য : পৃঃ ৯৭—১২০।

বিদ্ৰোহ-পূৰ্ব অৱস্থাত প্ৰান্তীয় জনগোষ্ঠী, বৃত্তিয়াল আদিৰ অন্তৰ্ভুক্তিৰে বলীয়ান হৈ পৰা মায়ামৰীয়া মহন্তৰ ধৰ্মৰ ক্ষেত্ৰত শাক্ত-তন্ত্ৰৰ প্ৰভাৱ নাইবা অবৈষ্ণৱীয়া ৰীতি-নীতি কিছুমান সোমাই পৰিছিল বুলি ক'ব পৰা যায়। বিদ্ৰোহৰ ক্ষেত্ৰত অংশগ্ৰহণ কৰা জনগোষ্ঠীসমূহৰ মাজত আমি দেখা পাওঁ নদীয়াল, মৰাণ, চুতীয়া, কছাৰী, তাঁতী আৰু অন্যান্য বৃত্তিয়ালসকল। প্ৰথম বিদ্ৰোহৰ মূল শক্তি আছিল হাতীচুঙি মৰাণসকল। দ্বিতীয় বিদ্ৰোহ (১৭৮২ চনত)-ৰ মূলতো আছিল মায়ামৰীয়া শিষ্য আৰু বৃত্তিয়ালসকল। ১৭৮৬ চনত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে হৰিহৰ তাঁতী, হাহা, হাওহা, লহং, অভগন, পৰাম, পৰশু, পাৰই, সুথিৰ আৰু পদ্মপাণিৰ নেতৃত্বত বিদ্ৰোহ হয়। জাত হিচাপে তাঁতী, কোঁচ, হাতীচুঙী, কৈৱৰ্ত আদিয়েও বিদ্ৰোহত যোগ দিছিল।* তুংখুঙীয়া বুৰঞ্জীমতে লুখুৰাসনৰ হৈ ধন নামৰ সেনাপতিয়েও বিদ্ৰোহত যোগ দিছিল।** এই তৃতীয় পৰ্বত আনহাতে সত্ৰ আৰু সত্ৰৰ মাজতো সংঘাত আৰম্ভ হৈছিল। আউনি আটি সত্ৰৰ বাহিৰেও, দিহিং, পুৰণি মাটি সত্ৰ আদি মায়ামৰীয়া আক্ৰমণৰ বলি হৈছিল। দিহিং সত্ৰাধিকাৰে যুদ্ধ কৰি প্ৰাণ দিছিল। ভৰতসিংহৰ হাতত পুৰণি মাটি সত্ৰও আক্ৰমণৰ বলি হৈছিল। মায়ামৰা পুৰণি মাটি সত্ৰৰ বাৰকুৰি ভকতসহ পূৰ্ণদেৱৰ মাতৃ আৰু দুগৰাকী কন্যাক বিদ্ৰোহীয়ে হত্যা কৰিছিল।*** গড়মূৰ, দক্ষিণপাট আদি সত্ৰও আক্ৰমণৰ বলি হৈছিল। চৰাই দেউত পাভমটকে মন্দিৰ ধ্বংস কৰিছিল আৰু কলীয়া গোসাঁই তথা বুধবাৰীৰ মহন্তক হত্যা কৰিছিল। এইবোৰ ঘটনাই দেখুৱাই যে এই পৰ্যায়ত বিদ্ৰোহ ধৰ্মীয় সংঘাত আৰু লুণ্ঠনৰ পৰ্যায়লৈ গতি কৰি-ছিল। সত্ৰ আৰু মঠ-মন্দিৰসমূহো বিদ্ৰোহীৰ আক্ৰমণৰ লক্ষ্যত পৰিণত হৈছিল।

---

* **The Tai and the Tai Kingdoms**, পৃঃ ৫৩১।

** তুংখুঙীয়া বুৰঞ্জী, পৃঃ ২৩৭।

*** ইতিহাসে সোৱঁৰা ছশটা বছৰ, পৃঃ ৪৫৫।

১৭৯২ চনত মাত্ৰ ১২ কম্পেনী সৈন্য লৈ অসমলৈ প্ৰৱেশ কৰা ওৱেলচৰ বাহিনীয়ে প্ৰথম সন্মুখীন হোৱা বিদ্ৰোহী মায়ামৰীয়াসকল আছিল হৈধনৰ নেতৃত্বত কৈৱৰ্তসকল।* ওৱেলচৰ হাতত বন্দী হোৱা সৈন্য আছিল কুৰিজন কৈৱৰ্ত আৰু সেনাপতি হৈধন। আন এজন সেনাপতি যুদ্ধত মৃত্যু হৈছিল। ১৭৯৯ চনত ডফলাৰ বহতীয়া ফোফায়ে ** বিদ্ৰোহ কৰিছিল—এওঁ আছিল এজন সাধাৰণ কৃষক। ৰংপুৰত পুনৰ বিদ্ৰোহ কৰা ভৰথি বা ভৰত সিংহও প্ৰকৃততে এজন কৃষক। ডাওৰীৰ যুদ্ধত ভৰথিৰ মৃত্যু হৈছিল। মৰাণ আৰু চিং-ফৌৰ বাহিনী এটাও এই বিদ্ৰোহত পৰাভূত হৈছিল। ইংৰাজ উভটি যোৱাৰ পিছতো ইংৰাজ আৰ্হিৰে গঠিত বাহিনীৰ হাতত ১৮০৫ চনৰ ভিতৰত বিদ্ৰোহ সম্পূৰ্ণ নাম কাটিছিল।

## বৈষ্ণৱ আদৰ্শ ঃ নাৰী আৰু নিষ্পেষিত জাতৰ স্থান

আমি স্থানান্তৰত উল্লেখ কৰিছোঁ যে বৈষ্ণৱ ধৰ্মত জাতৰ উচ্চাত্মিকা ভাৱ নাছিল—তাৰ ঠাইত বৈষ্ণৱ সহনশীলতাৰ আদৰ্শই গা-কৰি উঠিছিল। বৈষ্ণৱ ধৰ্মগুৰু শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ নিজেই কায়স্থ আছিল। গতিকে ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱত সৃষ্টি হোৱা ব্ৰাহ্মণৰ আধিপত্যৰ প্ৰতি নৱ-বৈষ্ণৱ ধৰ্মৰ বিকাশে একপ্ৰকাৰ প্ৰত্যাহ্বানৰ সৃষ্টি কৰিছিল। কিন্তু জাত-প্ৰথা সম্পূৰ্ণ নিৰ্মূল কৰণত বৈষ্ণৱ ধৰ্মৰ সম্প্ৰসাৰণেও বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। মূলতঃ আধিভৌতিক সমতাৰ আদৰ্শৰ দ্বাৰা পৰিচালিত হোৱা বাবে আৰু বাস্তৱ ক্ষেত্ৰত থকা অসমতাৰ পৰা মুক্তি অৰ্জনৰ বাবে কেবলীয়া, ত্যাগী আদৰ্শক মূলতঃ গ্ৰহণ কৰা বাবে জোৰপূৰ্বক জাত-প্ৰথা দূৰীভূত কৰাৰ সম্ভাৱনা স্তিমিত হৈছিল।

---

* তুংখুঙীয়া বুৰঞ্জী, পৃঃ ১২৮—১২৯।

** উক্ত বুৰঞ্জী, পৃঃ ১৪৩।

নৱ-বৈষ্ণৱ আদৰ্শ সুপ্ৰতিষ্ঠিত হোৱাৰ ফলত অৱশ্যে দুটা দিশত পৰিবৰ্তন সাধন হৈছিল। এটা সীমাৰ ভিতৰত কায়স্থ, কলিতা আদি জনগোষ্ঠীৰ লোকসকল অসমৰ জাতসমূহৰ মাজত এক উচ্চ স্থানত সুপ্ৰতিষ্ঠিত হৈছিল।

আনহাতে, ৰাজপৃষ্ঠপোষকতা পোৱা সত্ৰসমূহে আৰু ব্ৰাহ্মণ্য বৈষ্ণৱ সত্ৰসমূহে জাত-প্ৰথা পূৰ্ণ অৱসানৰ ক্ষেত্ৰত বাস্তৱ আৰ্থ-সামাজিক হেণ্ডাৰ নিজেই সৃষ্টি কৰিছিল। সামৰণিত সেয়ে আমি এটা কথা ক'ব পাৰোঁ যে নৱ-বৈষ্ণৱ আদৰ্শই মূলতঃ জাতসমূহৰ মাজত সহণশীলতা অনাত তথা ঘৃণা হ্ৰাস কৰাতহে ব্যাপক প্ৰভাৱ বিস্তাৰ কৰিছিল। কিন্তু সম্পূৰ্ণৰূপে জাত-প্ৰথা নিৰ্মূল কৰাৰ উদ্দেশ্যও নাছিল আৰু পৰোক্ষভাবেহে এই ক্ষেত্ৰত এটা প্ৰভাৱ অসমত পৰিছিল।

নৱ-বৈষ্ণৱ আদৰ্শৰ ব্যৰ্থতাৰ আন এটা ক্ষেত্ৰ হ'ল নাৰী পুৰুষৰ সমতা দৃঢ় ভিত্তিত প্ৰতিষ্ঠাৰ ক্ষেত্ৰত। নাৰীৰ স্থান মূলতঃ শ্ৰীমন্ত শংকৰদেৱৰ কৰ্মময় জীৱনত উচ্চ স্থলাভিষিক্ত আছিল। পবিত্ৰ নাৰীৰ সমাজ-জীৱনত থকা গুৰুত্ব অসীম, টেম্বুৱাণী জান বন্ধাৰ ক্ষেত্ৰত শাস্তি ৰাধিকাৰ যি উপকথা সৃষ্টি হৈছিল তাৰ তাৎপৰ্য অসীম। কিন্তু সামগ্ৰিকভাবে সকলো ধৰ্মীয় ক্ষেত্ৰত নাৰী-পুৰুষৰ সমান স্থান প্ৰতিষ্ঠাৰ ক্ষেত্ৰত নৱ-বৈষ্ণৱ আদৰ্শও সক্ষম হোৱা নাছিল। সম্ভৱতঃ ইয়াৰ মূল কাৰণ হ'ল কেৱলীয়া ভকতসকলৰ ধৰ্মীয় গোড়ামি, যি পূৰ্বৰ তান্ত্ৰিক যুগৰ ব্যভিচাৰৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া হিচাপে নিজকে সম্পূৰ্ণৰূপে নাৰী সংসৰ্গৰপৰা মুক্ত ৰাখিবলৈ প্ৰেৰণা দিছিল। স্থানান্তৰত আমি আলোচনা কৰিছোঁ যে তান্ত্ৰিক যুগত সহজীয়া পন্থাৰ নামত নাৰীক ভোগ তথা পূজাৰ সামগ্ৰী কৰি এক ব্যভিচাৰৰ জন্ম দিয়া হৈছিল। কেৱলীয়া ভকতসকলে মূলতঃ এই ধৰণৰ প্ৰবণতাৰ পৰা মুক্ত থকাৰ উদ্দেশ্যে নাৰীক বৰ্জন কৰি চলিবলৈ চেষ্টা কৰিছিল।

নাৰী, ঐশ্চৰ্য আদি মোহৰ আধাৰ। গতিকে বৰ্জনীয়। "অথিৰ ধন-জন / অথিৰ জীৱন / অথিৰ এহু সংসাৰ / পুত্ৰ পৰিবাৰ সবহি অসাৰ / বাৰবু কাহেৰি সাৰ"—এই জাতীয় এটা ত্যাগী কেৱলীয়া চিন্তাৰে পৰিচালিত ভকতৰ বাবে তান্ত্ৰিক সাধকৰ দৰে সংসাৰৰ ভিতৰতে মুক্তি অৰ্জনৰ আদৰ্শ বা সহজ সুখ অৰ্জনৰ আদৰ্শ গ্ৰহণীয় নাছিল। এফালে ই তান্ত্ৰিক ব্যভিচাৰৰ পৰা অসমীয়া সমাজ-খনক মুক্ত কৰিলেও—নিজকে পুনৰ প্ৰাচীন গন্ধী নাৰী-বিদ্বেষৰ জালত বন্দী কৰিছিল।

সত্ৰৰ মূল নামঘৰত নাৰীৰ প্ৰৱেশ বন্ধ কৰাৰ আঁৰত যি উদ্দেশ্যই নাথাকক, আধুনিক মানবতাবাদী দৃষ্টিৰে চাবলৈ গ'লে ই নাৰী-বিদ্বেষৰ নামান্তৰ মাত্ৰ। সমতাৰ আদৰ্শৰ ই পৰিপন্থী। বৈষ্ণৱ আদৰ্শই নাৰী-পুৰুষৰ সমতাৰ বস্তুগত আৰু মানসিক সমতা স্থাপনৰ ক্ষেত্ৰত সফলতা অৰ্জন কৰা বুলি বৰাই কৰাৰ যুক্তি সেয়ে অৰ্থহীন।

## সপ্তম অধ্যায়

### প্ৰথম ভাগ

# ইংৰাজ সাম্ৰাজ্যৰ বিস্তাৰ আৰু পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱ

আহোম ৰাজতন্ত্ৰৰ পতন প্ৰকৃত অৰ্থত মাযামৰীযা গণ-বিদ্ৰোহেই দ্ৰুততৰ কৰি তুলিছিল। প্ৰকৃত অৰ্থত মাযামৰীয়া বিদ্ৰোহৰ পক্ষে আৰু বিপক্ষে থকাসকলৰ পাৰস্পৰিক ধ্বংস কাৰ্য্য আৰু হত্যাৰ ফল স্বৰূপে অসমৰ আৰ্থ-সামাজিক ভেটি সম্পূৰ্ণ ধ্বংসপ্ৰাপ্ত হৈছিল। পাইক প্ৰথা প্ৰায় নিঃশেষ হৈছিল আৰু মায়ামৰীয়া বিদ্ৰোহৰ পক্ষ লোৱা বৃত্তিযাল শ্ৰেণী (সোনোৱাল, লো-শলীয়া, অস্ত্ৰ-উৎপাদন কৰোঁতা শ্ৰেণী) নিঃশেষ হোৱাৰ ফলস্বৰূপে অসমৰ প্ৰতিৰক্ষাৰ বস্তু-গত আৰু সামৰিক ভেটি তথা জনশক্তি সম্পূৰ্ণ নিঃশেষ হৈছিল। ইয়াৰ ফলস্বৰূপে ভাৰত-বিজয়ী মোগলক বাৰে বাৰে পৰাস্ত কৰিব পৰা সামৰিক শক্তিৰ অধিকাৰী অসমে বহিৰাগত মান সেনাৰ হাতত ছিন্ন-ভিন্ন হৈ পৰিছিল। মানৰ লগত হোৱা মহগড়ৰ যুদ্ধই অসমীয়াৰ ৰাজতন্ত্ৰৰ যুগত শেষ স্বাধীনতাৰ যুদ্ধ। ইয়াৰ পিছত প্ৰায় এশবছৰ ধৰি দুই-এখন ধৰ্মীয় সাহিত্য ৰচনা তথা ধৰ্মীয় সংস্কৃতিৰ মৰি মৰি বাচি থকা সংগ্ৰামৰ বাহিৰে অসমীয়াৰ জাতীয় সংস্কৃতিৰ বিকাশৰ কোনো লক্ষণেই নাছিল।

অসমলৈ ইংৰাজৰ প্ৰৱেশ ঘটিছিল প্ৰথম ১৭৯২ চনত মায়ামৰীয়া বিদ্ৰোহ দমন কৰিবৰ উদ্দেশ্যে। এই পৰ্যায়ত অজস্ৰ ধন-সম্পত্তি লুট কৰি নিয়া ইংৰাজে ৰাজ্যখন অৱশ্যে নিজৰ হাতলৈ নিয়া নাছিল।

ইয়াৰ পিছত ১৮১৫ চনত মানৰ আক্ৰমণৰ পৰা অব্যাহতি পাবৰ কাৰণে আহোম ৰাজতন্ত্ৰই ইংৰাজক নিজে আমন্ত্ৰণ কৰি আনিছিল। ১৮২৬ চনৰ ফেব্ৰুৱাৰীৰ ২৪ তাৰিখে ব্ৰহ্মদেশৰ ৰজা আৰু ইংৰাজৰ মাজত ইয়াণ্ডাবু সন্ধি হয়। এই সন্ধিৰ ২য় দফা অনুসৰি মান ৰজাই অসমৰ ওপৰত থকা দখল এৰি দিয়ে।

দ্বিতীয় দফাৰ বক্তব্য আছিল এনে ধৰণৰ :

"His Majesty the King of Ava renounces all claims upon, and will abstain from all future interference with, the principality of Assam and its dependencies, and also with the contiguous petty states of Cachar and Jyntia, with regard to Mannipoor it is stipulated, that should Ghumbheer Sing desire to return to that country, he shall be recognised by the King of Ava as Rajah thereof."

এই চুক্তিৰ ভিত্তিত ইংৰাজে অসম দখল কৰিলে বুলি ভবা হয় যদিও এই চুক্তিত অসমখন ইংৰাজৰ হাতত প্ৰত্যাৰ্পণ কৰাৰ দৰে কথা নাই। বৰং, আহোম ৰাজতন্ত্ৰৰ আভ্যন্তৰীণ দুৰ্বলতা তথা মৃত্যুমুখী অৱস্থাটোৱেই প্ৰকৃততে অসমে স্বাধীনতা হেৰুৱাৰ মূল কাৰণ। ১৮৩২ চনত পুৰন্দৰ সিংহক, তথাকথিত শান্তিৰক্ষাৰ বাবে যোৰহাটত সৈন্য বাহিনী ৰাখি, উজনি অসমৰ এটা খণ্ডত শাসন কৰিবলৈ দিয়ে। পুৰন্দৰ সিংহই ৫০,০০০ টকা কৰ পৰিশোধ কৰি ইংৰাজৰ বহতীয়া ৰজা হিচাপে থাকিবৰ বাবে মান্তি হৈছিল। ১৮৩৩ চনত পুৰন্দৰ সিংহই ইংৰাজৰ লগত কৰা চুক্তি অনুসৰি অসমে অকল দেশৰ ভিতৰতেই বহতীযা হৈ পৰে সেইটো নহয়, বিদেশৰ লগত কূটনৈতিক সম্পৰ্ক প্ৰতিষ্ঠা তথা যি কোনো ধৰণৰ সম্পৰ্ক প্ৰতিষ্ঠাৰ স্বাধীনতাৰ পৰা বঞ্চিত হৈছিল। ইংৰাজৰ সম্প্ৰসাৰণবাদী সাম্ৰাজ্যবাদী ব্যৱস্থাৰ

মাজত এইদৰেই অসম সোমাই পৰিছিল। ইযাৰ পিছত অৱশ্যে স্বাভাৱিক কাৰণতে অসমৰ বজাৰ-সম্বন্ধ, উৎপাদন-প্ৰক্ৰিয়া সাম্ৰাজ্যবাদী ইংৰাজৰ ব্যৱস্থাটোৰ অন্তৰ্ভুক্ত হৈ পৰিছিল।

অৱশ্যে উপৰ্য্যুপৰি মানৰ আক্ৰমণৰ পিছত সম্পূৰ্ণ বিধ্বস্ত অসমৰ বুকুত ইংৰাজে খোপনি পুতি বহাৰ লগে লগে আৰম্ভ হৈছিল প্ৰচণ্ড বিদ্ৰোহ। প্ৰথম গমধৰ কোঁৱৰৰ বিদ্ৰোহ, ঠিক ইযাৰ পিছতে পিযলি ফুকনৰ বিদ্ৰোহ, ইযাৰ ডেৰকুৰিমান বছৰ পিছতে মণিৰামৰ ফাঁচীৰ লগে লগে প্ৰকৃত অৰ্থত ডাঙৰীযা শ্ৰেণীৰ তথা পুৰণি সামন্ত আৰু নতুন উদ্যোগী শ্ৰেণীৰ পৰশ পোৱা সম্ভ্ৰান্ত শ্ৰেণীৰ বিদ্ৰোহৰ পতন হৈছিল।

ডাঙৰীযাসকলৰ বিদ্ৰোহৰ অন্ত পৰাৰ লগে লগেই অসম কিন্তু শান্ত হৈ পৰা নাছিল। ইযাৰ পিছতে আৰম্ভ হৈছিল বিক্ষুব্ধ কৃষক সমাজৰ বিদ্ৰোহ। কৰ-বৃদ্ধি, শোষণ আৰু নিষ্পেষণৰ বিৰুদ্ধে প্ৰথম কৃষক বিদ্ৰোহৰ স্ফুলিংগ জ্বলি উঠে ফুলগুৰিত, ১৮৬১ চনত। ১৮৬১ চনৰ চেপ্তেম্বৰ আৰু অক্টোবৰ মাহত এই বিদ্ৰোহত নগাওঁ জিলাৰ ফুলগুৰি, নেলী, ৰহা আদি ঠাইৰ কৃষক সমাজে অংশগ্ৰহণ কৰিছিল, বিশেষকৈ জনজাতি সমাজ আছিল ইযাৰ অগ্ৰণী যোদ্ধা। ১৮৬১ চনত অসমত কৰ সংগ্ৰহ দুগুণ কৰিবৰ বাবে কৰা প্ৰচেষ্টা ১৮৬৫ চনৰ কাৰ্য্যকৰী কৰাৰ ফলত অসমত কৃষক বিদ্ৰোহে পুনৰ গা-কৰি উঠে। বিদ্ৰোহ এইবাৰ আৰম্ভ হয উত্তৰ কামৰূপ আৰু মংগলদৈ অঞ্চলত। পাথৰুঘাট, লছিমা, বঢ়িয়া, গোবিন্দপুৰ, হাদিৰা, পাটি দৰং, নলবাৰী, বৰমা, বজালি, বৰভাগ আদি অঞ্চলত বিদ্ৰোহ বিযপি পৰিছিল। ১৮৬৯ চনত উত্তৰ কামৰূপত আৰম্ভ হোৱা কৃষকৰ বিদ্ৰোহ ১৮৯৪ চনলৈকে এৰা ধৰাকৈ চলি আছিল।

## দোমোজাৰ ব্যক্তিত্ব মণিৰাম দেৱান

মণিৰাম দেৱান পুৰণি ৰাজতন্ত্ৰ আৰু ইংৰাজ সাম্ৰাজ্যবাদৰ শাসনৰ আলি-দোমোজাত বিপৰ্যস্ত অথচ শেষ বিচাৰত সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ঠিয় দিবলৈ প্ৰচেষ্টা কৰা বিদ্ৰোহীসকলৰ এজন। ড. অমলেন্দু গুহই প্লেণ্টাৰ ৰাজ টু স্বৰাজ নামৰ গ্ৰন্থত অত্যন্ত সাৱধানে হ'লেও এই কথা স্বীকাৰ কৰিছে যে তেওঁৰ এজন উদ্যোগী হিচাপে বস্তুগতভাবে প্ৰগতিশীল চৰিত্ৰ আছিল আৰু তেওঁ প্ৰকৃততেই পুৰণি আৰু নতুনৰ সেতু।*

মণিৰাম দেৱানৰ উপৰিপুৰুষ মণিৰামৰ আগৰপৰাই প্ৰায় তিনিশ বছৰ ধৰি আহোম ৰাজতন্ত্ৰৰ সেৱক আছিল। মণিৰামৰ জীৱনৰ ঘটনা-প্ৰৱাহ অধ্যয়ন কৰিলে আমাৰ চকুত পৰে যে মণিৰাম নিজেই সাম্ৰাজ্য-বাদৰ সম্প্ৰসাৰণৰ যুগত সাম্ৰাজ্যবাদৰ সহযোগী ( collaborator ) আছিল। মফট মিলচৰ ওচৰত তেওঁ নিজৰ হৈ দাখিল কৰা দৰ্খাস্তত তেওঁ নিজে লিখিছিল: (1) "When the country fell into the hands of the Burmese, your petitioner's father was upheld in the office and dignity of a Bar Kaguttee, and on the conquest of the province by the British in 1825, . . not only retained his father in that office, but availed themselves of his knowledge of the revenue system that prevailed under the former rulers.". . (2) "Your servant also was then consulted as to the internal resources of the whole province as well as its income and expenditure : and subsequently, the jumma of Upper

* দ্ৰষ্টব্য: Planter-Raj to Swaraj, Dr A Guha, 1977 edition, পৃঃ ২১।

Assam not having been properly settled under the administration of Colonels Richards and Cooper, I was appointed by Captain Nobeen, Sheristadar and Tuhseeldar of the District, the result of which was that while in the years 1820-26 and 27 the revenue did not exceed Rs. 35,000, after appointment the country was made to yield a lac of Rupees per annum."*

উপৰুক্ত উদ্ধৃতিৰ পৰা নিশ্চয় এটা কথা নিশ্চিত হয় যে মণিৰাম দেৱানৰ পিতৃ ইংৰাজৰ সহযোগী আছিল আৰু নিজেও ইংৰাজৰ ক্ষমতা বিস্তাৰত সহায় কৰিছিল। গুৰুত্বপূৰ্ণ কথা হ'ল প্ৰথম যুগত তেওঁ কৰা কাৰ্যৰ বাবে গৌৰৱবোধ কৰিছিল আৰু তাৰ বাবে ইংৰাজৰ পৰা কৃতজ্ঞতা বিচাৰিছিল। গাৰো আৰু খাচি পাহাৰত ইংৰাজৰ বিষয়া হিচাপে সহায় কৰাৰ উপৰিও আবৰৰ লগত লগা সংঘাতৰ সময়তো মণিৰামে ইংৰাজক সহায় কৰিছিল। উজনিৰ চাৰিওখন জিলাৰ ভিতৰতে মণিৰামে নিজকে আটাইতকৈ বেছি খাজনা দিয়া ইংৰাজৰ প্ৰজা হিচাপে দাবী কৰিছিল। নিজৰ পৰিয়ালৰ ১৮৫ জন সদস্যক ভৰণ-পোষণ দিয়া তথা তদুপৰি ৫০০ টকা ইংৰাজক খাজনা হিচাপে দিয়া সম্ভৱ নহয় বুলি মণিৰামে ইংৰাজ চৰকাৰক জনাইছিল আৰু পূৰ্বৰ অৱস্থা ঘূৰাই পাবৰ বাবে ইংৰাজক দৰ্খাস্ত দিছিল।

ঘনকান্ত সিংহ যুৱৰাজৰ হৈ মণিৰাম দেৱানে ১৮৫৩ চনত দিয়া স্মাৰকপত্ৰত অৱশ্যে একেলগে কেইবাটাও বিশিষ্ট দিশ প্ৰকাশ পাইছে। (১) প্ৰথম কথা আহোম ৰাজতন্ত্ৰৰ কিছুমান কথা বেয়া

* Appendix K. B., A. J. Moffat Mills Report on the Province of Assam. পৃঃ ৬০৩-৬০৪।

বুলি কৈছিল—যেনে "By the stoppage of such cruel practice, as extracting the eyes, cutting off noses and ears, and the forcible abduction of virgins from their homes, and by the removal of all way-side transit duties, together with the old objectionable practice of... forced labour of villagers."* —মণিৰামে আহোম ৰাজতন্ত্ৰৰ এইবোৰ বেয়া পাইছিল, পাইক প্ৰথা, পথ কৰ, কুমাৰী কন্যা অপহৰণ কৰা, নাক-কান কটা আদি বৰ্বৰ শাস্তি আদি ইংৰাজে তুলি দিয়াত মণিৰামে সম্ভৱতঃ আন প্ৰজাৰ দৰেই ভাল পাইছিল। কিন্তু মণিৰামৰ আহোম ৰাজতন্ত্ৰক বেয়া পোৱা আৰু ইংৰাজৰ শাসন আদৰি লোৱাৰ কাৰণ সুস্পষ্ট নহয়। কাৰণ একেখন স্মাৰকপত্ৰতে চাৰি নম্বৰ দফাত তেওঁ পুৰণি ৰীতি-নীতি বিলোপ কৰা আৰু নতুন বিচাৰ-ব্যৱস্থা প্ৰণয়ন কৰা তথা অন্যায় কৰ লগোৱা আদি বেয়া পোৱা বুলি আপত্তি প্ৰদৰ্শন কৰিছিল। মণিৰামে অৱশ্যে পুৰণি ৰাজতন্ত্ৰৰ অনগ্ৰসৰতা তথা অন্যায় ৰীতি-নীতি কিছুমানৰ তুলনাত মুক্ত ইংৰাজৰ ব্যৱস্থা ভাল পাইছিল যদিও ই সাম্ৰাজ্যবাদৰ চৰিত্ৰ বুজি নোপোৱা পুৰণি সম্ভ্ৰান্তৰ চেতনাৰ দুৰ্বলতাৰ ফল আছিল। উক্ত স্মাৰক পত্ৰতে ইংৰাজৰ অত্যধিক কৰ-কাটল, পুৰণি ৰীতি-নীতি বাতিল, কামাখ্যাৰ পূজা বাতিল, কানি প্ৰচলন আদিৰ ফলত অসমৰ দুৰ্দশা হোৱা বুলি উল্লেখ কৰিছিল। এশখন গাৱঁৰ ভিতৰতো ভৰালত ধান ভৰি থকা এজন খেতিয়ক নাইকিয়া হ'ল বুলি খেদ কৰিছিল।

এই স্মাৰকপত্ৰতে মণিৰামে উল্লেখ কৰিছিল যে হালবোৱা, কোৰমৰা আৰু বোজা কটিওৱা যিবোৰ মানুহৰ পূৰ্বপুৰুষে কাহানিও কৰিবলগীয়া হোৱা নাছিল, সেইবোৰ মানুহেই দৰিদ্ৰতাৰ হেঁচাত

* দ্ৰষ্টব্য : উক্ত গ্ৰন্থ।

তেনেবোৰ কাম কৰিবলগীয়া হৈছে। স্থানীয় সম্ভ্ৰান্তসকলৰ দাস-দাসী তথা বিষয় বাব নাইকিয়া হোৱা বাবে প্ৰচুৰ অসুবিধা হৈছে আৰু অসমৰ সম্ভ্ৰান্ত মানুহক মৌজা নিদি মাৰৱাৰ তথা বংগদেশৰ মানুহক দিয়াত স্থানীয় মানুহে মৃত্যুসম আঘাত পোৱা বুলি মণিৰামে উল্লেখ কৰিছিল:

"Under the revenue settlement of Military officers, while a number of respectable Assamese are out of employ, the inhabitants of Marwar and Bengalees from Sylhet have been appointed to Mouzadarships · and for us respectable Assamese to become the ryots of such foreigners is a source of deep mortification."

ইংৰাজে প্ৰৱৰ্তন কৰা নতুন ব্যৱস্থাত মাৰোৱাৰ আৰু চিলেটৰ মানুহক মৌজা দিয়াত থলুৱা সম্ভ্ৰান্ত শ্ৰেণীয়ে আপত্তি কৰাই স্বাভাৱিক, গুৰুত্বপূৰ্ণ কথা হ'ল ইংৰাজ অহাৰ কিছুদিন আগলৈকে অসমৰ পশ্চিম ফালৰপৰা অহা প্ৰব্ৰজনৰ সোঁত, আক্ৰমণ আদি আহোম ৰাজতন্ত্ৰই সফলভাবে বাধা দিছিল। এনে এক পটভূমিত পুৰণি ঐতিহ্যৰ প্ৰতি দুৰ্বলতা থকা মণিৰামে ইংৰাজৰ কাৰ্যক নীতি বিগৰ্হিত বুলি ভবাই স্বাভাৱিক।

মণিৰামে ৰজাৰ হৈ দিয়া স্মাৰকপত্ৰত সকলো জাতৰ মানুহ একে পৰ্যায়লৈ নামি অহা ( reduction of all casts to the same level ), হিন্দু পুৰোহিত শ্ৰেণীৰ ক্ষমতা হ্ৰাস পোৱা, খাম্‌তি আদি পৰ্বতীয়া জাতিৰ ক্ষেত্ৰত দাস বিলোপ কৰা আৰু জোৰপূৰ্বক কামত লগোৱা, আউনিআটি আৰু দক্ষিণপাটৰ গোসাঁইক অৱমাননা কৰা, কানিৰ অবাধ প্ৰচলন কৰা, ব্যাকৰণ জ্যোতিষ, গীতা, ভাগৱত

আদিৰ শিক্ষা বন্ধ কৰা আৰু পাৰ্চি ভাষাৰ শিক্ষা বন্ধ কৰা* ( মণিৰামে থলুৱা ভাষাৰ লগতে পাৰ্চি ভাষাৰ শিক্ষাৰ পৃষ্ঠপোষকতা কৰিছিল ), মাথাউৰিসমূহৰ অৱহেলা কৰা ( আৰু তাৰ ফলত বান পানী হোৱা ), দেৱানী আদালতত কানিয়াৰ জৰিয়তে সাক্ষ্য লোৱা, দোষীসকলক জাত-কুল নিৰ্বিশেষে একে লগে খাবলৈ দিয়া—এইসকলোবোৰৰে মণিৰামে বিৰোধীতা কৰিছিল। মণিৰামে খাজনা কমাই দিয়াটো বিচাৰিছিল আৰু অতি দুখীয়া কৃষকে বস্তুগতভাবে খাজনা দিয়াটো বিচাৰিছিল। ( Those ryots who are too poor to pay revenue in cash, should be permitted to pay in kind. )

সামগ্ৰিক বিচাৰত মণিৰামে পূৰ্বৰ ৰাজতন্ত্ৰৰ কিছুমান দিশ বেয়া বুলিলেও ইংৰাজক সকলো দিশৰ পৰা ভাল বুলি গণ্য কৰা নাছিল, প্ৰথম ইংৰাজক সহায় কৰিলেও পিছলৈ সাম্ৰাজ্যবাদৰ স্বৰূপ বুজি উঠিছিল, বিশেষকৈ চাহবাগিছা খুলিবলৈ গৈ ইংৰাজৰ দ্বাৰা বাধা-প্ৰাপ্ত হোৱাৰ ফলত মণিৰামৰ ইংৰাজক বুজি পোৱাৰ লক্ষণসমূহ প্ৰকট হৈ পৰিছিল।

মণিৰাম দেৱানে ১৮৫৩-১৮৫৭ চনৰ ভিতৰৰ কালছোৱাত সম্ভৱতঃ ভাৰতৰ বিভিন্ন স্থানৰ ঘটনা-প্ৰৱাহৰ বুজ কিছু পৰিমাণে হ'লেও পাইছিল। ইংৰাজৰ বিৰুদ্ধে থকা তেওঁৰ ক্ষোভ তথা ৰাজতন্ত্ৰৰ

---

* মণিৰামে অসমীয়া ভাষাৰ পৃষ্ঠপোষকতা কৰা নাছিল বুলি কোনো কোনোৱে কয়। প্ৰকৃততে মণিৰামৰ পৰামৰ্শ আছিল : "For the advancement of the two languages ( অসমীয়া আৰু পাৰ্চি ) there should be schools under a Koomeet ( committee ) and annual rewards should be given to the most advanced scholars." তাৰৰ আখৰত দিয়া কথা লিখকৰ।

বিষয়া আৰু সম্ভ্ৰান্তসকলৰ ক্ষোভ বিদ্ৰোহলৈ ৰূপান্তৰ হোৱাৰ উপক্ৰম হৈছিল।* মণিৰাম বিদ্ৰোহী আছিলনে নাই এই লৈ আমাৰ সমাজত তৰ্ক-বিতৰ্কৰ অন্ত নাই। নিজৰ মাজত স্ববিৰোধ থকা স্বত্বেও মণিৰামৰ শেষলৈ ইংৰাজৰ প্ৰতি মোহ-ভংগ হৈছিল। ভাৰতৰ সমসাময়িক ইতিহাস পৰ্যালোচনা কৰিলে আমাৰ চকুত পৰে যে নানা চাহেব, তান্তীয়া টোপী, ঝন্সিৰ ৰাণী লক্ষ্মীবাঈ, অযোধ্যাৰ বিদ্ৰোহী তালুকদাৰসকল—সকলো আছিল সম্ভ্ৰান্ত পৰিয়ালৰ, ৰাজপৰিয়ালৰ। তেনেক্ষেত্ৰত এসময়ত ৰাজতন্ত্ৰৰ স্বাদ পোৱা মণিৰামে বিদ্ৰোহৰ যো-জা কৰিলে তাক 'সন্ত্ৰাসবাদী' হৈছিল বুলি নাকেমতা সুৰত কৈ অৱহেলা কৰা অনুচিত। ইংৰাজে আৰু ইংৰাজৰ নেগুৰ-বৃত্তিত লিপ্ত ঐতিহাসিকে একে অপৰাধতে অপৰাধী হৈ ভাৰতৰ প্ৰথম স্বাধীনতা সংগ্ৰামক 'চিপাহী বিদ্ৰোহ' বুলি কৈছিল।

মণিৰামে কন্দৰ্পেশ্বৰ সিংহৰ লগত ব্যাপক বিদ্ৰোহৰ সংগঠন কৰিছিলনে নাই তাৰ বিস্তৃত প্ৰমাণ নাই। কিন্তু মণিৰাম দেৱানৰ

* ড হেৰম্ব বৰ পূজাৰীয়ে মণিৰামৰ চৰিত্ৰ সম্পৰ্কে আলোচনা কৰি কৈছিল: 'While Maniram and his followers felt that the British rule was an evil which must be done away with, Anandaram ( Dhakial Phukan ) wanted to improve it by effecting liberal reforms." ( Assam in the Days of Company, Gauhati, পৃ: ২৮৪ ) আনন্দৰাম আৰু মণিৰামৰ চৰিত্ৰ তুলনা কৰি ড অমলেন্দু গুহই উল্লেখ কৰিছে: "Despite his collaboration with the British, Maniram—the last of the old aristocrats—had turned an extremist and had by then taken an anti-British stance On the otherhand, born in an enlightened Brahmin landowner family and educated in the Hindu College of Calcutta, Anandaram believed in the regenerative role of British rule and remained a loyal Government servant until his death." (Planter-Raj to Swaraj, পৃ: ২০।)

ব্যক্তিত্ব সম্পৰ্কে তুচ্চ-তাচ্চিল্য কৰি মন্তব্য কৰাটো সমীচীন নহয়। ড. হীৰেণ গোহাঁয়ে মণিৰাম দেৱানৰ চৰিত্ৰৰ মূল্যায়ণ কৰি অত্যন্ত সঠিকভাবেই লিখিছিল: "কোম্পানীক সহায় কৰা সময়ত দেৱান ঠিক চকী মেজত বহি থকা কেৰাণী বা কাকতী বা মুনচুপ নাছিল। তেওঁৰ কৃতিত্ব ফুটি উঠিছিল তেনেবোৰ কামত য'ত দুঃসাহস, শাৰীৰিক উদ্যম, উপস্থিত বুদ্ধি আৰু হিচাপী মনোভাবৰ একেলগে প্ৰয়োজন হৈছিল। সকলোতকৈ ডাঙৰ কথা তেওঁ খৰচ কমাই লাভ বঢ়োৱাৰ কৌশল জানিছিল। কয়লা আৰু চাহৰ ব্যৱসায়, সেনাবাহিনীৰ ৰচদ আৰু বাহৰৰ যোগান ধৰা—এনেবোৰ ঘাইকৈ পূৰঠ ব্যৱসায়ীৰ কাম। অৰ্থাৎ সামন্তবাদী মনোভাবৰ পৰা মুক্ত হ'ব নোৱাৰিলেও তেওঁৰ চৰিত্ৰত আদিম পুঁজিবাদৰ আভাস পোৱা গৈছিল। বঙলা ভাষাত ৰাপ, তৎকালীন 'আধুনিক' কলিকতীয়া সমাজৰ লগত সংযোগ আৰু নতুন উদ্ভাৱন ( innovation ) গ্ৰহণ কৰাৰ ধাউতিত মণিৰাম দেৱানৰ চৰিত্ৰৰ এই দিশ জিলিকি উঠিছিল।"* প্ৰকৃততে মণিৰামৰ পিছৰ যুগৰ ব্যৱসায়ী তথা পুঁজিপতি বুলি 'খ্যাতি' অৰ্জন কৰা কলিকতাত ব্যৱসায় কৰিবলৈ যোৱাসকল আৰু ইংৰাজৰ চাকৰিয়াল হিচাপে জীৱনৰ শেষ দিনলৈকে প্ৰভু-ভক্তিৰ পৰিচয় দিয়া কেৰাণীকুলৰ তুলনাত মণিৰাম আছিল নিঃসন্দেহে স্বাধীনচিতীয়া আৰু পুৰণি ৰাজতন্ত্ৰৰ প্ৰতি দৰদ থকা স্বত্বেও আমি মণিৰামৰ ব্যক্তিত্বৰ মাজত দেখা পাওঁ পুঁজিবাদী হ'ব খোজা ব্যক্তিৰ প্ৰাক্ পুঁজিবাদী অৱস্থাৰ দ্বন্দ্বসমূহ।

আনন্দৰাম ঢেকিয়াল ফুকনেও মফট মিলচৰ ওচৰত স্মাৰকপত্ৰ দিছিল, কিন্তু ঢেকিয়াল ফুকনে আপত্তি দেখুওৱা বা বিদ্ৰোহ কৰাৰ লক্ষণ দেখুওৱা নাছিল, বৰং দাস্যভাব শিৰোগত কৰি তেওঁ প্ৰাৰ্থনা কৰিছিল ইংৰাজৰ পৰা কৃপা-দৃষ্টি। পৰমপিতা জগদীশ্বৰৰ কৃপা-দৃষ্টিৰ

---

দ্ৰষ্টব্য: ড. হীৰেণ গোহাঁইৰ অসমৰ মধ্যবিত্ত সমাজৰ ইতিহাস, সাহিত্য আৰু চেতনা, ১৯৭৬, পৃঃ ২৭-২৮।

দৰেই যেন ইংৰাজৰ কৃপা-দৃষ্টিও যেন পবিত্ৰ, নিৰ্মল আৰু প্ৰজাবৰ্গৰ প্ৰাপ্য। বহুতৰে মনত এই ধাৰণা পিছৰ যুগলৈকে সোমাই গৈছিল। ড. গোহাঁয়ে সঠিক ভাবেই এই কথা উল্লেখ কৰিছে যে "ঢেকিয়াল ফুকনৰপৰা মানিক চন্দ্ৰ বৰুৱালৈকে এদল বুজন সংখ্যক অসমীয়া মধ্যবিত্তই মনিৰাম দেৱানৰ সংঘৰ্ষ আৰু বিদ্ৰোহৰ পথ বৰ্জন কৰি সাম্ৰাজ্যবাদীৰ ছত্ৰ-ছায়াত স্বদেশৰ উন্নতি সাধনৰ পথ লৈছিল।" ( উক্ত গ্ৰন্থ, পৃঃ ৩২ )

মফট মিলচৰ ওচৰত আনন্দৰাম ঢেকিয়াল ফুকনে দিয়া স্মাৰক পত্ৰৰ বক্তব্য আছিল সংস্কাৰধৰ্মী। অসমৰ ইতিহাসৰ ক্ষেত্ৰত ১৮২৬-১৮৫৩ চনৰ ভিতৰত উপৰ্যুপৰি ডাঙৰীয়া বিদ্ৰোহৰ ব্যৰ্থতাৰ স্মৃতি কেঁচা হৈ থকা সময়ত, ব্ৰাহ্মণ্য-ধৰ্মৰ সকলো প্ৰাচীন কু-সংস্কাৰ তথা সা-সুবিধাৰ পৰা মুক্ত হৈ এজন ব্যক্তিয়ে পশ্চিমীয়া শিক্ষাৰ সম্প্ৰসাৰণ, পৰিবহন ব্যৱস্থাৰ উন্নয়ণ, সমাজ সংস্কাৰ বিচৰাটো নিঃসন্দেহে উদাৰ পশ্চিমীয়া শিক্ষাৰ প্ৰভাৱ। মণিৰামৰ লগত সমসাময়িক আন আন শিক্ষিত ব্যক্তি তথা পিছৰ যুগৰ সাম্ৰাজ্যবাদৰ সহযোগীসকলৰ পাৰ্থক্য এইখিনিতেই যে মণিৰামে শেষ জীৱনত ইংৰাজক শোষক আৰু প্ৰতাৰক বুলি বিবেচনা কৰিছিল আৰু মুক্ত অসমৰ চিন্তাই মনৰ ভিতৰত ক্ৰিয়া কৰিছিল , কিন্তু বাকীসকলে ইংৰাজৰ মাজত দেখিছিল ( স্বাভাৱিকতে সহযোগীসকলে দেখাৰ দৰে ) নতুন পৃথিবীৰ পোহৰ। মণিৰামৰ স্বাধীনতাৰ আকাংক্ষাক এই শ্ৰেণীৰ বুদ্ধিজীৱীয়ে ভাল চকুৰে চাব নোৱাৰিছিল। আনকি মনিৰামৰ ফাঁচিৰ পিছত সুদীৰ্ঘ-কাল ধৰি অসমীয়া বুদ্ধিজীৱীসকলে মণিৰামৰ সঠিক মূল্যায়ণ কৰিবলৈ সাহস গোটাব পৰা নাছিল।

## অসমীয়া ভাষাৰ বিকাশত ইংৰাজৰ অৱদান

অসমীয়া ভাষাৰ বিকাশৰ ক্ষেত্ৰত ইংৰাজৰ অৱদান অত্যন্ত বেছি, প্ৰকৃত অৰ্থত ইংৰাজৰ দিনত অসমত প্ৰৱেশ কৰা মিছনেৰীসকলৰ

প্ৰচেষ্টা অবিহনে অসমীয়া ভাষাই আধুনিক ৰূপ পোৱাৰ পথ অধিক কণ্টকাকীৰ্ণ হ'লহেঁতেন। অসমত আহোম ৰাজতন্ত্ৰ পূৰ্ণ পযোভৰে চলি থাকোতেই ১৬৮২ চনত বংগদেশৰ ৰঙামাটিত খৃষ্টান ধৰ্মৰ জয়ধ্বজা উৰিবলৈ ধৰিছিল। আহোম ৰাজতন্ত্ৰত ইংৰাজ মিছনেৰী অসমত প্ৰৱেশ কৰাৰ সম্ভাৱনা আছিল শূন্য। ১৬২৬ খৃঃ ত জেচুইট মিছনেৰী স্তিফেন চাচেল্লা আৰু জন-চাব্ৰাল পাণ্ডুৰপৰাই উভটি গৈছিল, সম্ভৱ ভূটানেদি চীনলৈ যাবলৈ চেষ্টা কৰিছিল।* দক্ষিণ ফালে ১৭৯০ চন মানতে বোন্দাশিলত ( কাছাৰ ) কেথলিক চাৰ্চ স্থাপন হৈছিল। উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথম খৃষ্টানসকল আছিল ৰোমান কেথলিক। এই সকলৰ প্ৰভাৱো কিন্তু অসমীযাৰ ওপৰত পৰা নাছিল। ১৮১৩ চনৰ পৰা শ্ৰীৰামপুৰ মিছনে উত্তৰ-পূৰ্বাঞ্চলত খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে অভিযান আৰম্ভ কৰিছিল। অসমৰ খাচি পাহাৰত প্ৰথম খৃষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা প্ৰথম মিছনেৰী কৃষ্ণচন্দ্ৰ পাল ১৮০০ চনত খৃষ্টান হৈছিল আৰু তেওঁ উত্তৰ-পূৰ্বাঞ্চলত ধৰ্ম প্ৰচাৰ কৰা প্ৰথম ধৰ্মান্তৰিত হোৱা মিছনেৰী বুলি ক'ব পৰা যায়। গোৰাচান্দৰ লগত পাল প্ৰথম চিলেট পাযহি ১৮১৩ চনত। ইযাৰ পিছৰপৰা খাচি পাহাৰত খৃষ্টান ধৰ্মৰ বিজয় ধ্বজা উৰিবলৈ ধৰিলে। ইফালে শ্ৰীৰামপুৰ মিছনে কেৰী চাহাবৰ নৈতৃত্বত আত্মাৰাম শৰ্মা পণ্ডিতক হাতত লৈ ১৮১১ চনত অসমীযালৈ বাইবেল অনুবাদৰ কাম আৰম্ভ কৰিছিল।** ১৮২৯ চনত গুৱাহাটীত মিছন আৰু স্কুল খোলা হৈছিল।*** ১৮৩৭-৩৮ চনত বেপ্তিষ্ট মিছনেৰী চোচাইটিৰ লগত শ্ৰীৰামপুৰ মিছন সংযোজিত

* দ্ৰষ্টব্য : History of American Baptist Mission in N. E. India ( 1836-1950 ) Volume I, 1987, পৃঃ ১৪ দ্ৰষ্টব্য। গ্ৰন্থকাৰ Milton S. Sangma।

** উক্ত গ্ৰন্থ, পৃঃ ২০।

*** এই মিছন স্কুলত ইংৰাজী আৰু বাঙালী ভাষা চলোৱা হৈছিল।

হৈছিল আৰু অসম আৰু আৰাকানত ধৰ্ম প্ৰচাৰৰ দায়িত্ব এই মিছনেৰী-সকলৰ হাতলৈ গৈছিল। এই আমেৰিকান বেপ্তিষ্ট মিছনেই অসমত-অসমীয়া ভাষা প্ৰসাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। জয়পুৰত ব্ৰাউন, কাট্টাৰ আৰু ব্ৰনছন—এই তিনিটা মিছনেৰী পৰিয়াল সম্মিলিত হৈছিল ১৮৩৯ চনত আৰু এওঁলোকেই ধৰ্ম প্ৰচাৰ, শিক্ষাৰ প্ৰসাৰ তথা সংস্কৃতিৰ প্ৰসাৰৰ অনিবাৰ্য প্ৰয়োজনত থলুৱা ভাষাৰ ওপৰত চিন্তা চৰ্চা আৰম্ভ কৰিছিল। কাট্টাৰ চাহাবে ধৰ্মপ্ৰচাৰ আৰম্ভ কৰিছিল ইংৰাজী আৰু থলুৱা—উভয় ভাষাতে।* ব্ৰাউন চাহাবে পাহাৰতকৈও ভৈয়ামত খৃষ্টান ধৰ্ম প্ৰচাৰৰ ওপৰত অধিক গুৰুত্ব দিছিল আৰু অসমীযা ভাষাৰ ওপৰত চিন্তা চৰ্চা কৰিছিল। ১৮৪১ চনত আমেৰিকান বেপ্তিষ্ট মিছনৰ ধৰ্ম প্ৰচাৰ কেন্দ্ৰ জয়পুৰৰপৰা শিৱসাগৰ পাযহি—আৰু অসমীয়া ভাষা প্ৰচাৰ তথা বিকাশৰ ক্ষেত্ৰত এই শিৱসাগৰৰ মিছনৰ ভূমিকাই অত্যন্ত গুৰুত্বপূৰ্ণ।

যি সময়ত খৃষ্টান মিছনেৰীসকলে অসমীযা ভাষাক আহিলা হিচাপে লৈ অসমত খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে প্ৰচেষ্টাত লিপ্ত হৈছিল, সেই সময়ত ইংৰাজ চৰকাৰে ৰাজনৈতিক প্ৰয়োজনত পাৰ্চি ভাষাৰ ঠাইত বংগদেশত বাঙালী ভাষাৰ পৃষ্ঠপোষকতা আৰম্ভ কৰিছিল। ১৮৩১ চনত বংগদেশত পাৰ্চি ভাষাৰ সলনি বাঙালী ভাষা প্ৰচলন কৰা হৈছিল। বংগদেশৰ এটা অংশ হিচাপে অসমতো এই কাৰ্য আৰম্ভ কৰে ১৮৩৬ চনত। পাৰ্চিৰ সলনি স্থানীয ভাষাহে স্কুল, কলেজ, কাছাৰীত চলাবৰ বাবে ইংৰাজ চৰকাৰে প্ৰচেষ্টা কৰা সত্ত্বেও অসমত সেই সময়ত চলা ( ১৮২৬—১৮৩৬ খৃঃ ) ভযাবহ ৰাজনৈতিক দুৰ্যোগৰ অনিবাৰ্য পৰিণতি স্বৰূপে অসমীয়া ভাষা তথা থলুৱা ভাষাৰ হৈ মাত মাতিবলৈ ডা-ডাঙৰীয়া তথা মধ্যবিত্ত কোনো নাছিল। এই প্ৰসংগত

---

* উক্ত গ্ৰন্থ, পৃঃ ৩৯।

আমি মনকৰা উচিত যে খৃষ্টান মিছনেৰীবিলাকেও ধৰ্ম প্ৰচাৰৰ লক্ষ্য আগত ৰাখিহে প্ৰথম অসমীয়া ভাষাৰ প্ৰসাৰত সহায় কৰিছিল।

অকল ইংৰাজ চৰকাৰেই নহয় স্কটিছ-বেপ্টিষ্ট মিছনেও বাঙালী ভাষাহে সুদীৰ্ঘকাল ধৰি পৃষ্ঠপোষকতা কৰিছিল। অসমত বাঙালী ভাষা চলাৰ আগতেই ১৮৩৩ চনতে বাঙালী লিপিত খাচি ভাষা লিখি ধৰ্মপ্ৰচাৰৰ প্ৰচেষ্টা কৰিছিল। ১৮৪১ চনত প্ৰেছবিটাৰিযান মিছনে বাঙালী লিপি নলৈ ৰোমান লিপি ললে আৰু অন্যান্য পাহাৰীযা ৰাজলৈও এই নীতিকে সম্প্ৰসাৰিত কৰাত প্ৰেছবিটাৰিযান চাৰ্চৰ প্ৰচেষ্টাত ইংৰাজ চৰকাৰেও সহাৰি দিলে।

১৮৩৫ চনত মেজৰ জেনকিন্সে আমেৰিকান বেপ্টিষ্ট মিছনক ব্ৰহ্মদেশ ( শান ) ৰ ধৰ্মপ্ৰচাৰ অভিযানৰ ঠাইত অসমত ধৰ্মপ্ৰচাৰৰ ক্ষেত্ৰত ৰাজপৃষ্ঠপোষকতা আৰম্ভ কৰিছিল। মিছনে প্ৰথম প্ৰেছ ১৮৩৬ চনত আৰম্ভ কৰিছিল অসমীযাত। কিন্তু এই জেনকিন্স চাহাবেই বংগদেশৰ ( তেতিয়াৰ ) অন্তৰ্ভুক্ত অসমত বাঙালী ভাষা প্ৰচলনৰ নিৰ্দেশ দিছিল। চৰকাৰীভাবে বাঙালী ভাষা চলাৰ আগতে মিছন স্কুলতো ১৮২৯-৩০ চনত বাঙালী ভাষাৰ প্ৰচলন আৰম্ভ হৈছিল।

কাট্টাৰ, ব্ৰাউন, বৰ্ণেছন তথা ডেনফৰ্থ আদি মিছনেৰীসকলে জেনকিন্স তথা ৰবিনছনে অসমত বঙলা ভাষা প্ৰৱৰ্তনৰ ঘোৰ বিৰোধীতা কৰিছিল। বাঙালী মধ্যবিত্ত শ্ৰেণীযে অসমত বাঙালী ভাষা চলাবৰ বাবে কিমান প্ৰচেষ্টা কৰিছিল—তাৰ কোনো সুনিৰ্দিষ্ট তথ্য গ্ৰহণযোগ্য প্ৰমাণ নাই, কিন্তু এই কালছোৱাত অসমীযা মধ্যবিত্ত শ্ৰেণীযে যে মাতৃভাষা প্ৰতিষ্ঠাৰ ক্ষেত্ৰত বিদেশী মিছনেৰীতকৈও কম গুৰুত্বপূৰ্ণ ভূমিকাহে* গ্ৰহণ কৰিছিল সি তাৎপৰ্যপূৰ্ণ। ইয়াৰ

*মিছনেৰীসকলৰ ভূমিকা সম্পৰ্কে 'অসমীয়া ভাষা সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান'—১৯৮১ চনত প্ৰকাশিত সাহিত্যসভাৰ গ্ৰন্থ দ্ৰষ্টব্য।

কাৰণ সম্ভৱতঃ এইটোহে যে অসমৰ শিক্ষিত ব্যক্তিসকলে মূলতঃ বাঙালী শিক্ষাৰ মাধ্যমেদি শিক্ষা লাভ কৰিছিল, এওঁলোকে অসমীয়া ভাষাতকৈও বাঙালী সাজপাৰ আৰু ভাষাকহে অধিক আদৰণীয় বুলি ভাবিছিল। মিছনেৰীসকলে ১৮৪৬ চনৰ জানুৱাৰী মাহৰপৰা অৰুণোদয় প্ৰকাশ কৰিছিল, এই অৰুণোদয়েই শিক্ষিত অসমীয়াখিনিৰ জ্ঞান-চকুও মুকলি কৰি অৰুণৰ পোহৰ বিলাইছিল বুলিলে ভুল নহয়। বাঙালী শিক্ষাৰে শিক্ষিত অসমীযা মধ্যবিত্ত শ্ৰেণীৰ এটা বুজন অংশই অসমীয়া ভাষাৰ প্ৰয়োজনীয়তা তথা শক্তি সম্পৰ্কে, ১৮৭২ চনত অসমীযা ভাষা পুনৰ প্ৰবৰ্তন হোৱাৰ পিছতো সন্দেহহে প্ৰকাশ কৰিছিল।* প্ৰকৃততে ইংৰাজী শিক্ষাৰে পুষ্ট বাঙালী মধ্যবিত্তসকলে বিশেষ সুবিধা আদায কৰিবলৈ কৰা চেষ্টা সাধাৰণভাবে সাম্ৰাজ্যবাদৰ সহযোগী শ্ৰেণীৰ চৰিত্ৰ, অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ দুৰ্বলতা তথা আদৰ্শগত বিভ্ৰান্তিৰ বাবেই বাঙালী মধ্যবিত্ত শ্ৰেণীযে কিছু সা-সুবিধা আদায়ৰ চেষ্টা কৰাটো আচৰিত নহয, তেনে চেষ্টা অসমীয়া মধ্যবিত্ত শ্ৰেণীও যথেষ্ট লাজ লগা ভাবে নকৰাকৈ থকা নাছিল।

অসমীযা ভাষাত প্ৰথম বাতৰিকাকত প্ৰকাশ, প্ৰথম ব্যাকৰণ প্ৰণয়ন আৰু ১৮৩৬ চনৰ পৰা অসমীযা ভাষা প্ৰতিষ্ঠাৰ বাবে মিছনে কৰা একনিষ্ঠ ভাষা-শ্ৰেণী মনোবৃত্তি অসমীযা শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ এজনেও ১৮৭২ চনলৈকে প্ৰদৰ্শন কৰিব পৰা নাছিল। সম্ভৱতঃ ৰাজনৈতিক, অৰ্থনৈতিক তথা সাংস্কৃতিক দুৰ্যোগৰ জুৰুলা হোৱা বাবেই অসমৰ মধ্যবিত্ত শ্ৰেণীযে সুস্থভাবে মূৰ দাঙি উঠিবলৈ সুদীৰ্ঘ কালৰ প্ৰযোজন হৈছিল।

---

* এই সম্পৰ্কে বহল আলোচনা কৰাৰ ইচ্ছা আমি কৰা নাই। ইচ্ছুক পাঠকে—'ৰাস্তৱ নে বিভ্ৰম' গ্ৰন্থত—শিৱনাথ বৰ্মনৰ অসমীয়া ভাষা আৰু বাঙালী আমোলাৰ ষড়যন্ত্ৰ প্ৰৱন্ধ পঢ়ি চাব পাবে। উক্ত গ্ৰন্থ—১৯৮৬ চনত প্ৰকাশ পাইছে।

ৰবিনচনৰ 'এ গ্ৰামাৰ অব ডি এছামিজ লেংগুয়েজ', ১৮৪৮ খৃঃ ত প্ৰকাশিত নাথান ব্ৰাউনৰ 'গ্ৰামাটিকেল নোটছ অব ডি আচামিজ লেংগুয়েজ,' ১৮৪৮ চনত প্ৰকাশিত শ্ৰীমতী কাট্টাৰৰ 'ভকেবুলাৰি এণ্ড ফ্ৰেজ বুক' এই কেইখন অৰুণোদয়ৰ বাহিৰে মিছনেৰীসকলৰ অৱদানৰ কীৰ্তিস্তম্ভস্বৰূপ।

## অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ জাগৰণ

১৮৯৪ চনত কৃষক শ্ৰেণীৰ বিদ্ৰোহ প্ৰায় শাম কটাৰ পিছত দেখা গৈছিল পশ্চিমীয়া শিক্ষাৰে শিক্ষিত শ্ৰেণীৰ নেতৃত্বত অসমত মধ্যবিত্ত শ্ৰেণীৰ নিজকে ৰাজনৈতিক তথা সাংস্কৃতিক নেতৃত্বত প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস। গুৰুত্বপূৰ্ণ কথা হ'ল অসমৰ শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ একাংশ আছিল কৃষক বিদ্ৰোহৰ প্ৰতি সহানুভূতিশীল। উদাহৰণস্বৰূপে সৰ্বজানিক সভাই চৰকাৰৰ বিপক্ষে কৃষকৰ স্বাৰ্থৰ পক্ষে মাত মাতিছিল।* অসমৰ শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ প্ৰতিভূ জগন্নাথ বৰুৱা আছিল এই শ্ৰেণীৰ মধ্যবিন্দু। প্ৰকৃত অৰ্থত ৰাযত সভা আৰু সৰ্বজানিক সভা আচাম এচোচিয়েছন আদিৰ লগত কৃষক সমাজৰ ওচৰ সম্পৰ্ক আছিল আৰু কালক্ৰমত এই সংগঠনসমূহৰ লগত জড়িত নতুন মধ্যবিত্ত শ্ৰেণীযেই অসমত ৰেলপথ প্ৰতিষ্ঠাৰ পৰা, কৰকাটল হ্ৰাস, শিক্ষাৰ প্ৰসাৰ আদিৰ বাবে স্মাৰকপত্ৰ প্ৰদান, মত গঠন আদিৰ জৰিযতে অসমৰ ৰাজনীতিত প্ৰত্যক্ষ প্ৰভাৱ বিস্তাৰ কৰিছিল। ১৯০৩ চনত প্ৰতিষ্ঠিত আচাম এচোচিয়েছনে এই শ্ৰেণীৰ নেতৃত্ব বহন কৰিছিল।** মানিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা, ঘনশ্যাম বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, চন্দ্ৰধৰ বৰুৱা, নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, লক্ষ্মীনাথ বেজবৰুৱা আদি প্ৰথম যুগৰ মধ্যবিত্ত শ্ৰেণীৰ ভূমিকালৈ লক্ষ্য কৰিলে আমাৰ চকুত পৰে যে প্ৰকৃত অৰ্থত এই শ্ৰেণীয়েই কৃষক সমাজৰ বিদ্ৰোহৰ পৰোক্ষ

* পৃঃ ৪০, জগন্নাথ বৰুৱা গ্ৰন্থ।

** উক্তগ্ৰন্থ।

ঐতিহাসিক ফলস্বৰূপে, অসমৰ ৰাজনীতি তথা সাংস্কৃতিক জীৱনত ইংৰাজ সাম্ৰাজ্যবাদী শ্ৰেণীৰ পৰা পাব পৰা সুবিধাসমূহ আদায় কৰি বিকশিত হোৱা মধ্যবিত্ত শ্ৰেণী। এই শ্ৰেণীয়েই অসমৰ ভাষা-সংস্কৃতিৰ বিকাশত পদক্ষেপ হিচাপে সাহিত্য-সভাৰ জন্ম আৰু বিকাশত অৰিহণা যোগাইছিল। তদুপৰি অসমত উচ্চ শিক্ষাৰ বিকাশৰ প্ৰচেষ্টাও হাতত লৈছিল।* এই দৰেই এই মধ্যবিত্ত শ্ৰেণীয়ে আহোম যুগত ভেটি প্ৰতিষ্ঠা হোৱা ভাষা-সংস্কৃতিৰ ভেটিটো, ইংৰাজৰ দিনত ধ্বংস হোৱাৰ পৰা ৰক্ষা কৰি, অসমৰ ভাষা-সংস্কৃতিক জাতীয় ৰূপ দিয়াত আগ-ভাগ লৈছিল।

প্ৰকৃত অৰ্থত অসমৰ সংস্কৃতি নতুন ৰূপত গঢ় লোৱাত পশ্চিমীয়া শিক্ষা তথা সাম্ৰাজ্যবাদী শিক্ষাই গুৰুত্বপূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰিছিল। ঘৰৰ সাজ-সজ্জা, গাৰ পোছাক** আনকি মূৰৰ টিকনিদালো*** ইংৰাজী শিক্ষাৰ ফলস্বৰূপে বাদ দিয়া হৈছিল আৰু পশ্চিমীয়া আৰ্হিৰ নতুন মানুহত পৰিণত হৈছিল বা হ'বলৈ চেষ্টা কৰিছিল।

এই যুগতে পশ্চিমীয়া সংস্কৃতিৰ লগতে আহিছিল বাঙালী সংস্কৃতি। বাঙালী ভাষাৰ প্ৰভাৱৰ পৰা মিছনেৰীসকলৰ সহায়ত অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে অসমক মুক্ত কৰিছিল যদিও বাঙালী সাজ-পাৰ****

---

* উদাহৰণস্বৰূপে কটন কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত মানিকচন্দ্ৰ বৰুৱাৰ ভূমিকা প্ৰনিধানযোগ্য। —দ্ৰষ্টব্য : Page 11-18, Political History of Assam, Vol I ইয়াৰ আগতে ইংৰাজী শিক্ষাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল আনন্দৰাম ঢেকিয়াল ফুকনে। 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত,' দ্ৰষ্টব্য—পৃঃ ২০-২১।

** আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত, ( ১৯৭১ ) পৃঃ ৪৮-৫০।

*** মোৰ জীৱন সোঁৱৰণ, পৃঃ ১২, ১৮-১৯, ৪৩, ৮৮, ১১৪, ১৩৫ দ্ৰষ্টব্য। সম্পাদনা—যতীন্দ্ৰনাথ গোস্বামী।

**** 'Assamese gentry were addressed as Babus and the latter evinced an increasing fascination for the Punjabi, shawl and Santipuri Dhuti of Bengal'—P 127, Political History of Assam, Vol I.

এই যুগতে ঘৰে ঘৰে প্ৰৱেশ কৰিছিল। সংগীত, বাদ্য-যন্ত্ৰ, নৃত্য (বাইজী) আদি বঙলুৱা আহিৰেই অসমৰ বিবাহ তথা আন উৎসৱত প্ৰৱেশ কৰিছিল।* আনকি এই যুগতে অসমীয়াৰ ঐতিহ্যসম্পন্ন সাজ-পাৰ, জাতীয় উৎসৱ বিহু, গীত, নৃত্য, নাট, ভাওনা আদিক একশ্ৰেণীৰ শিক্ষিত মধ্যবিত্তই ঘৃণাৰ চকুৰে চাইছিল।** এই কুফল বিলাকৰ বিপৰীতে কিন্তু পশ্চিমীয়া শিক্ষা আৰু সংস্কৃতিৰ সুফলো আছিল সুদূৰপ্ৰসাৰী। উদাহৰণস্বৰূপে, অসমৰ 'তথাকথিত উচ্চ জাত' সমূহৰ মাজত যি অস্পৃশ্যতাৰ আচঁাৰ আছিল—তাৰ ওপৰত প্ৰথম আক্ৰমণ চলিছিল পশ্চিমীয়া শিক্ষাৰে শিক্ষিত সকলৰ দ্বাৰা। নাৰী শিক্ষা*** বিধবা বিবাহ আদিৰ দৰে সংস্কাৰমূলক কামৰ প্ৰতিও এই শিক্ষিত মধ্যবিত্ত শ্ৰেণী আছিল আগ্ৰহী। শিক্ষিত মধ্যবিত্ত—যাদুৰাম বৰুৱা**** গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি বিধবা বিবাহৰ পক্ষে আছিল।***** অন্ধ বিশ্বাস, কু-সংস্কাৰ আদিৰ বিৰুদ্ধে চলা সাংস্কৃতিক আন্দোলনৰ চূড়ান্ত ৰূপ আছিল লক্ষ্মীনাথ বেজবৰুৱাৰ কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা আৰু কৃপাবৰ বৰুৱাৰ ওভটনি।

অসমৰ শিক্ষিত মধ্যবিত্ত শ্ৰেণীক আলোড়িত কৰা এই যুগৰ গুৰুত্বপূৰ্ণ সমস্যা আছিল আফিং-সেৱন। আফিং বৰবিহ উঠাই দিয়াৰ পক্ষে

---

* H. K. Barpujari, Assam In the Days of Company, Page 272

** গুণাভিৰাম বৰুৱা, অসম বুৰঞ্জী, পৃঃ ২০২-২০৩, পদ্মনাথ গোহাঞি বৰুৱা মোৰ সোৱঁৰণী, হলিৰাম ঢেকিয়ালফুকন (সম্পাদনা জে এম ভট্টাচাৰ্য্য) পৃঃ ১০৩ দ্ৰষ্টব্য।

*** প্ৰথম ছোৱালীৰ প্ৰাথমিক বিদ্যালয় স্থাপন হৈছিল ১৮৬০-৬১ চনত, শিবসাগৰত।

**** অৰ্ঘ্যাৱলী, বেণুধৰ শৰ্মা, পৃঃ ১১০ দ্ৰষ্টব্য।

***** দ্ৰষ্টব্য: গুণাভিৰাম বৰুৱা ৰামনৱমী নাটক, অসমীয়া বিবাহ পদ্ধতি—হেমচন্দ্ৰ বৰুৱা—অসমীয়া সাহিত্যৰ চানেকি, প্ৰথম ভাগ।

প্ৰথমৰে পৰাই মধ্যবিত্ত শ্ৰেণী সৰৱ নাছিল।* তথাপি বুজন অংশ শিক্ষিত লোক আছিল আফিং উচ্ছেদৰ পক্ষে। হেমচন্দ্ৰ বৰুৱাৰ 'কানিয়াৰ কীৰ্তন'ত আছে—

কেপা কানি বিহৰ শেষ
কানিযাৰ নাই গিয়ানৰ লেশ
হায় হায় কি ঘোৰ ক্লেশ
কানিযাই খালে অসম দেশ

১৮৯১ চনত গুণাভিৰাম বৰুৱাই—কানি সম্পূৰ্ণ বিলোপকৰণৰ দাবী জনায ৰয়েল কমিছনৰ আগত সাক্ষ্য দিছিল।** হঠাৎ উঠাই নিদি ক্ৰমশঃ উঠাই দিযাৰ পক্ষে মধ্যবিত্ত শ্ৰেণীৰ বুজন অংশই ৰায দিযা স্বত্বেও অসমৰ প্ৰায় কেইখন জিলাতে কানি নিবাৰণী সভা গঠন হৈছিল।

এই জাতীয জীৱনক সংস্কাৰ কৰা যুক্তিবাদী মধ্যবিত্ত চিন্তাৰ বিকাশৰ আৰু সংস্কাৰমূলক কাম-কাজৰ লগে লগে মধ্যবিত্ত শ্ৰেণীয়ে জাতীয জীৱনক দৃঢ আৰু ঐক্যৱদ্ধ কৰিবৰ বাবে অসমীয়া ভাষাৰ বিকাশ তথা সংৰক্ষণৰ পটভূমি ৰচনা কৰাৰ কথা আমি পূৰ্বে উল্লেখ কৰিছোঁ। অসমত বাঙালী ভাষা প্ৰচলনৰ কৃপা লভি জীৱিকা নিৰ্বাহ কৰিছিল যদিও লক্ষ্মীনাথ বেজবৰুৱাৰ আদৰ্শ আছিল অসমীযা জাতীয মধ্যবিত্তৰ। সোৰোপালি এৰি যাতে ব্যৱসায়-বাণিজ্য ( যিমানেই সৰু নহওক লাগিলে ) কৰি অসমৰ উন্নতি কৰিবৰ বাবে এওঁলোকৰ আহ্বান আৰু উদগনি আছিল অতি প্ৰভাৱশীল। ৰংগৰ আশ্ৰয লৈ প্ৰকৃততে হোজা, ভঙুৱা, সোৰোপা, কানিযা অসমীয়া মানুহক জাগ্ৰত হ'বলৈ জনোৱা উদ্দাত্ত আহ্বান জাতীয উত্থানৰ আদৰ্শৰ লগত খাপ খায়। ইংৰাজৰ

* বোধহয় ইয়াৰ কাৰণ আছিল—(ক) কানি ঔষধ—গ্ৰহণীৰ ঔষধ হিচাপে বহুল ভাবে ব্যৱহাৰ হৈছিল। (খ) কানি বহু খেতিয়কৰ থলুৱা কৃষি আছিল।

** Report of the Royal Commission on opium, 1893-94 Vol-2, pp 186-88.

বিৰুদ্ধে বিদ্ৰোহ কৰি নহয়, ইংৰাজৰ বুকুৰ মাজতে থাকি, ইংৰাজৰ ভাল-গুণখিনি লৈ অসমীয়া মানুহক চহকী কৰাৰ ধাৰণাৰে এই মধ্যবিত্তসকল পৰিচালিত হৈছিল। এই ক্ষেত্ৰত কলিকতাত লাভ কৰা শিক্ষা, কোনো কোনোৰ ওপৰত ব্ৰাহ্ম ধৰ্মৰ প্ৰভাৱ আৰু ক্ৰমশঃ চাহবাগিছাত প্ৰতিপত্তি বৃদ্ধি পোৱা চাহ-বাগিছাৰ উদ্যোগী শ্ৰেণীৰ আদৰ্শগত প্ৰভাৱ সুস্পষ্ট।

প্ৰতিক্ৰিয়া স্বৰূপে আনন্দৰাম ঢেকিয়াল ফুকনে ( ১৮২১-৫৯ ) Observation on the Administration of the province of Assam আৰু A Few Remarks on the Assamese Language ( 1855 )* নামৰ পুস্তিকাত নিজৰ যুক্তিশীল মত ব্যক্ত কৰিছিল আৰু অসমত মাতৃ ভাষা প্ৰচলনৰ পক্ষে সৰল যুক্তি প্ৰদৰ্শন কৰিছিল। মিছনেৰীসকলৰ উপৰিও এই সময়ত অসমৰ শিক্ষিত শ্ৰেণীয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। অসমীয়া ভাষাৰ পক্ষে যুক্তি সাব্যস্ত কৰিবৰ বাবে ১৮৭২ চনৰ ৯ মাৰ্চত অসমৰ ১৩৪ জন শিক্ষিত অসমীয়াই ব্ৰনচনৰ নেতৃত্বত এখন স্মাৰকপত্ৰ দিছিল বুলি জনা যায়।** ইয়াৰ ফলস্বৰূপে ১৮৭৩ চনৰ এপ্ৰিলৰ পৰা অসমীয়া ভাষা প্ৰতিষ্ঠাৰ সংগ্ৰাম সফল হৈছিল। ইযাৰ পিছতো অসমীয়া ভাষা প্ৰতিষ্ঠাৰ সংগ্ৰাম সফল কৰি তুলিবৰ বাবে ১৮৮৮ চনত ইংৰাজী শিক্ষাৰে শিক্ষিত অসমীয়াসকলে অসমীয়া ভাষা উন্নতি সাধিনী সভা স্থাপন কৰিছিল। এই ক্ষেত্ৰত আগভাগ লওঁতা আছিল লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, ৰমাকান্ত বৰকাকতি, কনকলাল বৰুৱা, আনন্দ চন্দ্ৰ গুপ্ত, পদ্মনাথ গোহাঞি বৰুৱা, উপেন্দ্ৰনাথ শৰ্মা, লক্ষেশ্বৰ শৰ্মা, ইত্যাদি।

---

* ঢেকিয়াল ফুকনে এই পুস্তিকাত দেখুৱাইছিল যে ২৮৭ টা অসমীয়া শব্দৰ ভিতৰত ১১২ টা সম্পূৰ্ণ থলুৱা উৎসৰ, ৯৮ টা সংস্কৃত মূলৰ আৰু ৭৭টা বঙালীৰ লগত মিল থকা।

** Political History of Assam, Vol I, Page 140-41 দ্ৰষ্টব্য।

অসমীয়া গ্ৰন্থৰ তালিকা প্ৰকাশ ( ১৮৯৫ ), শিশু শিক্ষাৰ গ্ৰন্থ প্ৰকাশ, অভিধান প্ৰকাশৰ বাবে পুঁজি সংগ্ৰহ, ১৮৮৯ ত জোনাকী প্ৰকাশৰ দৰে কাৰ্য্যাৱলীৰ লগে লগে অসমীয়া সমাজ আৰু সংস্কৃতিৰ বুকুত এই শ্ৰেণীৰ ভূমিকা নিৰ্ণয়কাৰী হৈ পৰিছিল। ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই অৰুণোদয় আৰু জোনাকীৰ ভূমিকাৰ বিষয়ে মোখনি মাৰি বক্তব্য ৰাখিছে এইদৰেঃ "The Orunodoi and the Jonaki were practically the organs of the two movements, the former against the usurpation by the Bengali ( Language ) and the latter for the recoronation of the Assamese after her restoration."* জোনাকী যুগে ধ্বংসৰ পথেদি আগবঢ়া অসমৰ সাংস্কৃতিক এটা নিকা পথৰ সন্ধান দিবলৈ প্ৰযাস কৰিছিল। সাহিত্যৰ আদৰ্শৰ ক্ষেত্ৰত পশ্চিমীয়া ৰমণ্যাসবাদৰ প্ৰভাৱ পৰিছিল যদিও স্বদেশপ্ৰেম আৰু প্ৰকৃতি প্ৰেমৰ নিভাঁজ সৰলতাই সাহিত্যক জন-মানসৰ ওচৰ চপাই আনিছিল। নাটক, কবিতা, সাধুকথা, ৰম্য ৰচনা, ব্যংগ ৰচনা—সকলো দিশতে এই যুগত বিকাশ ঘটিছিল। পুৰণি ঐতিহ্যময় বুৰঞ্জী, উপকথা, সাধুকথা, প্ৰবচন, গীত আদি সংগ্ৰহ আৰু প্ৰকাশৰ প্ৰৱণতা গা-কৰি উঠিছিল। স্বদেশ প্ৰেম আছিল এই জোনাকী যুগৰ কবি সাহিত্যিকৰ চালিকা শক্তি, মানবতা আৰু নিভাঁজ প্ৰকৃতি প্ৰেম আছিল কোমলতা আৰু উদাৰতা প্ৰদানকাৰী অমিয়া সুধা। কমলাকান্ত ভট্টাচাৰ্য্য ( পাহৰণি ), লক্ষ্মীনাথ বেজবৰুৱা ( মোৰ দেশ, অসম সংগীত, বীণ ব'ৰাগী, আমাৰ জন্মভূমি ), অম্বিকাগিৰি ৰায চৌধুৰী ( শতধাৰ, মই বিপ্লৱী মই তাণ্ডৱী, নাটক বন্দিনী ভাৰত ) প্ৰসন্নলাল চৌধুৰী ( অগ্নিমন্ত্ৰ )—আদিয়ে ৰমণ্যাসবাদৰ দুৱাৰ গছকি, সামগ্ৰিকভাবে যুক্তিবাদী আদৰ্শৰ প্ৰভাৱত

* Neog,—New Light on History of Asamiya Literature, Page 39 ।

স্বদেশ প্ৰেমৰ অনুপ্ৰেৰণাৰে উদ্বুদ্ধ হৈছিল আৰু জন-মনক স্বাধীনতাৰ আদৰ্শৰে অনুপ্ৰাণিত কৰিবলৈ চেষ্টা কৰিছিল।

প্ৰায়ভাগ শিক্ষিত মধ্যবিত্তৰ সাংস্কৃতিক চিন্তা,—স্বদেশপ্ৰেমৰ অগনিয়ে নিকা কৰা বাবে, ১৯২০ চনৰ পৰা পিছলৈ ৰাজনীতি নকৰোঁ বুলিও ৰাজনীতিলৈ নামি আহিছিল। আগৰ যুগৰ মধ্যবিত্ত শ্ৰেণীৰ গুৰুত্বপূৰ্ণ দুৰ্বলতাই হ'ল ৰাজনৈতিক সুস্থ চেতনাৰ অভাৱ তথা ভীতি। ১৮৮৫ ত প্ৰকাশিত 'আসাম বন্ধু'ৰ সম্পাদক গুণাভিৰাম বৰুৱাই কৈছিল যে "আমি ৰাজনীতিত নামিব নোখোজোঁ কাৰণ আমি অনভিজ্ঞ।" চন্দ্ৰকুমাৰ আগৰৱালাই ( ১৮৮৯ ) কৈছিল যে আমি ৰাজনীতিৰ পৰা আঁতৰত। কাৰণ পৰাধীন দেশত ৰাজনীতিতকৈ সমাজকল্যাণ গুৰুত্বপূৰ্ণ।'* অনভিজ্ঞতা, সাম্ৰাজ্যবাদ সম্পৰ্কে জ্ঞানৰ অভাৱ আৰু চৰকাৰৰ প্ৰতি ভীতি-গ্ৰস্ততাই ৰাজনীতিৰ পৰা প্ৰায় সকলোকে আঁতৰত ৰাখিছিল বুলিব পাৰি। ১৮৯২ চনত প্ৰকাশিত বিজুলীৰ সম্পাদক পদ্মনাথ গোহাঞি বৰুৱাই (২য় সংখ্যা) ৰাজনীতিৰ পৰা সাহিত্যিক তথা বুদ্ধিজীৱিসকলক আঁতৰি থকাৰ কাৰণ বিশ্লেষণ কৰি কৈছিল যে চৰকাৰ অসন্তুষ্ট হোৱাৰ ভয়তে এইসকলে চৰকাৰৰ কথা আলোচনা নকৰে। ৰাজনীতি আলোচনা কৰিলে শাসক আৰু শাসিত উভয়ৰে মংগল।' গোহাঞি বৰুৱাৰ এই দৃষ্টিভংগীও সম্পূৰ্ণ মোহমুক্ত নাছিল। জনসাধাৰণক মুক্তিৰ আদৰ্শৰে অনুপ্ৰাণিত কৰাৰ আদৰ্শ বাতৰি কাকত আৰু সাহিত্য-সংস্কৃতিৰ সেৱকসকলে গ্ৰহণ কৰাৰ বলিষ্ঠ ভিত্তি এই যুগৰ মধ্যবিত্তসকলে গঢ়ি তুলিব পৰা নাছিল। মধ্যবিত্ত শ্ৰেণীৰ দৃষ্টিভংগী আছিল মূলতঃ মধ্যমপন্থী বা নৰমপন্থী, স্বৰাজ বিচৰা নাছিল, বিচাৰিছিল সু-ৰাজ, বিচাৰিছিল আবেদন-

---

* দ্ৰষ্টব্য : সংবাদপত্ৰৰ ব'দ কাচিয়লিত অসমীয়া সাহিত্য, নন্দ তালুকদাৰ, পৃঃ ৯৮-৯৯, ১১৮-১১৯।

নিবেদনৰ মাজেদি প্ৰাপ্য। যুক্তিবাদী হ'লেও বিদেশী শোষণৰ বিৰুদ্ধে তীব্ৰ ক্ষোভ প্ৰকাশ কৰি ওলাই অহা নাছিল।

প্ৰথম মহাসমৰৰ পিছৰ পৰা ক্ৰমান্বযে লেহেমীয়া গতিৰে আৰু দ্বিতীয় মহাসমৰৰ আগে আগে ( ১৯৩০ চনৰ পৰা ) কিছু দ্ৰুত গতিৰে প্ৰভাৱশীল দৃষ্টিভংগী অপৰিবৰ্তিত হৈছিল বুলিব পাৰি। এফালে ভাৰতীয় স্বাধীনতা আন্দোলন, ১৯২০ চনত আছাম এচোচিয়েছনৰ কংগ্ৰেছ দলত যোগদান, সন্ত্ৰাসবাদৰ প্ৰভাৱ, সাম্যবাদী আদৰ্শৰ প্ৰভাৱ আদিযে মধ্যবিত্তৰ আপোচকামী সাংস্কৃতিক চিন্তাত এক সুতীব্ৰ আঘাট হানিছিল। সাম্ৰাজ্যবাদৰ প্ৰতি থকা মোহ স্বাধীনতা আন্দোলনৰ জোঁৱাৰ বৃদ্ধিৰ লগে লগে প্ৰায় নিঃশেষ হৈছিল আৰু বৈপ্লৱিক আদৰ্শৰে সাহিত্য সংস্কৃতিৰ পূজাৰীসকল উদ্বুদ্ধ হৈছিল।

ওপৰৰ আলোচনাৰ সাৰ-সংকলন কৰিলে আমাৰ চকুত পৰে যে ইংৰাজ আগমনৰ পিছত প্ৰথম বিদ্ৰোহ কৰে ডাঙৰীযা সকলে। এই বিদ্ৰোহৰ কাল ১৮৫৭ চন পৰ্যন্ত। মণিৰাম পিযলিৰ ফাঁচিৰ পিছতে এই বিদ্ৰোহৰ সামৰণি।

ডাঙৰীযা বিদ্ৰোহৰ অন্তত কৃষক বিদ্ৰোহৰ পাতনি। এই বিদ্ৰোহ চলে এবা ধৰাকৈ ১৮৬১ চনৰ পৰা ১৮৯৪ চন পৰ্যন্ত। কৃষক বিদ্ৰোহৰ পতনৰ লগে লগে আৰম্ভ হয মধ্যবিত্ত শ্ৰেণীৰ সাংগঠনিক জাগৰণ তথা শ্ৰেণী হিচাপে উত্থানৰ উকমুকনি।

অসমৰ থলুৱা মধ্যবিত্ত শ্ৰেণীৰ এই দোক-মোকালিতে অসমীযা ভাষা, উন্নতিসাধিনী সভা, আচাম এচোচিয়েছন, সৰ্বজানিক সভা, ৰাযত সভা আদিৰ গঠন। এই কালছোৱা ১৯২০ চনলৈকে বিস্তৃত বুলিব পাৰি। ১৯২০ চন মানৰ পৰা অসমৰ থলুৱা মধ্যবিত্ত শ্ৰেণী ক্ৰমান্বয়ে সৰ্বভাৰতীয় ইংৰাজবিৰোধী আন্দোলনৰ ওচৰ চাপি যায়।

১৯২০ চনৰ পৰা ১৯৪৭ চনৰ ভিতৰৰ কালছোৱাত মধ্যবিত্ত শ্ৰেণীয়ে লোৱা ভূমিকাৰ দুৰ্বল দিশসমূহ দূৰদৃষ্টিৰে অনুধাৱন কৰি যি

সকল মহান পুৰুষে নতুন যুগৰ সপোন দেখিছিল তেওঁলোকৰ সপোনৰ বাস্তৱ ৰূপদানৰ মাজেদিযেই অগ্ৰসৰ হৈছে সাংস্কৃতিক তথা সামাজিক মুক্তিৰ অবিৰত সংগ্ৰাম।

## দ্বিতীয় ভাগ

## জ্যোতিপ্ৰসাদ-বিষ্ণু ৰাভা ঃ সাম্ৰাজ্যবাদবিৰোধী সাংস্কৃতিক যুঁজৰ শীৰ্ষবিন্দু

সাম্ৰাজ্যবাদবিৰোধী সংগ্ৰামৰ সকলো ধাৰাৰে সম্মিলিত প্ৰভাৱত অসমৰ সাংস্কৃতিক জগতত ১৯২০ চনৰ পিছৰে পৰা এক নতুন প্ৰৱাহৰ সূচনা হৈছিল। The Times of Assam, অসমীয়া, বাতৰি আদি কাকতে কংগ্ৰেছ দলৰ অসহযোগ, সত্যাগ্ৰহ তথা ভাৰত-ত্যাগ আন্দোলনৰ প্ৰতি সহাৰি দিছিল। The Times of Assam-এ ১৯২৩ চনৰ পিছৰপৰা সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ বাতৰি পৰিবেশন কৰিছিল, কিন্তু ৰাজনীতিৰ ফালৰপৰা নৰমপন্থা গ্ৰহণ কৰিছিল। ইযাৰ বিপৰীতে ১৯১৬-৪৬ চনৰ ভিতৰত প্ৰকাশিত অসম বিলাসিনী (১৯১৬-৩৮), অসমীযা (১৯১৮-৪৮) অসম সেৱক, আদিযে প্ৰত্যক্ষভাবে স্বাধীনতা আন্দোলনৰ সমৰ্থন কৰিছিল। কৃষক শ্ৰমিকৰ বাতৰিও আনকি অসমীযা কাকতৰ নিযমিত প্ৰকাশ পাইছিল। অসমৰ আন্দোলনত নতুনত্বৰ সূচনা কৰা ১৯৩৯ চনৰ ডিগবৈৰ শ্ৰমিক আন্দোলনৰ পক্ষে এই কাগজে ভূমিকা গ্ৰহণ কৰিছিল। ঘটনা প্ৰৱাহৰ এই সোঁত আছিল অনিবাৰ্য্য, অবধাৰিত। কাৰণ ইংৰাজ শাসন আৰু শোষণৰ অনিবাৰ্য্য ফলস্বৰূপে, পশ্চিমীয়া শিক্ষাৰে শিক্ষিত অসমীযাৰ সংস্কৃতি সম্পৰ্কে চকু মেল খোৱাই নহয়, নতুন যুক্তিবাদী মনৰ অধিকাৰী এচাম শিল্পী সাহিত্যিকে সমাজত

শ্ৰমিক কৃষকৰ স্থান সম্পৰ্কে নতুনকৈ ভাবিবলৈ আৰম্ভ কৰিছিল আৰু তাৰ ভিতৰত জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু ৰাভা, কেদাৰ নাথ গোস্বামী, ধীৰেন্দ্ৰ নাথ দত্ত আদি অন্যতম আছিল। ভাৰত ত্যাগ আন্দোলনে জ্যোতিপ্ৰসাদ বিষ্ণু ৰাভাৰ উপৰিও ব্ৰজনাথ শৰ্মাৰ দৰে নাট্যকাৰকো ৰাজনীতিৰ বুকুলৈ টানি আনিছিল।

অসমত ইংৰাজ বিৰোধী আন্দোলন তথা কৃষক আৰু শ্ৰমিক জন-সাধাৰণৰ ঐতিহাসিক ভূমিকা বলিষ্ঠ হোৱাৰ লগে লগে সংস্কৃতিৰ পূজাৰীসকলৰ চিন্তাধাৰাৰো ব্যাপক পৰিবৰ্তন সাধন হৈছিল। জ্যোতি-প্ৰসাদে ১৯৩১ চনত (১৯ এপ্ৰিল) যুৱলীগৰ অধিবেশনত কৈছিল—অসমৰ যুবকসকলে ভগত সিঙক অনুসৰণ কৰিব আৰু পূৰ্ণ স্বাধীনতা অৰ্জনৰ বাবে যিকোনো পন্থাই অনুসৰণ কৰিব।* বিষ্ণু ৰাভাও এই বৈপ্লৱিক চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱান্বিত আৰু সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামত প্ৰত্যক্ষভাবে লিপ্ত হৈছিল।

ইংৰাজৰ অৰ্থনৈতিক শোষণ আৰু শাসনৰ প্ৰত্যক্ষ ফলস্বৰূপে অসমলৈ অকলমে ইংৰাজী শিক্ষা আৰু পশ্চিমীয়া যুক্তিবাদেই আহিল সেইটো নহয়, লগে লগে আহিল পশ্চিমৰ ৰমণ্যাসবাদ, মানবীয আদৰ্শবাদ আৰু বৈপ্লৱিক চিন্তাধাৰা। ইংৰাজ সাম্ৰাজ্যবাদৰ অনিবাৰ্য্য প্ৰয়োজনতে গঢ়ি তোলা হ'ল মুদ্ৰিক অৰ্থনীতি, গঢ়ি তোলা হ'ল চাহবাগিছা শিল্প, তেল নগৰী, বজাৰ আৰু প্ৰশাসন যন্ত্ৰ। ইযাৰ অনিবাৰ্য্য পৰিণতি স্বৰূপে সৃষ্টি হ'ল সুস্পষ্ট শ্ৰেণী বিভাজন, পুঁজিপতি সৃষ্টি হ'ল, সৃষ্টি হ'ল শ্ৰমিক আৰু ভূমিহীন কৃষক। পৰোক্ষ বা প্ৰত্যক্ষ ভাবে ইংৰাজৰ যুগতে সমগ্ৰ সাংস্কৃতিক পটভূমিটো সলনি হ'ল। প্ৰায অনা-মৌদ্ৰিক তথা অব্যৱসাযিক আৰ্থ-সামাজিক জীৱন সলনি হৈ সমগ্ৰ অৰ্থনৈতিক সামাজিক জীৱন মৌদ্ৰিক মূল্যাযণৰ তথা মৌদ্ৰিক অৰ্থনীতিৰ আওতাৰ মাজলৈ আহিল। বহল অৰ্থত যন্ত্ৰ

* Political History of Assam, Vol I Page 27।

যুগ বা ঔদ্যোগিক যুগৰ সূচনা হ'ল। ই ৰূপান্তৰিত পটভূমিৰ সাংস্কৃতিক ব্যক্তিত্বৰ পূৰ্ণ বিকাশ ঘটিছিল ৰাভা আৰু জ্যোতিপ্ৰসাদৰ মাজেদি। আহোম যুগৰ আৰ্থ-সামাজিক পটভূমিত যিদৰে সৃষ্টি হৈছিল সংস্কৃতিৰ পূৰ্ণ-ব্যক্তিত্ব ৰূপত শ্ৰীমন্ত শংকৰদেৱ তথা মাধৱ-দেৱৰ, ঠিক সেইদৰে এই সাম্ৰাজ্যবাদৰ প্ৰত্যক্ষ শোষণ আৰু শাসনৰ যুগত মুক্তিকামী মানৱ মনৰ সাংস্কৃতিক ব্যক্তিত্বৰ পূৰ্ণ ৰূপ প্ৰতিভাত হ'ল জ্যোতিপ্ৰসাদ আৰু ৰাভাৰ সমন্বয়মুখী বৈপ্লবিক আদৰ্শৰ মাজেদি। জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাৰ মাজেদি প্ৰতিভাত হোৱা সমন্বয়ৰ আদৰ্শ—নতুন আৰু পুৰণিৰ সমন্বয়ৰ আদৰ্শ, নানা জাতিৰ সংস্কৃতিৰ পোহৰ ভাগৰ সমন্বয়ৰ আদৰ্শ, দেশ আৰু বিদেশৰ পোঁহৰ সংস্কৃতিৰ সমন্বয়ৰ আদৰ্শ। এই সমন্বয়ৰ আদৰ্শই হ'ল মানৱ সমতা আৰু মুক্তিৰ পৰম পাথেয়।

## তৃতীয় ভাগ

## সাতচল্লিছ চনৰ পিছৰ আৰ্থ-সামাজিক অৱস্থা

ইংৰাজৰ দিনত অসম উপনিৱেশ আছিল—সেই কথা বিতৰ্কৰ অতীত। ৪৭ চনৰ পিছতো ঔপনিৱেশিক আৰ্থ-সামাজিক ভেটিটো সলনি হোৱা নাই। ঔপনিবেশিক যুগত যি মহানগৰমুখী তথা বজাৰমুখী উৎপাদন ব্যৱস্থা বৰ্তমান লৈকে অপৰিবৰ্তিত আছে, ফলত ইংৰাজ উপনিবেশৰ যুগত পণ্য প্ৰচলন ( Commodity Circulation )ৰ যি ব্যৱস্থা প্ৰৱৰ্তন হৈছিল সিও সলনি হোৱা নাই। প্ৰথমে, চোৱা যাওক এই ঔপনিৱেশিক পণ্য প্ৰচলনৰ ব্যৱস্থাটোনো কি আছিল।

ইংৰাজ তথা ইউৰোপীয় ঔপনিবেশিক শক্তিয়ে প্ৰথম কোঠি স্থাপন

কৰিছিল কলিকতা, বোম্বাই, মাদ্ৰাজ, কালিকট আদি বন্দৰ-মহানগৰ সমূহত। এই বন্দৰ-মহানগৰ ঔপনিবেশিক কেন্দ্ৰসমূহক কেন্দ্ৰ কৰি উৎপাদিত ( Manufactured ) সামগ্ৰীসমূহ পশ্চাদ্‌ভূমি—ব্যাপক গাওঁ অঞ্চললৈ ৰপ্তানি হৈছিল আৰু ব্যাপক গাওঁ অঞ্চলৰ পৰা প্ৰায় সকলো উৎপাদিত সামগ্ৰী এই বন্দৰ-মহানগৰ অভিমুখে গতি কৰিছিল। পণ্য প্ৰচলনৰ এই ঔপনিবেশিক প্ৰক্ৰিয়াত ইংৰাজৰ সহযোগী ( Collaborator ) তথা দালাল শ্ৰেণী বণিক, গোমোস্তা ৰূপে গাৱে গাৱে বিযপি পৰিছিল। ১৮২৬ চনৰ পিছৰ পৰা অসমলৈও এই সাম্ৰাজ্যবাদী বজাৰখন সম্প্ৰসাৰিত হৈছিল। লগে লগে ইংৰাজৰ দালাল সহযোগী বণিক গোমোস্তা শ্ৰেণী অসমত বিয়পি পৰিছিল, এই দালাল শ্ৰেণী আছিল সম্প্ৰদায় হিচাপে মূলতঃ বাঙালী, মাৰোৱাৰী, তেলী আদি।

সাম্ৰাজ্যবাদী বিকাশৰ স্বাভাৱিক নিয়ম অনুসৰি এই বন্দৰ-মহানগৰসমূহক কেন্দ্ৰ কৰি, ইংৰাজৰ দিনত—পৰিবহণ ব্যৱস্থা, বেংক, বিত্তীয় প্ৰতিষ্ঠান, বিদ্যুৎ উৎপাদন, শিক্ষা তথা প্ৰশিক্ষণ কেন্দ্ৰ, গৱেষণা কেন্দ্ৰ, কাৰিকৰী সেৱা প্ৰতিষ্ঠান আদি কেন্দ্ৰীভূত হৈছিল। নগৰসমূহ হৈ পৰিছিল মূলতঃ নিপুণ শ্ৰমিক আকৰ্ষণ কৰা বিশাল কেন্দ্ৰ। আৰু বিদেশী পুঁজিৰ প্ৰভাৱত এই সস্তীয়া শ্ৰমিক ব্যৱহাৰ কৰি, ইংৰাজৰ দিনতে, এই বন্দৰ-মহানগৰসমূহ উদ্যোগৰ ক্ষেত্ৰত দ্ৰুত গতিৰে আগবাঢ়ি গৈছিল। ফলত সাম্ৰাজ্যবাদৰ প্ৰসাৰে পুৰণি হস্তশিল্পৰ কেন্দ্ৰ মুৰ্চিদাবাদ, লক্ষ্নৌ, বাৰাণসী আদি নগৰসমূহকে ধ্বংস কৰিছিল এনে নহয়—সমগ্ৰ ভাৰতৰ পুৰণি শিল্পোদ্যোগ বিকাশৰ স্বাভাৱিক প্ৰক্ৰিয়া ৰোধ কৰি মূলতঃ বন্দৰ-মহানগৰমুখী বিকাশৰ পথ সুগম কৰিছিল। ভাৰতৰ অৰ্থনৈতিক অসমতাত সহায় কৰা আন এটা উপাদান হ'ল উদ্যোগীশ্ৰেণী। ঔপনিবেশিক বন্দৰ-মহানগৰ-সমূহক কেন্দ্ৰ কৰি বিকশিত হোৱা দালাল সহযোগী শ্ৰেণীয়েই ভাৰতৰ

উদীয়মান মধ্যবিত্ত শ্ৰেণী। এই শ্ৰেণীয়েই ইংৰাজৰ সহযোগী হিচাপে দক্ষতা অৰ্জন কৰা সম্প্ৰদায় ভিত্তিত বাঙালী, মাৰোৱাৰী, পাৰ্চী, চেট্রিয়াৰ, গুজৰাটী আদি মধ্যবিত্ত দালাল। ইংৰাজ ভাৰতত থকা কালতে যথেষ্ট শক্তি সঞ্চয় কৰি ভাৰতৰ বিভিন্ন প্ৰান্তত থিতাপি লোৱা এই মধ্যবিত্ত শ্ৰেণীয়েই ইংৰাজ যোৱাৰ পিছত দেশৰ মূল অৰ্থনৈতিক তথা ৰাজনৈতিক ক্ষমতা হস্তগত কৰিছিল।

ইংৰাজৰ দিনতে এইদৰে উন্নত আধুনিক শিল্পোপযোগী আধাৰ-শিলা ( Infra-Structure ) ৰে সুপ্ৰতিষ্ঠিত আৰু সুদক্ষ বণিক-শ্ৰেণীৰে পৰিপুষ্ট বন্দৰ-মহানগৰসমূহ ইংৰাজ যোৱাৰ পিছত হৈ পৰিল ভাৰতৰ মূল শিল্প-বাণিজ্যৰ কেন্দ্ৰ হিচাপে ৰাজনৈতিক শক্তিৰো মূল কেন্দ্ৰ। এই ঔপনিবেশিক অসমতাৰ মূল গাঁঠনিটোৱেই মূলতঃ বৰ্তমান ভাৰতৰ আৰ্থ-সামাজিক আঞ্চলিক বৈষম্যৰ বাবে দায়ী।

৪৭ চনৰ পিছত যি ৰাষ্ট্ৰযন্ত্ৰ প্ৰতিষ্ঠা হ'ল—সি মূলতঃ পূৰ্বৰ ইংৰাজ সামৰিক শক্তি, পুলিচশক্তি, আইন-ব্যৱস্থা, আমোলাতন্ত্ৰ তথা সংবিধানৰ প্ৰায় অপৰিবৰ্তিত অবিৰত বিকশিত ৰূপ। ঔপনিবেশিক শাসন আৰু শোষণৰ ই এক অবিৰত প্ৰক্ৰিয়া। এই প্ৰক্ৰিয়া অব্যাহত থকা বাবে অসমৰ দৰে পূৰ্বৰ ইংৰাজ উপনিবেশসমূহ, থলুৱা পুঁজিপতি শ্ৰেণীৰ তথা মধ্যবিত্ত শ্ৰেণীৰ দুৰ্বলতাৰ ফলস্বৰূপে, অৰ্থনৈতিক ভাৱে ভাৰতৰ 'দালাল বণিক' উদ্যোগী শ্ৰেণীৰ উপনিবেশ হৈয়েই থাকি গ'ল। আজিৰ অনুন্নত অসমখনৰ অৰ্থনৈতিক অনগ্ৰসৰতাৰ মূল হেতু আমি এই ঔপনিবেশিক উত্তৰাধিকাৰৰ মাজতে দেখা পাওঁ।

৪৭ চনৰ পিছত উন্নয়নৰ যি আঁচনিসমূহ চৰকাৰে গ্ৰহণ কৰিলে তাৰ ওপৰত আমাৰ ঔপনিৱেশিক উত্তৰাধিকাৰৰ প্ৰভাৱ বিৰাজমান। বিনিয়োগৰ নীতি, লাইচেন্স প্ৰদানৰ নীতি তথা উদ্যোগৰ স্থান নিৰূপণৰ নীতি ঔপনিবেশিক যুগৰ দৰেই হৈ পৰিল নগৰ-মুখী ( Urban-oriented )। ইয়াৰ ফলস্বৰূপে আমি দেখা পালো

পাঁচটা পৰিকল্পনা পাৰহৈ যোৱাৰ পিছত দেশৰ মুঠ উৎপাদনশীল উদ্যোগৰ শতকৰা ৫০ ভাগতকৈও বেছি কেন্দ্ৰীভূত হ'ল মাত্ৰ কেইখন বৃহৎ মহানগৰৰ আশে-পাশে। মহানগৰ কেইখন হ'ল—কলিকতা, বোম্বাই, মাদ্ৰাজ, আহমেদাবাদ, কালিকট, পণ্ডিচেৰী, বাংগালোৰ, দিল্লী কানপুৰ আদি। ইয়াৰ ভিতৰত বাংগালোৰ, দিল্লী আৰু কানপুৰক বাদ দি বাকীবোৰ ইংৰাজৰ দিনতে উদ্যোগৰ ক্ষেত্ৰত আগবঢ়া আছিল, পিছৰ যুগত দিল্লী, বাংগালোৰ, কানপুৰ আদি ঠাইত উদ্যোগ কেন্দ্ৰীভূত হোৱাৰ মূল কাৰণ ভাৰত চৰকাৰৰ বিনিয়োগৰ নীতি বজাৰমুখী তথা মহানগৰমুখী।

এই বজাৰমুখী বিনিয়োগৰ ফলস্বৰূপে উক্ত মহানগৰসমূহ থকা পশ্চিমবংগ, মহাৰাষ্ট্ৰ, তামিলনাডু, গুজৰাট, কৰ্ণাটক—এই পাঁচখন ৰাজ্যই হৈ পৰিল ভাৰতৰ ভিতৰত অগ্ৰণী উন্নত ৰাজ্য। বাকীবোৰ ৰাজ্য পূৰ্বৰ দৰেই অনুন্নত, প্ৰকৃত অৰ্থত উপনিবেশৰ সীমান্তৱৰ্তী পশ্চাদ্ভূমিৰ দৰে। আমি অসমৰ সাম্প্ৰতিক অনগ্ৰসৰতা আৰু নিষ্পেষিত ৰূপটোৰ মূল কাৰণ এই ঔপনিবেশিক ভেটিটোৰ মাজতে নিহিত থকা দেখা পাওঁ।

এই ব্যৱস্থাত অসমে কেৱল দিয়ে, প্ৰতিদানত বিশেষ একো নাপায়। অসমে পেট্ৰলিয়াম, চাহ, কাঠ, প্লাইউদ আৰু বনজ সম্পদ, মৰাপাট আদি দিয়ে। বিনিময়ত প্ৰতিদান পাই উৎপাদিত সামগ্ৰী। গুৰুত্বপূৰ্ণ কথা হ'ল অসমে দিয়া প্ৰতিপদ বস্তুৰে দৰ তুলনামূলক হিচাপত কম, কিন্তু অসমে পোৱা প্ৰতিপদ উৎপাদিত দ্ৰব্যৰে তুলনা-মূলক দৰ বেছি। তদুপৰি অসমত উৎপাদিত সামগ্ৰী বিক্ৰি কৰা, অসমৰ নগৰে নগৰে গাঁৱে-গাঁৱে খুটি পুতি থকা ব্যৱসায়ী শ্ৰেণী মূলতঃ বহিৰাগত, ফলত প্ৰায় সকলোখিনি ব্যৱসায়িক মুনাফা অসমৰ বাহিৰলৈ যায়। ক্ষুদ্ৰ উদ্যোগৰ মালিক, বৃহৎ ঠিকাদাৰ আৰু যোগান ধৰোঁতা (supplier), চৰকাৰী উদ্যোগসমূহৰ পৰিচালক

( Director ), উচ্চ চৰকাৰী বিষয়া আদিও মূলতঃ বহিৰাগত—এই শ্ৰেণীয়ে ঔপনিবেশিক যুগৰ ৰঘুমলাৰ দৰে অসমক কেৱল লুণ্ঠনৰ থলী হিচাপে গ্ৰহণ কৰিছে। ফলত আমি দেখা পাইছোঁ। অসমৰ পৰা সকলো সম্পদ কোনো হিচাপ নোহোৱাকৈ অহৰহ বাহিৰলৈ গৈযেই আছে, ইযাৰ যেন বিৰাম নাই। ইযাৰ পৰিণতি স্বৰূপে সমস্ত সম্পদত চহকী হৈও, অসমত দৰিদ্ৰতা কুলাই-পাছিযে নধৰা হৈ পৰিছে। ৪০ % মানুহ দাৰিদ্ৰ্যৰ সীমাৰেখাৰ তলত, প্ৰতি ১০ জনৰ এজন নিবনুৱা, জনমূৰি আয বিহাৰৰ বাহিৰে প্ৰায সকলো ৰাজ্যতকৈ কম। বিদ্যুৎ শক্তিৰ ব্যৱহাৰ ভাৰতৰ ভিতৰত কম, কৃষিৰ বাবে সাৰ ব্যৱহাৰ ভাৰতৰ ভিতৰত কম, জনমূৰি তীথাৰ স্থাৱৰ সম্পত্তি ভাৰতৰ ভিতৰত কম। সামগ্ৰিক বিচাৰত দাৰিদ্ৰ্যৰ এক অন্ধকাৰ গুহা।

ঔপনিবেশিক যুগতো আনকি অসমৰ দুৰাৱস্থা তুলনামূলক ইমান ভয়াবহ নাছিল, কাৰণ ১৯৪৮ চনত জনমূৰি আয হিচাপত অসমৰ স্থান ভাৰতৰ ভিতৰত দ্বিতীয আছিল। ঔদ্যোগিক উন্নযনৰ ফালৰপৰাও চাহ বাগিছা শিল্পৰ অৱদানৰ বাবে অসমৰ স্থান আছিল ওপৰত। ক্ৰমান্বয়ে অসম তললৈ নামি যোৱাৰ মূল কাৰণ হ'ল এফালে ব্যক্তিগত খণ্ডৰ উদ্যোগীৰ অভাৱ আনফালে চৰকাৰী খণ্ডৰ অবিৰত ঔপনিবেশিক অৱহেলা। এই দুয়োটা কাৰণতে আমি দেখা পাওঁ আধুনিক সংস্কৃতি —যেনে চিনেমা, টেলিভিশ্যন, ৰেডিঅ' উদ্যোগ, ৰেকৰ্ডিং উদ্যোগ আদি সকলো ক্ষেত্ৰতে অসম পিছ পৰি আছে। আধুনিক কাৰিকৰী বিদ্যা তথা ঔদ্যোগিক দক্ষতা প্ৰযোজন হোৱা সকলো সাংস্কৃতিক ক্ষেত্ৰতে পিছপৰি আছে। ছপা উদ্যোগৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। উন্নত ছপা-উদ্যোগৰ সংখ্যা কম বাবে অসমত সকলো ছপা খৰছৰ মান ভাৰতৰ আন মহানগৰবোৰতকৈ বেছি। এইবোৰ হ'ল পুঁজিবাদী পণ্য উৎপাদন ব্যৱস্থাই সৃষ্টি কৰা অনগ্ৰসৰতাৰ বাধা। অৰ্থাৎ, পুঁজিবাদী পণ্য-সংস্কৃতিৰ উপাদানসমূহো আমাৰ ইয়াত থলুৱা ভাবে বিকশিত হোৱা নাই। ইয়াৰ পৰিণাম কি সেয়া সহজবোধ্য।

আমাৰ অনগ্ৰসৰতাৰ গুৰুত্বপূৰ্ণ লক্ষণ হ'ল—ইয়াত পুঁজিবাদী উৎপাদন বিতৰণ আৰু শোষণ ব্যৱস্থা এটা ওপৰৰপৰা জাপি দিয়া হৈছে। ফলত ই কৃষি অৰ্থনীতিৰ ভেটিও সম্পূৰ্ণ বিকশিত আৰু টনকিয়াল কৰিব পৰা নাই, আনহাতে থলুৱাভাবে দ্ৰুত ঔদ্যোগিক বিকাশো সাধন কৰিব পৰা নাই। যি হৈছে সেয়া মাথো ৪৭ চনৰ আগৰ ঔপনিবেশিক উত্তৰাধিকাৰৰ কুফলখিনিৰ সংৰক্ষণ তথা আইন-সংগত ঔপনিবেশিক শোষণৰ ভিত্তিপ্ৰতিষ্ঠা। ইয়াত বাণিজ্যকৰণ হৈছে কিন্তু তাৰ দ্বাৰা থলুৱা উদ্যোগী আৰু মধ্যবিত্তৰো বিশেষ লাভ হোৱা নাই, থলুৱা সংস্কৃতিৰো হোৱা নাই।

অৰ্থনৈতিক বৈষম্যপূৰ্ণ এই ব্যৱস্থাটোত প্ৰকৃততে সংখ্যাগৰিষ্ঠ তথা বিকাশশীল অঞ্চলৰ, হিন্দি, বাঙালী, গুজৰাটী, মাৰাঠী, পাৰ্চী আদি ভাৰতীয় পুঁজিপতি শ্ৰেণীৰ সমৰ্থনত মূলতঃ সংখ্যাগৰিষ্ঠৰ ভাষা আৰু সংস্কৃতিৰ ভেটি টনকিয়াল হয়। উক্ত পুঁজিপতি ( পূৰ্বৰ দালাল ) শ্ৰেণীৰ অৰ্থনৈতিক ক্ষমতা আৰু বজাৰ বিস্তাৰৰ লগত সংখ্যাগৰিষ্ঠৰ ভাষা-সংস্কৃতি বিকাশৰ সম্পৰ্ক আছে। উত্তৰ-পূৱ ভাৰতত এই সম্প্ৰসাৰণ প্ৰক্ৰিয়া অনুভূত হয় গভীৰভাবে। ভাৰতীয় সংখ্যাগৰিষ্ঠৰ ভাষা হিন্দি তথা বাঙালী ভাষা আৰু সংস্কৃতিৰ প্ৰসাৰ আৰু স্থিতি লাভৰ লগত এই হিন্দি আৰু বাঙালী ভাষা-সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰা পুঁজিপতি শ্ৰেণীৰ বজাৰ দখল অভিযানৰ সম্পৰ্ক আছে। চমুকৈ ভাৰতীয় পুঁজিৰ বজাৰ বিস্তাৰ আৰু আধুনিক ভাৰতীয় সংস্কৃতিৰ বজাৰ বিস্তাৰ পৰস্পৰ নিৰ্ভৰশীল। কথাটো সুস্পষ্ট কৰিবৰ বাবে আমি চিনেমাৰ কথাই ক'ব পাৰোঁ। হিন্দি ভাষাৰ পৃষ্ঠপোষকতা কৰা পুঁজিপতি শ্ৰেণীৰ সম্প্ৰসাৰণ আৰু হিন্দি চিনেমাৰ সম্প্ৰসাৰণ পৰস্পৰ নিৰ্ভৰশীল,—হিন্দি ভাষাৰ ক্ষেত্ৰতো একে কথা। এই প্ৰক্ৰিয়াৰেই বাঙালী দালাল তথা সহযোগী ( Collaborator ) শ্ৰেণীৰ জৰিয়তে এসময়ত বাঙালী ভাষা আৰু সংস্কৃতিৰ ভিত্তিও অসমত গজগজীয়া হৈছিল, বৰ্তমানো তাৰ ক্ষতিকাৰক কুপ্ৰভাৱ দূৰীভূত হোৱা নাই।

আমাৰ সংস্কৃতিৰ এফালে কৃষিত থকা শিপা উঘাল খাইছে, আনফালে শিল্প আৰু বাণিজ্যৰ সাৰ-পানীও পৰ্য্যাপ্ত নহয়, গতিকে ই ভয়াবহ অৱস্থা।

## অসমীয়া মধ্যবিত্ত, ব্যৱসায়ী আৰু পুঁজিপতি শ্ৰেণীৰ দুৰ্বলতা

বৈষম্যপূৰ্ণ এই ব্যৱস্থাটোৰ বিৰুদ্ধে ঠিয় দিব পৰা এটা থলুৱা পুঁজিপতি শ্ৰেণী সুসংগঠিতভাবে অসমত নাছিল। প্ৰথম চাহ ব্যৱসায়, কাঠ ব্যৱসায় আৰু ছপাশাল আদিত লাগিলেও অসমৰ উদ্যোগী শ্ৰেণীয়ে ভাৰতৰ পুঁজিপতি শ্ৰেণীৰ লগত কোনো দিনে তিষ্ঠিব নোৱাৰিলে। ফলস্বৰূপে অসমৰ ব্যৱসায়, বাণিজ্য আৰু উদ্যোগ ইংৰাজৰ দিনৰ পৰাই এই বহিৰাগত শ্ৰেণীৰ হাতলৈ গ'ল। অসমৰ চাহ শিল্প, প্লাইউদ শিল্প আৰু সকলো ধৰণৰ নিৰ্মাণ থকা যোগান প্ৰতিষ্ঠান আৰু ব্যৱসায় ক্ষেত্ৰত এই শ্ৰেণীৰ প্ৰভাৱ অতি গভীৰ আৰু ব্যাপক। টাটা, বিৰলা, ডালমিয়া, গোৱেংকা, সিংহানিয়া, স্ৰাজ পাল আদি বৃহৎ পুঁজিপতি শ্ৰেণীৰ হাতত বৰ্তমান চাহ উদ্যোগ কেন্দ্ৰীভূত। সমস্ত ব্যৱসায় আৰু উদ্যোগ ক্ষেত্ৰত মাৰ খোৱা অসমীয়া উদ্যোগী আৰু ব্যৱসায়ী শ্ৰেণীয়ে এই ভয়ংকৰ আগ্ৰাসৰ সম্মুখত তিষ্ঠিব নোৱাৰে। ফলত পুঁজিকেন্দ্ৰিক সাংস্কৃতিক ক্ষেত্ৰটো এই শ্ৰেণীৰ প্ৰভাৱ হৈ পৰিছে সীমিত আৰু স্তিমিত। আহোম যুগত সামন্ত ডা-ডাঙৰীয়া শ্ৰেণী আৰু ইংৰাজ যুগত জাতীয় মনোভাৱাপন্ন মধ্যবিত্ত শ্ৰেণীয়ে অসমৰ সংস্কৃতি আৰু ভাষাৰ বিকাশৰ বাবে যি অৱদান আগবঢাইছিল, ঠিক সেইদৰে অসমীয়া সংস্কৃতিৰ সৰ্বাধুনিক যুগত পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ লগত খাপ-খুৱাই সংস্কৃতিৰ বিকাশৰ অৰিহণা যোগোৱাত অসমীয়া ব্যৱসায়ী আৰু উদ্যোগী শ্ৰেণী বিফল হৈছে।

চিনেমা উদ্যোগ গঢ়ি তোলা, সৰ্বাধুনিক সক্ষম ছপা-উদ্যোগ গঢ়ি তোলা, শক্তিশালী নাট্য আন্দোলন আৰু সুকুমাৰ কলাৰ বিনাশৰ

সক্ৰিয় পৃষ্ঠপোষকতা কৰা, সংগীত আৰু নৃত্যশিল্পৰ পৃষ্ঠপোষকতা কৰাত অসমৰ থলুৱা উদ্যোগী আৰু ব্যৱসায়ী শ্ৰেণী ব্যৰ্থ হৈছে।

থলুৱা শিক্ষিত মধ্যবিত্ত তথা উদ্যোগী শ্ৰেণীৰ ভয়ানক দুৰ্বলতাৰ বাবে অসম নিম্নোক্ত প্ৰক্ৰিয়াৰে শোষিত হৈছে—

(ক) প্ৰত্যক্ষভাৱে ব্যৱসায়ী ( ঠিকাদাৰ, যোগানধৰোঁতা ) আৰু উদ্যোগী শ্ৰেণীৰ জৰিয়তে। বজাৰখন ইয়াৰ মাধ্যম।

(খ) আমোলাতন্ত্ৰ আদিৰ জৰিয়তে তথা চৰকাৰী বিভাগসমূহৰ জৰিয়তে।

(গ) বেংক, এল আই চি আদিৰ জৰিয়তে।

অহৰহ এইদৰে শোষণ চলি থকা বাবে দাৰিদ্ৰ্য দিনে দিনে বাঢ়িছে। ফলত থলুৱা উদ্যোগী শ্ৰেণীয়ে নিজকে প্ৰতাৰিত বুলি ভাবিবলৈ লৈছে আৰু সাধাৰণ মানুহে নিজকে লাঞ্ছিত, নিপীড়িত বুলি ভাবিবলৈ ধৰিছে।

## কৃষকৰ দাৰিদ্ৰ্য ঃ বজাৰৰ সীমাবদ্ধতাৰ কাৰণ আৰু ফলাফল

সংস্কৃতিৰ যি অংশ বস্তুবাদী উৎপাদন ব্যৱস্থাৰ উৎপাদনৰ অংশ মাত্ৰ, সেই অংশৰ বিকাশ নিৰ্ভৰ কৰে সাধাৰণভাৱে নিশ্চিত উৎপাদনৰ ব্যৱস্থা আৰু বজাৰৰ পৰিসৰৰ ওপৰত। অসমৰ উদ্যোগী শ্ৰেণী দুৰ্বল, সেই বিষয়ে বিস্তৃত পৰ্য্যালোচনাৰ থল আছে আৰু কি দৰে নো এই দুৰ্বলতা দূৰীভূত কৰিব পৰা যাব সেই বিষয়েও ভাবিব লগা আছে। সম্প্ৰতি এই প্ৰশ্নটো একলীয়াকৈ থৈ আমি সাংস্কৃতিক পণ্যৰ বজাৰৰ সীমাবদ্ধতাৰ কাৰণটোৰ বিষয়ে আলোচনা কৰিম।

বজাৰ সীমাবদ্ধতাৰ কাৰণ হ'ল মূলতঃ—(১) জনসংখ্যা, (২) জনমূৰি আয়ৰ মান আৰু আয় বিতৰণৰ ধৰণ আৰু (৩) ক্ষতিকাৰক প্ৰতিযোগিতা। আমাৰ জনসংখ্যা কম। তাতে আকৌ আমাৰ জনসংখ্যাৰ শতকৰা ৪০ ভাগ দাৰিদ্ৰ্যৰ সীমাৰেখাৰ তলত।

গাওঁ অঞ্চলত আমাৰ দাৰিদ্র্যৰ ভয়াবহতাৰ কথা আমি তলৰ তালিকাখনৰ পৰাই অনুমান কৰিব পাৰো।

| মুঠ সম্পত্তিৰ পৰিমাণ ( সকলো স্থাৱৰ ) | শতকৰা জনসংখ্যা |
|---|---|
| ৫০০ টকা পৰ্য্যন্ত | ৯.৮২ |
| ৫০০ টঃ—১০০০ টঃ | ৬.৩১ |
| ১০০০ „—২৫০০ „ | ১৬.৭২ |
| ০— ২৫০০ টঃ | ৩২.৮৫ |
| ২৫০০ „—৫০০০ „ | ২০ ৩৬ |
| ৫০০০ „—১০,০০০ „ | ২১.৫৮ |
| ০— ১০,০০০ টঃ | ৭৪.৭৯ |
| ১০,০০০ „—১৫,০০০ „ | ১১.০৭ |
| ১৫,০০০ „—২০,০০০ „ | ৬.৫০ |
| ২০,০০০ „—৩০,০০০ „ | ৩.৯১ |
| ৩০,০০০ „—৫০,০০০ „ | ২.৬৯ |
| ৫০,০০০ „—১০০,০০০ „ | ০.৯৭ |
| ১০০,০০০ „—ওপৰ | ০.০৭ |
| মুঠ | ১০০.০০ |

আমাৰ ভৈয়ামৰ জিলা কেইখনৰ মুঠ পৰিয়ালৰ %৭৪.৭৯ ভাগৰ পৰিয়ালে প্ৰতি মুঠ সম্পত্তিৰ পৰিমাণ ১০,০০০ টকাতকৈ কম। ভূমি আৰু সমস্ত স্থাৱৰ সম্পত্তিৰ মূল্য হিচাপে ই সামান্য। ১ লাখৰ অধিক সম্পত্তি বিশিষ্ট লোকৰ সংখ্যা প্ৰতি ১০ হাজাৰত মুঠেই ৭ জন। ঘৰ, মাটিকে ধৰি সকলো স্থাৱৰ সম্পত্তিৰ মূল্য হিচাপে ই সামান্য। ই প্ৰমাণ কৰে যে বৰ্ত্তমান যুগৰ তীব্ৰ পুঁজিবাদী প্ৰতিযোগিতাত তিষ্ঠিব পৰা মানুহ আমাৰ কম।

পৰিকল্পনা আযোগৰ দৰিদ্ৰতাৰ সীমাৰেখা বৰ্তমান সময়ৰ মুদ্ৰাস্ফীতিৰ প্ৰতি লক্ষ্য ৰাখি সময়োপযোগী বুলি ক'ব নোৱাৰি। তথাপি ইয়াৰ ভিত্তিতো শতকৰা প্ৰায় ৫০ ভাগ গ্ৰাম্য আৰু শতকৰা ৩৭ ভাগ নগৰীয়া জন-সংখ্যা দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত। ১৯৭০-৭১ চনৰ তথ্য-পাতি অনুসৰি অসমৰ ৰাজ্যিক আযৰ শতকৰা ৫২ ভাগ মাত্ৰ ৩০ শতাংশ উচ্চ আয় বিশিষ্ট মানুহৰ হাতত কেন্দ্ৰীভূত। ইয়াৰ বিপৰীতে ৭০ শতাংশ মানুহৰ হাতত থকা ৰাজ্যিক আয়ৰ পৰিমাণ মাত্ৰ ৪৮ শতাংশ।

১৯৭০-৭১ চনৰ কৃষি-পিয়ল অনুসৰি ০'৫ হেক্টাৰ (প্ৰায় ৩'৫ বিঘা) ৰ কম মাটি থকা ভূমিহীনৰ সংখ্যা অসমত ৩৩'১ শতাংশ। এক হেক্টাৰৰ কম ভূমি থকা কৃষকৰ সংখ্যা ৫৬'৫ শতাংশ আৰু ২১ বিঘাৰ কম মাটি থকা কৃষকৰ সংখ্যা ৯০ শতাংশ। এই তথ্য পাতিসমূহে দেখুৱাই যে অসমৰ বুজন ভাগ মানুহ দৰিদ্ৰ আৰু ইয়াৰ ভিতৰত ৩৩'১ শতাংশ সম্পূৰ্ণৰূপে দাল-দৰিদ্ৰ।

অকল এয়ে নহয় আমাৰ প্ৰতি ১০ জনত এজন সম্পূৰ্ণ নিবনুৱা। শতকৰা ৭৫ ভাগ কৃষক অৰ্দ্ধবনুৱা বা ছদ্মবেশী নিবনুৱা। ফলত আমাৰ বেছি ভাগ লোকৰে পণ্য-সংস্কৃতি উপভোগ কৰিব পৰা—অৰ্থাৎ চিনেমা, নাটক চাব পৰা, বাতৰি কাকত, গ্ৰন্থ আলোচনী আদি কিনিব পৰা, চিত্ৰ-ভাস্কৰ্য্য আদি কিনিব পৰা ক্ষমতা নাই। গতিকে আন উদ্যোগৰ দৰেই থলুৱা পণ্য-সংস্কৃতিৰ উদ্যোগো প্ৰায় অবিকশিত বা অৰ্দ্ধবিকশিত।

এই অৱস্থাত এটা কথা সহজবোধ্য যে কৃষি-অৰ্থনীতিৰ দ্ৰুত উন্নয়ন নহ'লে আৰু থলুৱা উদ্যোগী শ্ৰেণী সক্ৰিয় নহ'লে আমাৰ আধুনিক সংস্কৃতিৰ বিকাশৰ সম্ভাৱনা ক্ষীণ। ইয়াৰ অনিবাৰ্য পৰিণতি স্বৰূপে আমি দেখা পাওঁ যি সামান্য অংশ চহকী মানুহ আছে—তেওঁলোকৰ মনোযোগ আকৰ্ষণকাৰী মধ্যবিত্ত তথা অভিজাত সংস্কৃতিৰ এক স্থানুধৰ্মী আদৰ্শৰে পৰিচালিত কলা-সাহিত্য সৃষ্টিৰ প্ৰতি শিল্পী

সাহিত্যিকসকলৰ আগ্ৰহ বেছি। কাৰণ এই সংখ্যালঘু অভিজাত শ্ৰেণীৰ সমৰ্থন অবিহনে কলা-সাহিত্যৰ স্বীকৃতি তথা বিকাশ বৰ্তমান অসমত প্ৰায় অসম্ভৱ কল্পনা।

## চতুৰ্থ ভাগ

## ৪৭ চনৰ পিছৰ অৱস্থা

## পণ্য-সংস্কৃতি বনাম জন-সাধাৰণৰ সংস্কৃতি

এই কথা দোহৰা প্ৰযোজন নাই যে ইংৰাজ অহাৰ পিছত যি অৰ্থনীতি বলিষ্ঠ ভেটিত প্ৰতিষ্ঠিত হ'ল—সি হ'ল ঔপনিৱেশিক সমাজৰ পুঁজিবাদী অৰ্থনীতি। উৎপাদনৰ বহুল ক্ষেত্ৰখন ক্ৰমান্বযে মুদ্ৰাই দখল কৰিলে, উৎপাদন হৈ পৰিল মূলতঃ বজাৰমুখী নাইবা বজাৰৰ দ্বাৰা নিযন্ত্ৰিত। ইযাৰ বিকাশৰ লগে লগে উৎপাদন ব্যৱস্থাৰ সকলো দিশ মৌদ্ৰিক সাঁচত বান্ধ খালে। ইযাৰ পৰা কোনো গত্যন্তৰ নাই।

বিশেষ ব্যাখ্যা নহলেও এই কথা বুজিব পৰা যায যে মানুহৰ সাংস্কৃতিক সৃষ্টিসমূহৰ উৎপাদন প্ৰক্ৰিযাৰ ওপৰতো এই পুঁজিবাদী ব্যৱস্থাই প্ৰত্যক্ষ প্ৰভাৱ বিস্তাৰ কৰে। প্ৰাক্-পুঁজিবাদী ব্যৱস্থাৰ উৎপাদন ব্যৱস্থা যিহেতু মূলতঃ পুঁজিৰ দ্বাৰা নিযন্ত্ৰিত নহয়, সেয়ে তেনে সমাজত লাভৰ বাবে বা বজাৰ দখলৰ বাবে কলা-সৃষ্টিও নহয়। প্ৰাক্ পুঁজিবাদী তথা অনামৌদ্ৰিক অৰ্থনীতিত কলা-সৃষ্টিৰ মূল পৰিণাম মুনাফা বৃদ্ধি সাধাৰণতে নহয যদিও জীৱিকাৰ তাড়নাত সামন্ত ৰজা, ডাঙৰীযা শ্ৰেণী আদিৰ প্ৰভাৱত সাধাৰণভাবে নৃত্য-গীত, চিত্ৰ শিল্প, ভাস্কৰ্য্য শিল্প আদি ৰাজ-পৃষ্ঠপোষকতাৰ অনুগত হৈ পৰে। তথাপি কোনো পৃষ্ঠপোষকতা নোহোৱাকৈও বা পৃষ্ঠপোষকৰ পৰাধীনতাৰ শিকলি নিপিন্ধাকৈও এনে সমাজত কলা সৃষ্টি সম্ভৱ। উদাহৰণস্বৰূপে

বিহু পথাৰত এটা বিহু গীতৰ জন্ম ৰাজপৃষ্ঠপোষকতা নহলেও হ'ব পাৰে। নাইবা বনগীত, দেহ-বিচাৰৰ গীত আদি স্বাধীনভাবে বিকশিত হ'ব পাৰে। কিন্তু দেওধনি নৃত্য, সত্ৰীয়া নৃত্য গীত-মাত আদি ৰাজ পৃষ্ঠপোষকতা নহ'লে দীৰ্ঘকাললৈ বাচি থাকিব নোৱাৰে।

পুঁজিবাদী ব্যৱস্থাত কলা-মাধ্যমসমূহ তথা সংস্কৃতিৰ ওপৰত পুঁজিবাদী উৎপাদন ব্যৱস্থাটোৰ প্ৰভাৱ সাধাৰণ অৰ্থত অতি ব্যাপক। কলা মাধ্যমসমূহ সাধাৰণতে এনে উৎপাদন ব্যৱস্থাত জীৱিকাৰ মাধ্যম ( Means of livelihood ) হৈ পৰে। অৰ্থাৎ, ভাত কাপোৰৰ দৰেই এনে সমাজত কলা-মাধ্যমসমূহৰ উৎপাদন পৰিণত হয় পণ্যত। গতিকে পণ্যই যিদৰে বজাৰ বিচাৰে, সেইদৰে কলা-মাধ্যমৰ সৃষ্টিসমূহেও বজাৰ বিচাৰে, বজাৰ নাপালে মুক্ত আৰু শক্তিশালী ৰূপত নাপায়। মুনাফাৰ বাবে চলা এই পুঁজিবাদী উৎপাদন ব্যৱস্থা মূলতঃ কলা-সৃষ্টিৰ বিৰোধী অৱস্থা। এনে কলা-সংস্কৃতিৰ বিৰোধী ভূমিকা প্ৰাক্-পুঁজিবাদী সমাজত সাধাৰণতে ৰজা বা সম্ভ্ৰান্ত শ্ৰেণীয়েও গ্ৰহণ কৰিব পাৰে, যদিহে তেনে সাংস্কৃতিক সৃষ্টি ৰজা বা ডাঙৰীয়া শ্ৰেণীৰ স্বাৰ্থৰ পৰিপন্থী হয়। অসমৰ ইতিহাসত এনে উদাহৰণ বিৰল নহয়। কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ বুৰঞ্জী দাহ পৰ্ব, কিছুমান সত্ৰৰ ওপৰত ৰাজতন্ত্ৰৰ দীৰ্ঘম্যাদী আক্ৰোশ—এনে বিৰোধৰে স্বাক্ষৰ। ইয়াৰ বিপৰীতে ৰাজপৃষ্ঠপোষকতাত কিছুমান সত্ৰত সংস্কৃতিৰ বিকাশ হৈছিল, বিহু নৃত্য-গীত, মহ যুঁজ, শেন যুঁজ, মাল যুঁজ আদিৰ বিকাশ হৈছিল। ভাস্কৰ, কাৰিকৰ, স্থপতিৰ সৃষ্টি সীমিত ৰূপত হলেও সম্ভৱ হৈছিল। ৰাজতন্ত্ৰৰ বিলোপৰ লগে লগে এইবোৰৰ বিকাশ স্তিমিত হ'ল। পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ লগত এই প্ৰাক্-পুঁজিবাদী উৎপাদন-ব্যৱস্থাৰ পাৰ্থক্য এয়ে যে ইয়াত কোনো উদ্যোগীয়ে প্ৰত্যক্ষ মুনাফাৰ বাবে উৎপাদন কৰা নাছিল। পৃষ্ঠপোষকতা আছিল বিলাস আৰু সৌন্দৰ্য্য-লিপ্সাৰ বাবে।

পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ মাজত পূৰ্বৰ পৃষ্ঠপোষকতাৰ অভাৱত অসমৰ থলুৱা সংস্কৃতিৰ ভালেমান ক্ষেত্ৰ নিৰ্জীৱ হৈ পৰিল। ইয়াৰ বিপৰীতে উদ্যোগী শ্ৰেণী আৰু পুঁজিৰ অভাৱত আধুনিক শিল্পোদ্যোগৰ তথা কৃষ্টিৰ কিছুমান দিশ অবিকশিত ৰূপতে থাকি গ'ল। পুঁজিবাদী সমাজ তথা উৎপাদন ব্যৱস্থাত অৱশ্যে মানুহৰ কলা-সৃষ্টিৰ সকলো মাধ্যম মানুহৰ ( বা স্ৰষ্টাৰ ) জীৱিকাৰ মাধ্যম নহয়, ফলত কবিতা, নাটক আদি কিছুমান ক্ষেত্ৰত জীৱিকাৰ পথ হিচাপে গ্ৰহণ কৰোতা বিৰল। পুঁজিবাদী আওতাৰ বাহিৰত থাকিও এনে ক্ষেত্ৰত কলা সৃষ্টি সীমিত ৰূপত হয়। কিন্তু বহল ক্ষেত্ৰ নাপায়। প্ৰখ্যাত কলা সমালোচক এজনৰ মতে পুঁজিবাদী উৎপাদন ব্যৱস্থাত বিপৰ্য্যস্ত হোৱা ক্ষেত্ৰসমূহ হ'ল সেইবোৰ, যিবোৰত বস্তুগত লাভৰ বাবে উৎপাদন হয। "A great number of writers and artists, particularly in capitalist countries with a weak economic development, do not live on their literary or artistic activity because their production does not fundamentally assume the character of production for the market."* সবল যুক্তিৰে এওঁ দেখুৱাইছে যে অকল যে অনুন্নত পুঁজিবাদী দেশতে সেইটো হয় তেনে নহয, উন্নত পুঁজিবাদী দেশতো দেখা যায অগণন বৃত্তিশীল শিল্পী, সাহিত্যিক তথা সংস্কৃতি সেবকৰ মাজতো অগণন সংস্কৃতিৰ পূজাৰী থাকে—যি ক'লাক জীৱিকাৰ মাধ্যম হিচাপে গ্ৰহণ নকৰে। তথাপি এই কথা ক'বই লাগিব যে পুঁজিবাদৰ বিকাশৰ লগে লগে, ব্যতিক্ৰমসমূহক বাদ দি, প্ৰায় সকলো ক্ষেত্ৰতে বজাৰৰ প্ৰভাৱ বিদ্যমান। চিনেমা, ৰংগমঞ্চ, ৰেডিঅ', টেলিভিশ্যন, আধুনিক সংগীত উদ্যোগ ( গ্ৰামোফোন ৰেকৰ্ড প্লেযাৰ, কেছেট আদি ), চিত্ৰ শিল্প, হস্তশিল্প সকলো হৈ পৰে বজাৰ-

* Art and Society, 1965 Adolfo Sanclez Vazquess Page 218।

মুখী , গ্ৰন্থ প্ৰকাশ আৰু প্ৰচাৰ, বাতৰি কাকত প্ৰকাশ আৰু প্ৰচাৰ হৈ পৰে বজাৰমুখী। বজাৰ নহলে এইবোৰ ক্ষেত্ৰত উৎপাদন নচলে।

আধুনিক চিনেমা উদ্যোগৰ কথা আলোচনা কৰিলে এই পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ কথা সহজবোধ্য হ'ব। আধুনিক চিনেমাৰ কাহিনী, কাৰিকৰী কৌশল, আংগিক অলংকাৰ আনকি ভাষাও বজাৰমুখী। অৰ্থনৈতিক দৃষ্টি-ভঙ্গীৰে আজিৰ চিনেমা উদ্যোগীযে কাহিনী, আংগিক অলংকাৰ তথা ভাষাৰ কথা ভাবে। বজাৰমুখী নহলে কাহিনী গৃহীত নহয়, ক্ৰেতাৰ মনোযোগী নহলে আংগিক গৃহীত নহয়, আনকি চিনেমাৰ ভাষাও বজাৰৰ প্ৰযোজনত সলনি হয়। আজিকালি ভাৰতীয় চিনেমাত দেখা যায় একাধিক ভাষাত একেটা চিনেমা উদ্যোগীযে একেটা কাহিনীৰে চিনেমা উলিযায় বা 'ডাবিং' কৰে, উদ্দেশ্য বজাৰ বহলোৱা। আনকি আন্তৰ্জাতিক ক্ষেত্ৰটো সহযোগিতাৰ মাজেদি চিনেমা উলিওৱা হয়, উদ্দেশ্য বজাৰ বৃদ্ধি। ফলত সৃষ্টি হয় তাৰকাৰ কেৰিজ্‌মা নগ্নতা ব্যৱসায়িক সফলতাৰ ভিত্তি।

চিনেমা-উদ্যোগীৰ ক্ষেত্ৰত দেখা যায় পুঁজিৰ অভাৱ হ'ল গুৰুত্বপূৰ্ণ সমস্যা। জ্যোতিপ্ৰসাদে এসময়ত স্পষ্ট ভাষাৰে কৈছিল: "আমি অসমীয়া মানুহ আন প্ৰদেশৰ দৰে ধনী হোৱা হ'লে আৰু 'ছিকন্দৰ'ৰ দৰে দহলাখ টকা খৰছ কৰি 'জয়মতী' কৰিবলৈ পোৱা হলে অৱশ্যেই পৃথিৱী তভক খুৱাব পৰা বাঁহ-কাঠৰ কাৰেং দেখুৱাব পাৰিলোহেঁতেন। পিছে মনটো থাকিলে কি হ'ব—সিফালে যে ধন নাই ··।" জ্যোতি প্ৰসাদে তাহানিযে সম্মুখীন হোৱা সমস্যাটো এতিযাও একদৰেই আছে। চিনেমাৰ প্ৰশ্নটো এই ক্ষেত্ৰত প্ৰথম আলোচনা কৰা হৈছে এই কাৰণেই যে এই কলা-উদ্যোগতে পুঁজিবাদী উৎপাদন-ব্যৱস্থাৰ প্ৰভাৱ নগ্ন-ভাবে প্ৰতিভাত হয়। এই উদ্যোগতো দেখা যায় বজাৰৰ শিকলি ছিঙি ক'লাই স্বাধীনতাৰ পথ গ্ৰহণ কৰা, ই সম্ভৱ হয় স্বাধীনতাপ্ৰেমী শিল্পীৰ অবিৰাম আপোচহীন সংগ্ৰামৰ মাজেদি, এনে

সংগ্ৰাম হয়তো ঋত্বিক ঘটকৰ দৰে শিল্পীৰ হৃদয-বিদাৰক সংগ্ৰামৰ দৰেই ভয়াবহ, আপোচহীন। অসমত কিন্তু এনেদৰে বজাৰৰ শৃংখল ছিঙি একেধাৰে জন-জীৱনৰ বাবে কলা-মাধ্যম হিচাপে চিনেমাক গ্ৰহণ কৰা দ্বিতীয় এজন জ্যোতিপ্ৰসাদ ওলোৱা নাই।

চিনেমাৰ পিছতে আমি ৰংগ মঞ্চলৈ আহিব পাৰোঁ। মঞ্চজগতৰ ক্ষেত্ৰত দেখা যায় ব্যৱসায়িক সাফল্যই শিল্পীৰ সফলতাৰ মাপকাঠি। চিনেমাৰ দৰেই এই মাধ্যমো বৰ্তমান পৰিণত হৈছে বজাৰমুখী, তাৰকাৰ মূল্য ইযাতো ঠিক চিনেমাৰ দৰেই। অসমত দেখা যায় একেবোৰ শিল্পীয়েই ৰংগমঞ্চ আৰু চিনেমা উভয়তে প্ৰভাৱ বিস্তাৰ কৰি আছে। মঞ্চৰ কাহিনী, আংগিক, নৃত্য, সাজ-সজ্জা আৰু ভাষা— ইয়াতো বজাৰমুখী হৈ পৰিছে। ভ্ৰাম্যমান নাট্য-দলসমূহৰ ক্ষেত্ৰতে এই লক্ষণসমূহ প্ৰকট। এই বজাৰমুখী ধাৰাত নাটকৰ প্ৰকৃত বক্তব্য যেনেকুৱাই নহওক, তাৰ মাজত মনোলোভা নৃত্য, জাক জমকতা, যৌনতা তথা অশ্লীলতা অনিবাৰ্য্য হৈ পৰিছে। অন্যথা বজাৰ হেৰায়। ইযাৰ বিপৰীতে অবৃত্তিশীল নাট্যদলসমূহৰ পৰীক্ষা-নিৰীক্ষা তথা কলা-সাধনাৰ ক্ষেত্ৰ স্বাধীন। ৰংগ-মঞ্চ এই অৰ্থত মজুৰি-দাসত্বৰ বলি।

সংগীত (ৰেডিঅ' তথা গ্ৰামোফোন উদ্যোগৰ জৰিযতে) হৈ পৰিছে মূলতঃ অধিক শ্ৰোতাক মনোৰঞ্জন দিব পৰা—এটা বহল ভাষাৰ বজাৰ যোগান ধৰিব পৰা ব্যৱসায়িক শিল্প। সুৰকাৰ, চিত্ৰশিল্পী আদিৰ ক্ষেত্ৰত আন জীৱিকাৰ পথ থকা বাবে সামগ্ৰিক বিচাৰত পৰাধীনতা সিমান গভীৰ আৰু সামগ্ৰিক নহয।

সংবাদপত্ৰ, আলোচনী আৰু গ্ৰন্থ প্ৰকাশ আৰু প্ৰচাৰ পুঁজিবাদী উদ্যোগ। বজাৰ নহ'লে আৰু উদ্যোগী নহ'লে এইবোৰ ক্ষেত্ৰত স্বাভাৱিক আৰু বহুল বিকাশ প্ৰায় অসম্ভৱ। অসমৰ প্ৰকাশক উদ্যোগীসকলৰ পুঁজিপতি হিচাপে ক্ষমতা সীমাবদ্ধ হোৱা বাবে আৰু অসমৰ বজাৰ সীমাবদ্ধ হোৱা বাবে এখন বাতৰি-কাকত আৰু

আলোচনীৰে অৱস্থা দীৰ্ঘ-ম্যাদী উন্নত আৰু উত্তৰোত্তৰ বিকাশশীল নহয়। চৰকাৰী পৃষ্ঠপোষকতা, ৰেহাই দৰত কাগজ যোগান, বিজ্ঞাপন আদিৰ প্ৰশ্ন থকা বাবে এই বাতৰি কাকত হৈ পৰে বক্তব্যৰ ক্ষেত্ৰত নাকি লগোৱা।

সাহিত্য সেৱাৰ যিবোৰ মাধ্যম ( কবিতা, গল্প, উপন্যাস আদি ) স্বাধীন বুলি ভবা যায়, সেইবোৰৰ ক্ষেত্ৰতে দেখা যায় বজাৰৰ সীমাৱদ্ধতা এটা গুৰুত্বপূৰ্ণ বাধা। প্ৰকাশকে কবিতা পুথি বা আন বজাৰৰ আশা নথকা পুথি প্ৰকাশৰ বাবে গ্ৰহণ নকৰে। উপন্যাস, গল্প আদিৰ ক্ষেত্ৰত প্ৰচলিত চিন্তা আৰু ৰুচিৰ লগত খাপ খোৱা কাহিনী আদি থাকিলেহে প্ৰকাশক ওলায়। এই ক্ষেত্ৰটো অৱস্থা ঠিক তাৰকা-সাহিত্যিকৰ ( star-literateur )। জখলা বগাই ওপৰলৈ উঠা বজাৰ থকা সাহিত্যিকৰ সৃষ্টিৰ বাবে মাল-মছলাৰ দৰে প্ৰকাশক সহজলভ্য। এনে অৱস্থাত কবিতাৰ বা আন যি কোনো মুনাফা-হীন মাধ্যমৰ বিকাশ প্ৰায় অসম্ভৱ। যিথিনি হৃও সিও অত্যন্ত সংঘাতপূৰ্ণ পৰিস্থিতিতহে হয়।

## পণ্য-সংস্কৃতিৰ সামগ্ৰিক প্ৰভাৱ

সাংস্কৃতিক উৎপাদনৰ সকলো ক্ষেত্ৰ পুঁজিবাদী পণ্য উৎপাদনৰ ব্যৱস্থাৰ অংগীভূত নহয়, কিন্তু পুঁজিবাদী বিকাশ দ্ৰুততৰ হোৱাৰ লগে লগে আপেক্ষিকভাবে স্বাধীন কলা ক্ষেত্ৰসমূহো হৈ পৰে প্ৰত্যক্ষ বা পৰোক্ষভাবে বজাৰ আৰু অৰ্থ নৈতিক ব্যৱস্থাৰ অধীন। উদাহৰণ-স্বৰূপে বনগীত বা বিহুগীত তথা বিহুনৃত্যৰ কথা ক'ব পাৰি। এইবোৰ পুৰণি উৰ্বৰতা-কৃষ্টিৰ বিকশিত ৰূপ, স্বভাবজ প্ৰকৃতিৰ সন্তানসকলৰ সৃষ্টি। কিন্তু এখন মৌদ্ৰিক অৰ্থ নৈতিক সমাজত সময়ৰ অৰ্থ নৈতিক হিচাপ নিকাচ হয়। মুক্ত বিহংগৰ দৰে গীত গাই নাচি-বাগি থাকিবৰ বাবে সময় নাথাকে। তদুপৰি গীত-নৃত্য আদি সামগ্ৰিকভাবে সাংস্কৃতিক মনোৰঞ্জনৰ উপাদান সমূহ ব্যৱসায়ীকৃত ( commercialised )

হোৱা বাবে বিহুগীত আৰু বনগীত তথা বিহু-নৃত্যও প্ৰকৃতিৰ কোলাৰ পৰা মঞ্চলৈ তথা প্ৰকৃতিৰ সন্তানসকলৰ হাতৰপৰা বিশেষীকৃত গীতিকাৰ, সুৰকাৰ তথা নৃত্যশিল্পীৰ হাতলৈ আহি পৰে। অসমত বৰ্তমান ঠিক সেইটোৱেই হৈছে। কৃষিজীৱী সমাজখন মৌদ্ৰিক প্ৰভাৱিত পৰা বাবে, পুঁজিকেন্দ্ৰিক বিভাজনবোৰ তীব্ৰ হোৱা বাবে আগৰদৰে মুক্ত উৰ্বৰতা-কৃষ্টি বৰ্তমান যুগত প্ৰদৰ্শন নহয়। উৰ্বৰতা-কৃষ্টিৰ মৌলিক জন্মগত বীৰ্য্য এতিয়া নাই। আন গীত আৰু নৃত্যৰ বাণিজ্যিক সাঁচত বিহুগীত, বনগীত তথা নাচ সোমায় পৰিল। বিহু-গীত, বনগীত গ্ৰামোফোন ৰেকৰ্ড, কেছেট আদিত বানীৱদ্ধ হ'ল, উদ্যোগত উৎপাদন হ'ল আৰু বজাৰলৈ আহিল। বিহু নৃত্য মঞ্চ, চিনেমাৰ ব্যৱসায়িক পৰ্দা, টেলিভিশ্যনলৈ আহিল, বাণিজ্যিক হ'ল। ইযাৰ পিছত আৰু ধীমান ব্যক্তি হৈ আমি এই গীত নৃত্যক প্ৰকৃতিৰ মুক্ত কোলালৈ নিবলৈ চেষ্টা কৰিলেও নাযায়।

পুঁজিবাদী উৎপাদন প্ৰক্ৰিযাৰ পৰা আটাইতকৈ দূৰস্থ কবিতাৰ ক্ষেত্ৰতো প্ৰশ্নটো বিচাৰ্য্য। কবিতাৰ সৃষ্টি কবিৰ স্বাধীন মনত। কবিতা মূলতঃ স্বাধীন। লাভৰ বাবে কোনেও কবিতা ৰচনা নকৰে। কিন্তু লাভৰ বাবে নৰচে বাবেই কোনো প্ৰকাশক নাপায়। আৰু প্ৰতিযোগিতামূলক বজাৰত সস্তীযা মনোৰঞ্জনৰ নানা ক্ষেত্ৰত থকা বাবে কবিতা হৈ পৰে শ্ৰোতাহীন তথা পাঠকহীন। ফলত কবিতাই উপেক্ষিত কলা-মাধ্যম হিচাপে পুঁজিবাদী ব্যৱস্থাত পৰিবৰ্তনৰ বাবে যুঁজ দিব লগা হয। পাঠক আৰু শ্ৰোতা সৃষ্টিৰ বাবে কবিতাই পথ সন্ধান কৰিব লগা হয।

গল্প আৰু উপন্যাস কবিতাৰ দৰে উপেক্ষিত নহয়। তুলনামূলক ভাবে মনোৰঞ্জনৰ উপাদান বেছি বাবে এইবোৰ মাধ্যমৰ প্ৰকাশক পোৱাৰ বাধা কিছু কম। বিশেষকৈ ৰোমাঞ্চ সাহিত্যৰ প্ৰকাশকৰ

অভাৱ নহয়। এই ভয়ংকৰ প্ৰতিযোগিতাত সেযে সস্তীয়া মনোৰঞ্জন দিব পৰা এচামেই সহজে জয়ী হয়।

চিত্ৰ-শিল্প, ভাস্কৰ্য্য আদিৰ ক্ষেত্ৰটো একে কথা। চমকপ্ৰদ কলা-কৌশল প্ৰদৰ্শন কৰিবলৈ শিল্পী সক্ষম হ'লে সমাজৰ বিত্তশীল শ্ৰেণীৰ মনোগ্ৰাহী সৃষ্টি কৰিব নোৱাৰিলে চিত্ৰ-শিল্প তথা ভাস্কৰ্য্যও কবিতাৰ দৰেই হৈ পৰে বিপৰ্য্যস্ত।

এই পটভূমিত শিল্পী তথা সংস্কৃতি প্ৰেমীৰ মাজতে দুটা প্ৰৱণতাই দেখা দিয়ে : (১) মৃত্যুমুখী ব্যৱসায়িক সংস্কৃতিৰ লগত সংঘাতত বিপৰ্য্যস্ত হৈ ক্ৰমাগত জন-সাধাৰণৰপৰা আঁতৰি একশ্ৰেণী বিত্তশীল সংস্কৃতিপ্ৰেমীৰ বিলাসী বিচ্ছিন্ন বাবু-ধৰ্মীতা তথা অভিজাতধৰ্মীতা, (২) বজৰুৱা সংস্কৃতিৰ লগত তীব্ৰ সংঘাতৰ মাজেদি ব্যৱসায়িক নগ্নতা আৰু আভিজাত্যৰ বিলাসী বিচ্ছিন্নতা উভয়কে বাদ দি সামগ্ৰিক ৰূপান্তৰৰ বাবে সংগ্ৰামী বাস্তৱধৰ্মীতা। ব্যৱসায়িক সংস্কৃতিৰ বহুল অথচ ভংগুৰ মজিযাখনৰ পৰাই এই দুটা ভিন্নমুখী ধাৰা প্ৰৱাহিত হয়।

অভিজাতধৰ্মীতা ( Elitism ) পুঁজিবাদী ব্যৱস্থাৰে ৰোগ। কবিতাৰ ক্ষেত্ৰত, নাটক আৰু চিনেমাৰ ক্ষেত্ৰত, চিত্ৰ-শিল্প আৰু ভাস্কৰ্য্যৰ ক্ষেত্ৰত এই অভিজাতধৰ্মীতাৰ আশ্ৰয় লৈ বিশেষকৈ সামাজিক পৰিবৰ্তনৰ প্ৰতি কিছু নেতিবাচক দৃষ্টি-ভংগী গ্ৰহণ কৰা সমাজৰ অভিজাত সংস্কৃতিবানসকলে সংস্কৃতিক সমাজৰ চোতালৰ পৰা তুলি নি ধ্বংসমুখী বিচ্ছিন্ন সিংহাসনখনতে তুলি থয়। এই শ্ৰেণীৰ সংস্কৃতিৰ অভিজাত পূজাৰীয়ে কেতিয়াও নাভাবে যে এনে এখন সমাজত দাল-দৰিদ্ৰ হৈ পৰা সংখ্যাগৰিষ্ঠ জনগণে সংস্কৃতি ৰক্ষা কৰিব পাৰিব। বৰং তেওঁলোকে এই ধাৰণাৰ বশৱৰ্তী হয় যে সংস্কৃতি হ'ল জ্ঞানৰ পোহৰ পোৱা মাত্ৰ মুষ্টিমেয়ৰ বাবে ! এই মুষ্টিমেয়ৰ বাবে উচ্চ-আংগিক ব্যৱহাৰ কৰি নাইবা দুৰ্বোধ্য সাংস্কৃতিক সৃষ্টিসমূহ কৰি অভিজাত সংস্কৃতিৰ পূজাৰীসকল আত্মতুষ্ট হয়। এই পাৰ্থক্যটো ঠিক

'ড. বেজবৰুৱা' চিনেমাৰ লগত 'সন্ধ্যাৰাগ'ৰ পাৰ্থক্যৰ দৰে। সাধাৰণ বজৰুৱা উপন্যাসৰ লগত 'পিতাপুত্ৰ' নাইবা 'গড়মা কুঁৱৰী'ৰ দৰে! চিত্ৰ-শিল্পৰ ক্ষেত্ৰত বাস্তৱধৰ্মীতা এৰি অতি-বাস্তৱতালৈ গতি কৰা 'হেমন্ত মিশ্ৰ'ৰ দৰে বা প্ৰসেৎজিৎ ডুৱৰাৰ দৰে। এওঁলোক সস্তীয়া পণ্য উৎপাদন কৰোঁতা নহয়, কিন্তু অভিজাত পণ্য তথা অভিজাত সৃষ্টি কৰোঁতা। অৱশ্যে ব্যতিক্ৰম তথা 'মিথ' নথকা নহয়। ভূপেন হাজৰিকা এনে ব্যতিক্ৰম। এওঁ একেলগে পঁচা আভিজাত্যৰ লগত সাঙোৰ খাই থাকিও জনগণৰ মাজতো দৰদী গায়ক! মাজে মাজে অভিজাত-শিল্পী হয়, মাজে মাজে আকৌ পালত বতাহ লাগে, তেতিয়া জন-গণৰ জন-মনৰ শিল্পী হয়। এই আদৰ্শ মূলতঃ 'ক'লা সকলো মানুহৰে মংগলৰ বাবে' এই যুক্তিবাদী মানবীযতাৰ আদৰ্শৰ লগত খাপ খায়। এটা নান্দনিক পুৰঠ ৰূপ দিযাই নহয়, চিন্তাৰ ক্ষেত্ৰতো জড়তা ভাঙিবলৈ সক্ষম হৈছে। জ্যোতিপ্ৰসাদৰ জন-মন আৰু জন-গণ এনে অভিজাত শিল্প-সাহিত্যত পৰোক্ষভাবেহে পোহৰলৈ আহে নাইবা সচেতনভাবে অবহেলিত হয়।

অভিজাত শিল্প-সাহিত্যই কিন্তু অসমত এটা পুৰঠ অসমীয়া যুগৰ সূচনা কৰিছে, ইযাৰ আগলৈকে, প্ৰায় দ্বিতীয বিশ্বযুদ্ধৰ পিচৰ এটা দশব পৰ্যন্ত অসমৰ কথা-ছবি, সাহিত্য, শিল্প আদিৰ ক্ষেত্ৰত মূলতঃ পশ্চিমৰ ৰাজ্যবোৰৰ—বিশেষকৈ কলিকতাৰ প্ৰভাৱ আছিল অতি বেছি। কিন্তু বস্তুগত আৰু কাৰিকৰী দিশত হোৱা কিছু উন্নয়ন, শিক্ষা তথা প্ৰশিক্ষণৰ উন্নতিৰ ফলত হোৱা উন্নয়নৰ ফলস্বৰূপে অসমৰ মাটিতে এই অভিজাতধৰ্মী শিল্প-সাহিত্যই গঢ লৈ উঠিছে—অসমীয়া ৰূপত। ই বজৰুৱা নহয, সস্তীয়া পণ্যও নহয়, উন্নত যুক্তিবাদী—কিন্তু গণমুখী নহয়। ড. ভবেন্দ্ৰ নাথ শইকীয়া এনে এক উচ্চ চিন্তাৰ যুক্তিবাদী বাহক—যি কথাছবি শিল্পক চিন্তাৰ ক্ষেত্ৰ স্থূল পৰনিৰ্ভৰশীলতাৰ পৰা অসমীয়া কথাছবি শিল্পক মুক্ত কৰিবলৈ সক্ষম হৈছে।

সম-সাময়িক একাধিক কবি, গল্পলিখক তথা ঔপন্যাসিকৰ ক্ষেত্ৰত এই স্বাধীনভাবে বিকশিত চিন্তাৰ আভাস পোৱা যায়।

আধুনিক অভিজাতধৰ্মীতা ইয়াৰ অন্ধবিশ্বাস তথা গোড়ামি-বিৰোধী চিন্তা, স্থৱিৰতাবিৰোধী উষ্মা, অযুক্তিবিৰোধী উদ্দীপনাৰ বাবে মূলতঃ সংস্কাৰধৰ্মী আৰু জন-গণমুখী চিন্তাৰ কাষৰে-পাজৰে বা একেলগেই গতি কৰা যেন লাগে। বৰ্তমান অভিজাতধৰ্মীতাৰ এই চৰিত্ৰই হ'ল মূল বৈশিষ্ট্য। সমাজ পৰিবৰ্তনৰ আৰ্থ-সামাজিক প্ৰৱাহ মুক্ত আৰু নিভাঁজ নহ'লে যুক্তিবাদী অভিজাতধৰ্মীতা জণ-সাধাৰণৰ অধিক ওচৰ চাপি অহাৰ সম্ভাৱনাও ক্ষীণ। তাতেই ইয়াৰ সীমাৱদ্ধতা সুস্পষ্ট।

যোৱা ছুটা দশকত অসমীয়া কথাছবি তথা নাট্য জগতত মূলতঃ থলুৱা মাটিৰ গোন্ধ থকা তথা তথাকথিত কলিকতা-বোম্বাই-দিল্লীৰ সাংস্কৃতিক ধাৰাৰ প্ৰভাৱৰপৰা মুক্ত কলা-কৃষ্টি গঢ়ি তোলাৰ বাবে আপ্ৰাণ চেষ্টা চলিছে। ইযাৰ মূলতে হ'ল শিক্ষা আৰু কাৰিকৰী বিত্মাৰ বিকাশৰ ফলত অহা অসমৰ বুদ্ধিজীৱী, শিল্পী তথা সাহিত্যিক এচামৰ বস্তুগত আৰু বৌদ্ধিক পৰিপক্কতা। ইয়াৰ ফলত আমি দেখা পাইছোঁ, আন ঠাইত আমি উল্লেখ কৰি অহা দুৰ্বলতাবিলাক থকা স্বত্বেও, বৰ্তমান অভিজাত বস্তুবাদী তথা যুক্তিবাদী আদৰ্শৰ দ্বাৰা পৰিচালিত মানবীয় চিন্তাই অসমীয়া সমাজখনক আধুনিক আদৰ্শৰ সোৱাদ দিবলৈ নিজেই চেষ্টা কৰিছে। কথাছবি জগতত পদ্মম বৰুৱা, ভবেন্দ্ৰ নাথ শইকীয়া তথা জাহ্নু বৰুৱাৰ ক্ষেত্ৰত আমি প্ৰকৃত অৰ্থত অসমৰ মাটিৰ গোন্ধ থকা শিল্পীৰ আত্মপ্ৰকাশ দেখা পাওঁ। ই হয়তো অসমৰ শিল্পীসকলৰ নিজৰ ভবিত ঠিয় হ'ব পৰা এটা অৱস্থাৰ প্ৰতিফলন। চিনেমা হিচাপে অন্ধ অনুকৰণৰ পৰা এইসকলৰ ছবিসমূহ মুক্ত। ই নিশ্চিতভাবে এটা বলিষ্ঠ অৱস্থান—ইয়াৰপৰা মানবীয়

যুক্তিবাদী আদর্শৰেও অসমীয়া শিল্পী তথা সাহিত্যিকে বহুদূৰ আগুৱাব পৰা সম্ভাৱনা আছে।

অভিজাতধৰ্মীতাৰ তুলনাত সংগ্ৰামী তথা বিপ্লৱী বাস্তৱধৰ্মীতা (Revolutionary Realism) নামি আহে সাধাৰণ, ক্ৰয়-ক্ষমতাহীন তথা যোত্ৰহীনসকলৰ মাজলৈ। এই সাধাৰণ, নিৰীহ, ক্ৰয়ক্ষমতাহীনসকলৰ প্ৰাণৰো প্ৰাণত লুকাই থকা শিল্পী সত্বাক, তথা সঁচা মানুহটোক মৰ-নিদ্ৰাৰ পৰা সাৰ পোৱাবলৈ এই বাস্তৱধৰ্মীসকল সক্ৰিয় হৈ পৰে। তাৰ নিদৰ্শন আধুনিক যুগত জ্যোতিপ্ৰসাদ, বিষ্ণু-প্ৰসাদ, ৺অমূল্য বৰুৱা আদিয়ে দেখুৱাব গৈছে। নল মৰি মেলা কোমল গজালিৰ দৰে এই শ্ৰেণীৰ সংস্কৃতিপ্ৰেমী বহুদিনলৈ আঁৰতে লুকাই থাকে, আন্ধাৰৰ মাজতে যুঁজ কৰে আৰু এদিন আন্ধাৰ বিনাশী পোহৰলৈ ওলায় আহে। এনে হোৱাৰ কাৰণ হ'ল এই বাস্তৱধৰ্মীসকলে স্বাভাৱিক কাৰণতে বাণিজ্যিক সমাজখনত থকা সস্তীয়া প্ৰচাৰ-মাধ্যম-সমূহ বৰ্জন কৰে নাইবা প্ৰচাৰ-মাধ্যমসমূহে তেওঁলোকক বৰ্জন কৰে। ফলত নিজৰ প্ৰচেষ্টাৰ মূৰ দাঙি নোলোৱা পৰ্য্যন্ত এই শ্ৰেণীৰ সংস্কৃতি-সেৱীসকল আগবাঢ়িব নোৱাৰে। বৰ্তমান অসমত এই অভিজাত সংস্কৃতিসেৱী, বজৰুৱা সংস্কৃতিসেৱী আৰু সংগ্ৰামী সংস্কৃতিসেৱীৰ মাজত অঘোষিত সাংস্কৃতিক যুঁজখন তীব্ৰ হৈ পৰিছে বুলি ক'ব পৰা যায়।

অভিজাত সংস্কৃতিৰ স্ৰষ্টাসকলৰ সামাজিক গতিপথৰ অধ্যয়ন মূলতঃ মানবীয় যুক্তিবাদ (Humanistic Rationalism)-ৰ দ্বাৰা সীমাৱদ্ধ। গতিকে এনে অধ্যয়নৰ সকলো দিশেই সাধাৰণ অন্ধবিশ্বাস, কুসংস্কাৰ তথা স্থৱিৰতাৰ বিপক্ষে মূলতঃ যুক্তিৰ আশ্ৰয়ত আগবাঢ়িবলৈ চেষ্টা কৰে। ইয়াৰ ফলত এই অভিজাত শিল্পই চিন্তাৰ দৈন্যতা বহুখিনি দূৰীভূত কৰি অসমৰ কলা-শিল্প-সাহিত্যক আগবঢ়াই লৈ যায়।

## সৃষ্টিৰ স্বাধীনতা, ঐতিহ্য, সাংস্কৃতিক সংগ্ৰাম

পূৰ্বৰ আলোচনাৰ ভিত্তিত আমি ক'ব পাৰোঁ যে বৰ্তমান যি সংঘাত সৃষ্টি হৈছে সেই সংঘাত মানুহৰ সৃষ্টি ক্ষমতাক বাণিজ্যিক পণ্যত পৰিণত কৰা পুঁজিবাদ উৎপাদন ব্যৱস্থাই সৃষ্টি কৰা সাংস্কৃতিক সংঘাত। এই সংঘাত অৱসান ঘটাই মানুহৰ সৃষ্টিশীলতাক স্বাধীন ভিত্তিত প্ৰতিষ্ঠা কৰিব লাগিলে প্ৰকৃত অৰ্থত এই অৰ্থ নৈতিক শৃংখল তথা সামগ্ৰিক বজাৰৰ শৃংখল দূৰীভূত কৰিব লাগিব।

মানুহৰ সৃষ্টিশীল স্বাধীনতা সামাজিক, আদৰ্শগত অৱস্থা, বাস্তৱ পটভূমিৰ লগত সংস্কৃতিসেৱীৰ সম্পৰ্ক তথা বাস্তৱ অৱস্থাৰ জ্ঞান, কলা মাধ্যমৰ বিষয়ে সংস্কৃতিসেৱীৰ জ্ঞান তথা প্ৰকাশ-মাধ্যমৰ আহিলা ( Tools of expression or Means of expression ) সমূহৰ ওপৰত সংস্কৃতিসেৱীৰ দখল আৰু জাতীয় আৰু সাংস্কৃতিক ঐতিহ্যৰ ওপৰত নিৰ্ভৰ কৰে।

আমি পাহৰি গলে নচলিব যে আমাৰ জাতীয় আৰু সাংস্কৃতিক ঐতিহ্য অতি বলিষ্ঠ, গৌৰৱমণ্ডিত। ঐতিহ্যৰ ফালৰপৰা আমি চিৰ-স্বাধীন। আমাৰ সংস্কৃতিৰ বৰঘৰৰ পূজাৰীসকলে কোনো দিনে উৎপাদন ব্যৱস্থাৰ মালিক-শ্ৰেণীৰ ওচৰত শিৰ নত কৰা নাছিল। উৰ্বৰতা কৃষ্টিৰ বিকশিত ৰূপ আমাৰ বিহু-সংস্কৃতি সদায় স্বাধীনভাবে বিকাশ হৈছিল আৰু এতিয়াও স্বাধীনভাবে বিকশিত কৰাৰ সম্ভাৱনা আছে। এতিয়াও আমি দেখা পাওঁ যি সময়ত আমাৰ মহান সংস্কৃতিসেৱীয়ে বঁটা-বাহন বিচাৰি দিল্লী-কলিকতা-গুৱাহাটীৰ সুৰম্য প্ৰাসাদৰ আৰাম বিচাৰি বাউল হৈছে, যি সময়ত নৰহত্যা-যজ্ঞৰ পুৰোহিতৰপৰা স্বীকৃতিৰ নিৰ্মালি ল'বৰ বাবে 'মহান' সংস্কৃতিসেৱীসকল ঢাপলি মেলিছে—সেই সময়ত ভিতৰ গাঁৱৰ কোনোবা পোৱালি ওজাই বিদ্ৰোহৰ ঢোল বজাইছে, ঢোলৰ মালিতাত জন-সাধাৰণৰ দুখৰ কাহিনী। লোক-কৃষ্টি এনেকুৱাই স্বাধীন। কাৰণ ইয়াৰ আহিলাসমূহ মূলতঃ শিল্পীৰ

দখলত। গতিকে সহজেই লোক-কৃষ্টিয়ে জনগণৰ কৃষ্টি হিচাপে মুক্তিৰ জটিমা গাব পাৰে।

লোকায়ত সংস্কৃতিৰ মাধ্যমসমূহৰ বাহিৰেও আমি দেখা পাওঁ আমাৰ ঐতিহ্যই আন সকলো সাংস্কৃতিক ক্ষেত্ৰকে স্বাধীন ৰখাৰ বাবে অনুপ্ৰেৰণা দিয়ে। সাংস্কৃতিক প্ৰতিভাধৰ অসামান্য গুণৰ আকৰ শ্ৰীমন্ত শংকৰেনো কিয ভ্ৰাতৃত্বৰ গুন-গান গালে, কিয় 'ভূমি-গতি' ধৰিলে? ৰজাক শৰণ নিদি কিয় সাধাৰণৰ মাজলৈ গতি কৰিলে? কুকুৰ-শৃগাল-গৰ্দভ মাত্ৰ প্ৰতীকী কথা। এওঁলোক সাধাৰণ ৰাইজ। এই সাধাৰণ ৰাইজৰ আত্মাক সঠিকভাবে প্ৰথম শ্ৰীমন্ত শংকৰেই বুজি পাইছিল।

পিছৰ যুগত আমি দেখা পালোঁ জ্যোতিপ্ৰসাদ ওলাই আহিছিল প্ৰথম নিজৰ শৃংখল ছিঙি। চাহবাগিছাৰ মালিক হিচাপে নিজৰ পৰিচয় একপ্ৰকাৰ বিলুপ্ত কৰি দিলে আৰু জনগণৰ এজন হৈ পৰিছিল। অকল নিজেই মুক্ত হৈছিল তেনে নহয জনগণক নিৰ্ভীক আৰু মুক্ত হ'বৰ বাবে অহৰহ সংগ্ৰাম চলাইছিল। শাসক শ্ৰেণীৰ শৃংখলে জ্যোতিক বাধা দিব পৰা নাছিল আনকি ৰাজনৈতিক দলৰ শৃংখলেও পৰা নাছিল জ্যোতিৰ জন-দৰদী হৃদযক শৃংখলিত কৰিব। ঠিক সেইদৰে বিষ্ণু ৰাভাই চিৰ-বিদ্ৰোহী সাংস্কৃতিক প্ৰতিভাৰ অধিকাৰী হিচাপে প্ৰথম নিজক নিজৰ ভূ-সম্পত্তিৰ মোহৰ পৰা মুক্ত কৰিছিল আৰু লগে লগে অজস্ৰ জনতাৰ বুকুৰ ক্ৰন্দন দূৰীভূত কৰিবৰ বাবে ৰুদ্ৰৰূপ ধৰিছিল! নাট্যকাৰ ব্ৰজনাথ শৰ্মাই কি কৰিছিল? অজস্ৰ জনতাক ঐক্যবদ্ধ কৰি ইংৰাজ শাসক শ্ৰেণীক সন্ত্ৰস্ত কৰিছিল,—কেৱল নাট্যমঞ্চত মনোৰঞ্জনৰ বাবে নিজকে নিয়োজিত কৰা নাছিল। আৰু অজস্ৰ শিল্পী-সাহিত্যিক, নামী-অনামী সংস্কৃতিৰ পূজাৰীৰ নাম ল'ব পাৰি যি অকুতোভয় চিৰ উন্নত শিৰ পূজাৰীৰ ঐতিহ্য ৰচনা কৰি গৈছে।

আমাৰ ঐতিহ্য সেয়ে চিৰ-স্বাধীন, প্ৰেৰণাময়।

স্বাধীন ঐতিহ্যৰ প্ৰতি সচেতন হোৱাৰ লগে লগে আমি এটা প্ৰশ্নত সুস্পষ্ট সমাধান দাঙি ধৰিবলৈ সক্ষম হ'ব লাগিব। সেইটো হ'ল সৃষ্টিশীল স্বাধীনতাৰ প্ৰকৃতি সম্পৰ্কীয়। সৃষ্টিশীল স্বাধীনতা কোনেও প্ৰদান নকৰে, ইয়াক সংস্কৃতিবান মানুহে অৰ্জন কৰে—যুগ যুগ ধৰি অৰ্জন কৰি আহিছে। প্ৰয়োজন পূৰণৰ বাবে মানুহে কোনোদিনে স্বাধীনতা বিসৰ্জন দিয়া নাই। প্ৰয়োজনক মানুহে সদায় স্বীকৃতি দিযে, কিন্তু ইয়াক পৰাভূত কৰি সদায় সৃষ্টিশীল মানুহে বিজয় অৰ্জন কৰে।*

বৰ্তমান সৃষ্টি হোৱা সাংস্কৃতিক পটভূমিত সংস্কৃতিৰ বজাৰখনত এজন সংস্কৃতিসেৱীযে জীৱিকা অৰ্জনৰ প্ৰযোজনক স্বীকৃতি দিব লাগিব ঠিকেই, কিন্তু জীৱিকা অৰ্জনৰ বাবে স্বাধীনতাক বিসৰ্জন দিলে সি সংস্কৃতিৰ বিসৰ্জন হ'ব।

এই ক্ষেত্ৰত পুঁজিপতি শ্ৰেণীৰ স্বাধীনতা আৰু এজন শিল্পীৰ স্বাধীনতাৰ মাজত থকা মৌলিক পাৰ্থক্য নিৰ্ণয কৰা প্ৰযোজন। এজন পুঁজিপতিৰ বাবে উদ্যোগ প্ৰতিষ্ঠা কৰাৰ তথা ব্যৱসায কৰাৰ স্বাধীনতা মৌলিক স্বাধীনতা। সেই হিচাপে এটা ছপাশাল খোলাৰ স্বাধীনতা হ'ল মৌলিক স্বাধীনতা। কিন্তু এটা সংবাদ প্ৰতিষ্ঠান ( Press ) ৰ

---

* এজন প্ৰখ্যাত কলা সমালোচকৰ ভাষাত: "Creative freedom, in this sense, is not given, it is a conquest by the artist over necessity itself From this we can deduce: (1) that this necessity does not contradict, in principle, creative freedom, and (2) that this creatrve freedom only aquires a concrete content when the artist succeeds in afirming himself by overcoming necessity." ( Page 210, Art and Society, A. S. Vazquez )

প্ৰকৃত স্বাধীনতা এই বুৰ্জোৱা শ্ৰেণীৰ বোধগম্য স্বাধীনতাকৈ পৃথক। কাৰণ এটা সংবাদ-প্ৰতিষ্ঠানৰ স্বাধীনতাৰ প্ৰথম ভিত্তি হ'ল ইয়াৰ অব্যৱসায়িক প্ৰকৃতি।* Debating the Freedom of Press নামৰ ৰচনাত এগৰাকী মনীষীয়ে পোনপটীয়াভাৱে কৈছে: "A writer must of course earn his living to exist and be able to write, but he must in no sense exist and write so as to earn a living." একজন লিখক তথা সংস্কৃতি-সেৱীৰ বাবে এইখিনি চেতনা অনিবাৰ্য্য প্ৰয়োজন। খাব, আৰু পিন্ধিবৰ বাবে নিশ্চয় অৰ্জন কৰিব লাগিব, অৰ্থাৎ নিজৰ সৃষ্টিৰে জীয়াই থাকিব লাগিব, কিন্তু খাই জীয়াই থাকিবৰ বাবে নিজৰ সৃষ্টিক বজাৰৰ পণ্যত পৰিণত কৰি জীয়াই থকাৰ সাৰ্থকতা এজন সাহিত্যিক বা সংস্কৃতিসেৱীৰ নাই। এজন সৃষ্টিশীল শ্ৰমিক হিচাপে এজন শিল্পী বা সাহিত্যিকে আনৰ মুনাফাৰ বাবে উৎপাদন কৰি শিল্পী বা সাহিত্যিক হৈ নাথাকে—সৃষ্টিশীলতাক এইদৰে বিসৰ্জন দিয়া হয়। এনেদৰে স্বাধীনতা বিসৰ্জন নিদিয়া বাবেই আমি দেখা পাওঁ ঊনৈশ শতিকাৰ শেষ দশক দুটা আৰু কুৰি শতিকাৰ প্ৰথম দশক দুটাত ইউৰোপৰ অগণন মহান শিল্পীয়ে দাৰিদ্ৰ্য, ক্ষুধা, আৰু নিপীড়ন সহ্য কৰিবলগীয়া হৈছিল। আনকি বলীয়া হৈছিল। আত্মহত্যা কৰিছিল। আমাৰ সমাজতো একাংশ সৃষ্টিশীল শিল্পী-সাহিত্যিকৰ, যি বজাৰৰ তাগিদ পূৰণ নকৰে, বৰ্তমান এনে দশা হৈছে। দাৰিদ্ৰ্য আৰু ক্ষুধাৰ বলি হৈছে। অপ্ৰকাশৰ যন্ত্ৰণাত আধাবলীয়া হৈছে। জ্যোতিপ্ৰসাদে শেষ জীৱনত অশান্তিত কাল কটাব লগা হৈছিল। বিষ্ণু ৰাভাই

---

* 'The first freedom of the Press consists in its not being a business.'—Marx, Debating the Freedom of Press মাৰ্ক্সে স্বাধীনতা বিসৰ্জন দি জীয়াই থকা সাহিত্যিকৰ অস্তিত্বকে শাস্তিৰ নামান্তৰ বুলি অভিহিত কৰিছে....'his very existence is already his punishment.'

দাৰিদ্ৰ্য আৰু ক্ষুধাৰ মাজতে মৃত্যু বৰণ কৰিছিল। অগণন সৰু-সুৰা শিল্পী-সাহিত্যিকৰ নাম নকলোৱেইবা।

এইটোৱেই হ'ল সংস্কৃতিবিৰোধী শত্ৰুৰ শিবিৰ, সংস্কৃতিৰ পূজাৰীৰ বাবে ক্ষয়ংকৰ অৱস্থা। সংস্কৃতিসেৱীসকলৰ সচেতন দায়িত্ব এই প্ৰতিৰোধী বেহুক চূৰ্ণ কৰি প্ৰকৃত স্বাধীনতাৰ সেতু ৰচনা কৰা, স্বাধীনতাৰ প্ৰকৃত দুৰ্জেয় দূৰ্গ নিৰ্মাণ কৰা, য'ত মানুহৰ সৃষ্টি প্ৰতিভাই অপ্ৰকাশৰ বেদনাত কান্দিব লগা নহয়, মানুহৰ সৃষ্টি পোহৰ নেদেখাকৈয়েই নিঃশেষ হ'ব লগা নহয় আৰু প্ৰতিভাধৰ সংস্কৃতিসেৱীয়ে তিল তিলকৈ হতাশাগ্ৰস্ত হৈ মৃত্যুবৰণ কৰিবলগা নহয়। এনে এক ক্ষেত্ৰত শিল্পী-সাহিত্যিকে প্ৰস্তুত কৰিব লাগিব য'ত বজাৰৰ হাতোৰাৰ পৰা সাংস্কৃতিক সফুঁৰা মুক্তভাবে ৰাখিব পৰা যায়, সম্প্ৰসাৰিত কৰিব পৰা যায়, সৃষ্টিশীল জনগণৰ সৃষ্টিশীল সংস্কৃতিক সৰ্বতোমুখী বিকাশৰ সুবিধা দিব পৰা যায়, 'জনগণৰ শিল্প-সংস্কৃতিৰ মৃত্যু নহয়'— এই প্ৰবচনক বাস্তৱ ৰূপ দিব পৰা যায়।

## অষ্টম অধ্যায়

# জাত ভাষা ধৰ্ম আৰু অস্তিত্ব ৰক্ষা

### প্ৰথম ভাগ

## জাত-প্ৰথা ঃ ইয়াৰ বিকাশ আৰু পৰিণতি

জাত ( Caste ) ৰ সূত্ৰপাত কেনেকৈ হ'ল সেই বিষয়ে তথ্য-পাতি চালি-জাৰি চালে আমি দেখা পাওঁ যে মূলতঃ ই হ'ল ভাৰতীয় বৰ্ণাশ্ৰম প্ৰথাৰ জটিল আৰু যুক্তিহীন অৱশেষ। অসমত অৱশ্যে মংগোলীয় উপাদানৰ প্ৰভাৱেই জন-সমষ্টিৰ ওপৰত অতি বেছি। অত্যন্ত গুৰুত্বপূৰ্ণ কথা হ'ল অসমৰ জাত-বিভাজনে বিশুদ্ধ অৰ্থত কৰ্ম-ভিত্তিক বিভাজন নহয়। ইযাৰ কাৰণ হ'ল এই ৰাজ্যখনৰ শাসক ৰাজবংশবিলাকৰ সকলো তথাকথিত ক্ষত্ৰিয় বৰ্ণভুক্ত নাছিল। ইতিহাসে চুকি পোৱা যুগৰপৰা নানা 'ম্লেছ' নাম বিভূষিত জনগোষ্ঠী, নানা মংগোলীয় জনগোষ্ঠী তথা তাই জনগোষ্ঠীৰ ৰজাই অঞ্চলটোৰ বিভিন্ন অঞ্চলত সুদীৰ্ঘ কাল ধৰি ৰাজত্ব কৰি আহিছে। আনহাতে নানা তথাকথিত উচ্চ বৰ্ণৰ জাতৰ লোক মূলতঃ কনৌজ, বংগ, মগধ আদিৰ-পৰা প্ৰব্ৰজিত হৈ অহাৰ ইতিহাস সুস্পষ্ট। মংগোলীয় জনগোষ্ঠীৰ বাহিৰেও এই অঞ্চলত এসময়ত যে কম সংখ্যক হলেও দ্ৰাবিড় জনগোষ্ঠীৰ লোকৰ অনুপ্ৰৱেশ ঘটিছিল তাৰ প্ৰমাণ আছে। অসমত সুদীৰ্ঘকাল ধৰি নানা জনগোষ্ঠীৰ সমন্বয় চলি অহাৰ কাৰণে বৰ্ণ-বিভাজনৰ তীব্ৰতা অতি তীব্ৰভাবে অনুভূত হোৱা নাছিল, কিন্তু ই ক্ৰমান্বয়ে হিন্দুস্থানী সংস্কৃতিৰ প্ৰভাৱত প্ৰায় একে সৰ্বভাৰতীয় সাঁচত গঢ় লয়। মধ্যযুগত সুদীৰ্ঘ ছশ বছৰ ধৰি আহোমৰ ধৰ্মৰ ক্ষেত্ৰত উদাৰ শাসন তথা বৈষ্ণৱ গুৰুসকলৰ সংস্কাৰধৰ্মী মতবাদেও অসমৰ পৰা জাত-বিভাজনৰ সীমাৰেখা আতৰ কৰিব নোৱাৰিলে। বৰং নিত্য নতুন ৰূপত জাত-বিভাজনে শিপা মেলি বৰ্তমান বিভাজনৰ বিষ-বৃক্ষ ৰচনা কৰিলে।

দামোদৰ কোসাম্বী প্ৰমুখ্যে ভাৰতৰ বিদগ্ধ ইতিহাসবিদ এচামে অতি সুন্দৰভাবে এই কথা ব্যাখ্যা কৰি কৈছে যে জাতসমূহৰ উৎপত্তি জন-জাতিসমূহৰ ক্ৰমশঃ ম্লাপন হোৱাৰ জৰিয়তে। মনু সংহিতাত আভীৰ, মল্ল, খচ, অন্ধ্ৰ, বিদেহ, মাগধ আদি জাত হিচাপে দেখুওৱা হৈছে। পূৰ্বে এইবোৰ আছিল গোষ্ঠী। যৱন, চীনা, শক, সাতবট, আভীৰ আদিৰ ক্ষেত্ৰত মনু সংহিতাৰ সূত্ৰ অনুসৰি জাত বিভাজন কৰাৰ সুৰুঙা কম। জন-জাতি সমাজ ধ্বংস কৰি ভাৰতৰ বুকুত স্থায়ী কৃষিৰ সম্প্ৰসাৰণৰ যুগত জাতৰ বিকাশ হৈছিল। কোসাম্বীৰ ভাষাত "The tribe as a whole turned into a new peasant jati caste-group, generally remarked as sudras, with as many as possible of the previous institution."* সামন্তপ্ৰথাৰ সম্প্ৰসাৰণৰ যুগত পৰাভূত জন-জাতিসমূহ 'জাত' হিচাপে শূদ্ৰত পৰিণত হোৱা এই প্ৰক্ৰিয়াটো দীৰ্ঘকালীন প্ৰক্ৰিয়া। অসম তথা উত্তৰ-পূৰ্বাঞ্চলত এই প্ৰক্ৰিয়াটো ক্ষীণ আৰু ৰাজনৈতিক ভাবে যথেষ্ট দুৰ্বল।

জন-জাতি সমাজক তথাকথিত আৰ্য সমাজত অন্তৰ্ভুক্ত কৰাৰ যুগত কিন্তু বিপৰীত প্ৰক্ৰিয়া হিচাপে ব্ৰাহ্মণসকলে নিজেও জন-জাতি ৰীতি-নীতিৰ ৰক্ষক হৈ পৰিছিল। বহু ক্ষেত্ৰত জন-জাতিৰ ৰূপান্তৰিত শূদ্ৰজাতৰ পুৰোহিত হোৱা বাবে তেওঁলোকৰ ৰীতি-নীতিৰ ৰক্ষক হিচাপে নিজেই হৈ পৰিছিল জন-জাতি সমাজৰ পৰম্পৰাৰ ৰক্ষক।**

* The Culture and Civilization of Ancient India in Historical Outline, D. D. Kosambi, 1986 edition

** "The Brahmin often preserved tribal or local peasant jati customs and primitive lore in some modified form, as the priest who had taken them over."—উক্ত গ্ৰন্থ, পৃঃ ১৭২।

হিন্দু বৰ্ণবাদ অনুসৰি তথা মনুৰ বিধি অনুসৰি (মনু, শ্লোক ২৯, ৩০, ৩১, অধ্যায় ১০) যিবোৰ জাত সৃষ্টি হোৱাৰ উল্লেখ পোৱা যায়, সেইবোৰৰ সংখ্যা ১৬ টা। অসমত ঠিক সেইদৰে জাত সৃষ্টি হৈছে বোলাৰ থল নাই। হিন্দু বিধি অনুসৰি জাত ব্যৱস্থাৰ সম্প্ৰসাৰণৰ তলত দেখুওৱা ধৰণে আহি দাঙি ধৰিব পাৰি :

(১) ব্ৰাহ্মণ পুৰুষ
- ব্ৰাহ্মণ নাৰী→ব্ৰাহ্মণ (১)
- ক্ষত্ৰিয় „ →মুৰ্দ্ধাবিশিক (২)
- বৈশ্য „ →বৃজ্জকাস্ত বা অম্বাস্থ (৩)
- শূদ্ৰ „ →নিষাদ বা পৰাশৱ (৪)

(২) ক্ষত্ৰিয় পুৰুষ
- ব্ৰাহ্মণ নাৰী→সূত (৫)
- ক্ষত্ৰিয় „ →ক্ষত্ৰিয় (৬)
- বৈশ্য „ →মহিষ্য বা হালৈ কৈবৰ্ত (৭)
- শূদ্ৰ „ →উগ্ৰ (৮)

(৩) বৈশ্য-পুৰুষ
- ব্ৰাহ্মণ নাৰী→বৈদহ (৯)
- ক্ষত্ৰিয় „ →ধীৱৰ (১০)
- বৈশ্য „ →বৈশ্য (১১)
- শূদ্ৰ „ →কৰণ (১২)

(৪) শূদ্ৰ পুৰুষ
- ব্ৰাহ্মণ নাৰী→চণ্ডাল (১৩)
- ক্ষত্ৰিয় „ →খট্ট (১৪)
- বৈশ্য „ →আযোগৱ (১৫)
- শূদ্ৰ „ →শূদ্ৰ (১৬)

(৫) নিষাদ পুৰুষ →আযোগৱ নাৰী→মাৰ্গৱ দাস বা জালৈ কৈৱৰ্ত

হিন্দু বিধি অনুসৰি সৃষ্টি হোৱা এই জাতসমূহ অসমত ব্ৰহ্মপুত্ৰ উপত্যকাত একে ধৰণে পোৱা নাযায়। চণ্ডাল, ধীবৰ, বৈদেহ, খট্ট, উগ্ৰ,

অম্বাস্থ আদি জাতসমূহৰ অস্তিত্ব অসমত বিচাৰিলে আমি হতাশ হ'ব লাগিব। অসমৰ আহোম, চুতীযা, কোঁচ, মৰাণ, কছাৰী, সোণোৱাল, দেউৰী, তিওৱা, আদি, জাতসমূহৰ মূলতঃ মংগোলীয আৰু তাই জন-গোষ্ঠীৰ। ৰজা তথা সামন্ত হিচাপে বিভিন্ন ঠাইত ৰাজত্ব কৰা এই জনগোষ্ঠীসমূহ ভাৰত উপমহাদেশৰ শেষত হিন্দু হোৱা জনগোষ্ঠী-বিলাকৰ ভিতৰত পৰে। অসমৰ কলিতাসকল মূলতঃ উত্তৰ ভাৰতৰ পৰা অহা আৰু ব্ৰাহ্মণসকলৰ একাংশ বংগ তথা উত্তৰ প্ৰদেশৰ কনৌজৰপৰা অহা। কৈৱৰ্ত, কলিতা, কেওত জনগোষ্ঠীৰ লোকসকল অসমত মূলতঃ আন্তঃবৰ্ণ সমন্বয়ৰ সুফল। মংগোলীয কোঁচ, মেচ, বড়ো আদি জনগোষ্ঠীৰ ক্ষেত্ৰত হিন্দুৰ চতুৰ্বৰ্ণ বিভাজনৰ জেৰ টানিবলৈ যোৱাটো হাঁহি উঠা ধৰণৰ। কাৰণ কোঁচ, কছাৰী আদি জনগোষ্ঠীযে সুদীৰ্ঘকাল অসমত ৰাজত্ব কৰি গৈছে।

প্ৰকৃততে আদিম শ্ৰম-বিভাজনৰ প্ৰক্ৰিযাত জাত হ'ল সামাজিক শ্ৰেণীৰ নামান্তৰ মাত্ৰ। জন-জাতি উৎপত্তিৰ জাত অসমত অগণন। কছাৰী, সোণোৱাল, মৰান, চুতীয়া, দেউৰী, আহোম, কোঁচ আদি জাত হিচাপে তথাকথিত হিন্দু সমাজৰ শূদ্ৰ শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰিবলৈ চেষ্টা কৰা দেখা যায়। কিন্তু ইতিহাসে চুকি পোৱা যুগতো দেখা যায যে এই জনগোষ্ঠীবিলাকে কৰ্ম হিচাপে মূলতঃ ক্ষত্ৰিযৰ কৰ্মহে কৰিছিল, দাসৰ নহয। ইযাৰ বিপৰীতে অসমত জাত বা বৰ্ণৰ ক্ষেত্ৰত উচ্চ আসনত হিন্দু নিযমেৰে প্ৰতিষ্ঠা কৰা কিছুমান জাতৰ কৰ্ম আছিল মূলতঃ শূদ্ৰৰ কৰ্ম। উদাহৰণস্বৰূপে ইতিহাসৰ সুদীৰ্ঘ কাল এছোৱাত কলিতা জাতৰ লোকসকল আছিল সাধাৰণ প্ৰজা বা পাইক। অসমৰ ব্ৰাহ্মণসকলৰ বহুতৰে উপাধিও আনকি আহোম ৰাজতন্ত্ৰত প্ৰদান কৰা নাইবা গ্ৰহণ কৰা। আন এটা গুৰুত্বপূৰ্ণ কথা হ'ল অসমত চণ্ডাল, নিষাদ নাইবা পুক্কস আদি ভাৰতৰ আন ঠাইত থকা তথাকথিত 'অস্পৃশ্য' জাতৰ মানুহ নাই। দেখা যায় শৱ দাহন, বাঁহী বজোৱা,

মন্দিৰৰ পৰা ফুল আদি আবর্জনা পেলোৱা, চিকাৰ কৰা আদি নির্দিষ্ট জাতৰ মানুহ অসমত নাই আৰু এইবোৰ কাম কৰা বাবে অস্পৃশ্য হোৱাৰ পৰম্পৰা অসমত স্থানীয়ভাৱে বিকশিত হোৱাও নাছিল।

১৮৯১ চনৰ জাতীয় পিয়লৰ প্ৰতিবেদনত অসমৰ জাত প্ৰথা সম্পৰ্কে এনে মন্তব্য আছে :

"The Brahmins of Assam proper seem to be ignorant of various caste sub-divisions which are found in Bengal and other parts of India."* এই প্ৰতিবেদন অনুসৰি অসমৰ ব্ৰাহ্মণে ভাৰতৰ আন ঠাইত চলা বহু ৰীতি-নীতি বাদ দি চলিছিল। মাত্ৰ সুৰমা উপত্যকাত বংগত প্ৰচলিত জাত-ব্যৱস্থাৰ সূত্ৰপাত হৈছিল আৰু গোৱাল, মোদক, তাঁতী, বাৰৈ, কুলাল, কমাৰ, নাপিত, তেলী, ফুলমালি আদি জাত হৈছিল। ব্ৰহ্মপুত্ৰ উপত্যকাত,—বিশেষকৈ আহোম ৰাজতন্ত্ৰত সমাজৰ কৰ্ম-বিভাজন জাত-ভিত্তিক নাছিল, ব্ৰাহ্মণ বাদ দি যি কোনো বৰ্ণৰ লোক যি কোনো সামাজিক তথা ৰাষ্ট্ৰীয় কাৰ্যত নিযোজিত হৈছিল। ব্ৰাহ্মণৰ ভিতৰত যি উপ-জাত বিভাজন বংগৰ তথা সুৰমা উপত্যকাৰ ব্ৰাহ্মণৰ মাজত হৈছিল, অসমত সেইটো হোৱাই নাছিল। সুৰমা উপত্যকাৰ ক্ষেত্ৰতো আনকি উপজাতসমূহৰ মাজত আন্তঃবিবাহ অসম্ভৱ নাছিল। বৈদ্য, কায়স্থ আদিৰ ক্ষেত্ৰতো সুৰমা উপত্যকাত গোত্ৰ পৰিচয় আছিল যদিও আন্তঃগোত্ৰ বিবাহ হৈছিল।

অসমত আনহাতে জাত প্ৰথাৰ ক্ষেত্ৰত থকা তুলনামূলক শিথিলতাৰ ফলত মধ্যযুগত আৰু ইংৰাজ যুগতো—সোনাৰী, কমাৰ, কুমাৰ আদি কলিতালৈ মৎসজীৱী নদীয়াললৈ ৰূপান্তৰিত হৈছিল। আহোমসকলক ইন্দ্ৰবংশী কৰি ৰাজতন্ত্ৰৰ যুগত ক্ষত্ৰিয়ৰ সন্মান দিয়া হৈছিল। আহোম ৰাজতন্ত্ৰত আনহাতে ৰাজতন্ত্ৰৰ ফালৰপৰা জাত-বিভাজনৰ পৃষ্ঠপোষকতা

---

* Census Report of Assam, 1981.

কৰা হোৱা নাছিল, জাত সম্পৰ্কীয় ধাৰণাসমূহ মূলতঃ বংগৰপৰা আমদানিকৃত ধৰ্মৰ জৰিয়তেহে অসমলৈ আহিছিল।*

'অসমত মূলতঃ দুটা উপাদানে জাতসমূহৰ মাজত বিভেদ হ্ৰাসকৰণ, সমন্বয় তথা জাত উন্নীতকৰণ প্ৰক্ৰিয়াত সহায় কৰিছিল। (১) মংগোলীয় তথা তাই-ৰাজতন্ত্ৰৰ উদাৰনৈতিক প্ৰভাৱ আৰু (২) নৱ-বৈষ্ণৱ আন্দোলনৰ প্ৰভাৱ। কিন্তু হিন্দু বৰ্ণাশ্ৰম ধৰ্মৰপৰা এনে উদাৰতাই অসমক মুক্ত কৰিব পৰা নাছিল। মংগোলীয় তথা তাই ৰাজতন্ত্ৰৰ ক্ষেত্ৰত দেখা যায় যে ধৰ্মৰ ক্ষেত্ৰত তেওঁলোক আছিল উদাৰ, জাতৰ ক্ষেত্ৰত আন্তঃগোষ্ঠীয় বিবাহ তেওঁলোকে বাধা দিয়া নাছিল। বৰং আহোমসকলৰ ক্ষেত্ৰত দেখা যায় যে তেওঁলোকে আন্তঃগোষ্ঠীয় বিবাহৰ জৰিয়তে সমন্বয় অতি দ্ৰুততৰ কৰিছিল। কোনো কোনো ৰজাৰ ৰাজত্বকালত একে চৰুত ভাত খোৱাৰ ব্যৱস্থা কৰাৰ ওপৰত, অৰ্থাৎ জাত-বিভেদ সম্পূৰ্ণ দূৰীভূত কৰাৰ ওপৰত জোৰ দিয়া হৈছিল। ঠিক সেইদৰে নৱ-বৈষ্ণৱ মতবাদৰ মূল ভিত্তিয়েই আছিল মানৱীয় সংস্কাৰৰ প্ৰতি এক সহনশীল আৰু উদাৰ দৃষ্টিভংগী। জাত-বিভাজন নিৰ্মূল-কৰণৰ বাবে নৱবৈষ্ণৱ আন্দোলনৰ গুৰুসকলে নিজে তীব্ৰ আন্দোলন কৰা নাছিল যদিও আমি দেখা পাওঁ যে 'কুকুৰ শৃগাল গৰ্দভৰো আত্মা ৰাম' বুলি মতবাদ প্ৰকাশ কৰি কোচ, মুছলমান, আহোম, কৈৱৰ্ত, তাঁতী, নগা, মিছিং, মৰাণ, চুতীয়া আদি সকলোকে শৰণ দি বৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোতাসকলে সমন্বয়ৰ ভিত্তি ৰচনা কৰিছিল।

আহোম ৰাজতন্ত্ৰত গো-ব্ৰাহ্মণৰ ৰক্ষণাবেক্ষণাৰ্থে ব্যৱস্থা গ্ৰহণ কৰাৰ অন্তৰালত ধৰ্মীয় উদাৰতাৰ লগতে আহোম ৰাজতন্ত্ৰৰ ক্ষমতা বিস্তাৰৰ উদ্দেশ্যও লুকাই আছিল। উদাহৰণস্বৰূপে ৰুদ্ৰসিংহই

* কোনো কোনো গৱেষকে ব্ৰহ্মপুত্ৰ-উপত্যকাৰ জাত-বিদ্বেষ বংগৰ ধৰ্মীয় প্ৰভাৱৰ অনুকৰণ বুলি কৈছে। দ্ৰষ্টব্য : Cosmogony of Caste and Social Mobility in Assam, Introduction, B J. Dev and D. K. Lahiri, 1984 edition.

বংগদেশ আক্ৰমণ কৰিবৰ কাৰণে প্ৰস্তুতি চলোৱাৰ এটা পৰ্যায়ত নদীয়া শান্তিপুৰৰ শাক্ত ব্ৰাহ্মণক অসমলৈ আমন্ত্ৰণ কৰি আনিছিল। পিছলৈ এই ব্ৰাহ্মণ শ্ৰেণীয়ে ৰাজতন্ত্ৰৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। অসমত নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ তথা ৰাজতন্ত্ৰৰ লগত সংঘাত বৃদ্ধিৰ যুগত আহোম ৰাজতন্ত্ৰই দিহিং সত্ৰৰ গোসাইক ৰাজতন্ত্ৰৰ আদৰৰ পাত্ৰ কৰি লৈছিল। এইবোৰ ঘটনা ঘটা স্বত্বেও আমি ক'ব লাগিব যে আহোম ৰাজতন্ত্ৰত বিভিন্ন ধৰ্মমতৰ মাজত যথেষ্ট বুজাপৰা আছিল। ধৰ্মমতৰ পাৰ্থক্যৰ কাৰণে, একশ্ৰেণীৰ সুবিধাবাদী ব্ৰাহ্মণে উচটাই দিয়া কাৰণে অথবা নিজৰ সামাজিক তথা ধৰ্মীয় দৃষ্টি-ভংগীৰ লগত মত নিমিলা কাৰণে নৱ-বৈষ্ণৱ আন্দোলনৰ প্ৰথম পৰ্যাযৰ প্ৰসাৰৰ যুগঁত নিৰ্যাতন চলিছিল। তথাপি আমি দেখা পাও আহোম ৰজা তথা ডাঙৰীয়াসকলৰ মাজত ভিন্ন ভিন্ন সত্ৰত দীক্ষা লোৱাটো অত্যন্ত সাধাৰণ ঘটনাত পৰিণত হৈছিল।

শাক্ত আৰু বৌদ্ধ তান্ত্ৰিক যুগত নাৰী আৰু 'নীচ' কুলজাত লোকৰ স্থান ধৰ্মীয় কাৰণত তলত থকাৰ প্ৰশ্নই নুঠে। পূৰ্বে আমি এই কথা আলোচনা কৰি আহিছোঁ। নাৰী যি কুলৰে নহওক, ধৰ্ম সাধনাৰ ক্ষেত্ৰত তন্ত্ৰত উচ্চ আসন দিয়া হৈছিল। সম্ভৱতঃ এই কাৰণতে শূদ্ৰ-সকলৰ প্ৰায় সকলো এসময়ত তান্ত্ৰিক ধৰ্মৰ পৃষ্ঠপোষক হৈ পৰিছিল।

কিন্তু ব্ৰাহ্মণ্য বৈদিক ধৰ্মৰ পূৰ্ণ জাগৰণে, বৰ্ণাশ্ৰম ধৰ্মৰ পতন ঘটোৱা বা বিশৃংখলা সৃষ্টি কৰা তান্ত্ৰিক উপাদানসমূহ পুনৰ শৃংখলিত কৰিলে। আহোম ৰজাসকল ধৰ্মৰ ক্ষেত্ৰত উদাৰ হ'লেও ( শাক্ত সকলক ) সুদীৰ্ঘ কাল ধৰি পৃষ্ঠ-পোষকতা কৰিলে। ফলত সকলো প্ৰজাই পাইক হিচাপে সমান মৰ্যাদাৰ হ'লেও জনজাতি, কলিতা, চুতীয়া আদিৰ মাজৰ পৰা আহোমে মৰ্যাদা উন্নীত কৰাৰ সুবিধা ৰাখিছিল, কিন্তু বৰ্তমানৰ অনুসূচীত জাতসমূহৰ বেছি ভাগেই বৰ্ণাশ্ৰম ধৰ্মৰ কুপ্ৰভাৱত প্ৰায় অস্পৃশ্য ভাবেই থাকি গৈছিল। অৰ্থাৎ উদাৰতা আছিল এটা সীমাৰ মাজতহে।

দুই-এক বুৰঞ্জীবিদে অত্যন্ত সুস্পষ্ট ভাষাত আহোমৰ দিনত থকা অস্পৃশ্যতাৰ এটা চিত্ৰ দাঙি ধৰিছে আৰু তাৰ কাৰণো নিৰ্দেশ কৰিছে :

"বৌদ্ধ ধৰ্ম্ম ( অসমত ) প্ৰচলিত থাকোতে চিৰকালৰ হীন জাতি-বিলাকে এঁই ধৰ্মত জাতিভেদ নথকাত হিংসাৰ গুণে ব্ৰাহ্মণাদিৰ প্ৰতি বৰ উন্তগালি কৰিলে আৰু পাচে যেতিয়া হিন্দু ধৰ্ম পুনৰায় সংস্থাপিত হয় তেতিযা যি সকলে হিন্দু ধৰ্ম শীঘ্ৰে নললে বা পূৰ্বৰ বৌদ্ধাচাৰ নেডিলে সিসকলকে হিন্দুসকলে ঘৃণা কৰি ডোম বুলিলে।"* আহোম ৰজাসকলে এই জাতিৰ লোকৰ কপালত ৰোহিত মাছ অংকিত কৰিছিল বুলি উল্লেখো কৰা হৈছে। হাডীৰ ক্ষেত্ৰত কপালত বাঢ়নী অংকিত কৰিছিল বুলিও কোৱা হৈছে। গেইটেও মুছলমান, ডোম, হাড়ী আদিৰ ক্ষেত্ৰত উক্ত তথ্য সমৰ্থন কৰিছে।** প্ৰকৃততে অসমত ব্ৰাহ্মণ ধৰ্মৰ প্ৰভাৱত বৰ্মণ বংশৰ ৰাজত্বকালত যি ধৰণৰ বৰ্ণাশ্ৰম ধৰ্মৰ পৃষ্ঠ-পোষকতা কৰা হৈছিল, সি নিশ্চিতভাবে উত্তৰ ভাৰত জাত-প্ৰথা অসমলৈ লৈ আহিছিল।

ম্লেছ-বিদ্ৰোহৰ ফলত বৰ্মন বংশৰ পতন হ'ল—এই ম্লেছসকল যে তথাকথিত উচ্চ বৰ্ণ নাছিল সি ঠিক। দেখা যায় হৰ্জৰ বৰ্মাৰ ৰাজত্ব-কালত কৈৱৰ্তসকলৰ শক্তি সিমান কম নাছিল আৰু যথেষ্ট গুৰুত্ব লাভ কৰিছিল। সম্ভৱত তান্ত্ৰিক মহাযান ধৰ্মৰ সম্প্ৰসাৰণ কালত এই বৰ্ণাশ্ৰম ধৰ্মবিদ্বেষীসকল বৌদ্ধ হৈ পৰিছিল। পাল বংশৰ ৰাজত্ব-কালত এই প্ৰক্ৰিয়া সৰ্বোচ্চ শীৰ্ষত উঠৈছিল। কিন্তু ইয়াৰ পিছত হিন্দু শাক্ত আৰু শৈৱ তথা তুলনামূলক ভাবে পিছৰ যুগত বৈষ্ণৱ ধৰ্মই তান্ত্ৰিক মহাযান ধৰ্মৰ পিত মাৰি আনিলে। যি সকল 'নিম্ন' বৰ্ণই

* আসাম বুৰঞ্জী, গুণাভিৰাম বৰুৱা, পৃ : ১৭৯।

** A History of Assam, Edward Gait, 1984 edition পৃ : ২৪২ দ্ৰষ্টব্য।

বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিছিল, তেওঁলোকে পুনৰ বৰ্ণাশ্ৰম ধৰ্ম গ্ৰহণ কৰাতকৈ নৱ-বৈষ্ণৱ ধৰ্মৰ ভূমি-গতিৰ আশ্ৰয় গ্ৰহণ কৰাকে সম্ভৱতঃ উত্তম বিবেচনা কৰিলে। ফলত আমি দেখা পাওঁ কৈৱৰ্তসকলৰ মাজত একশৰণ ভাগৱতী নাম ধৰ্ম হৈ পৰিছিল অত্যন্ত জনপ্ৰিয়। নৱ-বৈষ্ণৱ আন্দোলনৰ উগ্ৰ অংশ বা বিদ্ৰোহী অংশৰ মেৰুদণ্ডও আছিল কৈৱৰ্ত-সকল। ইংৰাজৰ লগত যি সকল বিদ্ৰোহীযে প্ৰথম গুৱাহাটীত যুদ্ধ কৰিছিল—সেই সকলৰ প্ৰায সকলো আছিল কৈৱৰ্ত। এই কৈৱৰ্ত সকলৰ জাত সম্পৰ্কীয বিচাৰ সেয়ে হিন্দু বৰ্ণাশ্ৰম ধৰ্মৰ উত্থান-পতনৰ ইতিহাসৰ লগত জড়িত হৈ আছে বুলিব পাৰি। আহোমসকলে ত্ৰিদৰে নিজে ব্ৰাহ্মণ্য ধৰ্মই আগবঢ়োৱা সামাজিক মৰ্যাদা গ্ৰহণ কৰি সমাজত ক্ষত্ৰিয় বুলি স্বীকৃত হৈছিল, সিযেই প্ৰমাণ কৰে যে শূদ্ৰ সকলতকৈ নিজকে উচ্চ বুলি বিবেচনা কৰিছিল। গতিকে 'নিম্ন-বৰ্গৰ' মানুহক সমাজত সমান স্থান দিযাৰ ক্ষেত্ৰত পাইক প্ৰথাই অৰ্থনৈতিক বাধাই সৃষ্টি কৰা নাছিল, জাতগতভাবেও 'নিম্ন বৰ্গৰ' সকল নিম্ন-বৃত্তিতে থাকি গৈছিল। অৰ্থাৎ, পাইক প্ৰথাই সৃষ্টি কৰা পাইক প্ৰজাৰ সমতা আছিল ৰজাৰ লগত আৰ্থ-ৰাজনৈতিক সম্পৰ্কৰ ক্ষেত্ৰতহে, কিন্তু নিজৰ মাজত পাইকৰো জাত-বিভাজন ( বৃত্তিগত বিভাজন ) নিম্ন বৃত্তিৰ ক্ষেত্ৰত বহু পৰিমাণে থাকি গৈছিল। বৃত্তিগত আৰু ভৌগোলিক শ্ৰম-বিভাজনে—বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন বৃত্তিৰ লোকক শেষত জাতত পৰিণত কৰিছিল।

মধ্যযুগৰ অসমত মাত্ৰ কেইটামান বৃত্তিৰ ক্ষেত্ৰত কিছুমান নিৰ্দিষ্ট গোষ্ঠীৰ লোক জড়িত আছিল। হাডী, জালৈ কেওট, কৈৱৰ্ত আদিৰ মাছমৰীয়া বৃত্তি। আন বৃত্তিসমূহৰ বেচি ভাগেই জাতভিত্তিক নহৈ—ৰাষ্ট্ৰৰ দ্বাৰা আৰোপিত শ্ৰম-বিভাজনৰ ফলত হৈছিল। উদাহৰণ স্বৰূপে অসমত যুগী আৰু কাটনিৰ বাহিৰেও আন সকলো সম্প্ৰদায়ৰ মানুহে কাপোৰ বৈছিল, সূতা কাটিছিল, এৰী মুগা আৰু পাট পুহি-

ছিল। গতিকে এৰী মুগা পাট পোহাৰ বাবে কোনো মানুহ অস্পৃশ্য হোৱা নাছিল, কিন্তু ভাৰতৰ আন ঠাইত চলি অহা পৰম্পৰাৰ কুপ্ৰভাৱত যুগী, কাটনি আদি সম্প্ৰদায়ৰ মানুহক সমাজৰ তলৰ শাৰীত স্থান দিবলৈ চেষ্টা কৰা হৈছিল।

অকল এয়ে নহয় নৱ-বৈষ্ণৱ ধৰ্মৰ উদাৰ প্ৰভাৱত কিছু পৰিমাণে উদাৰতা সমাজলৈ আহিলেও তথাকথিত বৰ্ণাশ্ৰম ধৰ্মৰ নামত অৰ্থনৈতিক ভাবে দুৰ্বল শ্ৰেণীৰ সম্প্ৰদায়সমূহক সদায় সমাজৰ নিম্ন বৰ্গত স্থান দিয়া হৈছিল। বৰ্ণাশ্ৰম ধৰ্মৰ ব্ৰাহ্মণ্য প্ৰভাৱ হ্ৰাস কৰাত প্ৰভাৱ বিস্তাৰ কৰিলেও নৱ-বৈষ্ণৱ আন্দোলনে বৰ্ণ-বিভেদৰ আৰ্থ-সামাজিক ভিত্তি উচ্ছেদ কৰাৰ বাবে বৌদ্ধিক ক্ষেত্ৰ ৰচনা কৰাত সফল হোৱা নাছিল। শ্ৰীমন্ত শংকৰদেৱৰ পিছত ব্ৰাহ্মণ গুৰুসকলৰ প্ৰাদুৰ্ভাৱ হোৱাৰ ফলত এক ঈশ্বৰত উপাসনা কৰা অদ্বৈতবাদী চৰিত্ৰৰ বাহিৰে বৈষ্ণৱ ধৰ্মৰ বৈপ্লৱিক আদৰ্শৰ বৈশিষ্ট্য একো নাথাকিল।

জাত বিভাজনৰ লগত আৰ্থ-সামাজিক ব্যৱস্থাৰ সম্পৰ্কৰ আঁত বিচাৰি গলে আমি দেখা পাওঁ যে বৃত্তিগত আৰু ভৌগোলিক শ্ৰমবিভাজনৰ ফলত অসমতো জাত-প্ৰথাই গা কৰি উঠাত সুবিধা পাইছিল। আহোম ধৰ্ম আৰু জাতৰ বিচাৰৰ ক্ষেত্ৰত উদাৰ আছিল যদিও নিজে গোড়া হিন্দু হৈ ক্ষত্ৰিয়ৰ জখলা বগোৱাৰ পিছত সাধাৰণতে পৰাভূত জন-গোষ্ঠীবোৰক পাইক হিচাপে গণ্য কৰিছিল। নিম্ন বৃত্তিত নিযোজিত পাইকসকলৰ কিছুমান একোটা খেল হিচাপে স্বকীয়া ভাবেই থাকি গৈছিল। তাৰ ফলত অসমত কিছুমান বৃত্তি জাতত পৰিণত হোৱাৰ সুস্পষ্ট উদাহৰণ দেখা পোৱা যায়। যেনে সোণ কমোৱা বৃত্তিত লিপ্ত সকল সোণোৱাল (মূলতঃ কছাৰী), কুমাৰ বৃত্তিত লিপ্ত কলিতাসকল কুমাৰ কলিতা, কৈৱৰ্ত, হাৰী আদিও মূলতঃ বৃত্তিভিত্তিক। এই ধৰণৰ জাতলৈ উত্তীৰ্ণ হোৱা বৃত্তি কৰ্মকৈ দেখিবলৈ পোৱাৰ কাৰণ হ'ল অসমৰ পাইকসকলৰ মূল ভিত্তি কৃষিৰ ওপৰত

প্ৰতিষ্ঠিত। কৃষি ভূমিৰ পৰা উচ্ছেদ নহ'লে আৰু সুদীৰ্ঘ কাল ধৰি এটা বৃত্তিতে লাগি নাথাকিলে এটা বৃত্তিৰ পৰা এটা জাত হ'ব নোৱাৰে।

আনহাতে এটা সম্প্ৰদায়ৰ মানুহ নানা বৃত্তিত বিভাজিত হোৱাৰ ফলত দেখা যায় আহোম ৰাজতন্ত্ৰৰ অৱসানৰ যুগত পুনৰ আগৰ সম্প্ৰদায়ৰ পৰিচয়কে বিভিন্ন বৃত্তিৰ মানুহে দিবলৈ আৰম্ভ কৰিলে। উদাহৰণস্বৰূপে কলিতাসকল নানা বৃত্তিত বিভাজিত হৈছিল যদিও কুমাৰ কলিতাৰ দৰে সুস্পষ্ট জাত হিচাপে পৰিচয় নিদি বেছি ভাগ কলিতাই ।হন্দু শূদ্ৰসকলৰ ভিতৰত উচ্চ জাত হিচাপে চিনাকি দি বৰ্তমান এটা জাত হ'ল।

## দ্বিতীয় ভাগ

## আৰ্থ-ৰাজনৈতিক ভিত্তিৰ পৰিবৰ্তন আৰু জাত-ব্যৱস্থাৰ সম্পৰ্ক

জাত ব্যৱস্থাৰ লগত আৰ্থ-ৰাজনৈতিক ব্যৱস্থাৰ সম্পৰ্ক সহজ-বোধ্য। অসমৰ তথা প্ৰাচীন অসমৰ ইতিহাস খুছৰিলে আমি দেখা পাওঁ যে চতুৰ্থ শতিকাত পুষ্যবৰ্মণে বৰ্মণ বংশ প্ৰতিষ্ঠা কৰাৰ আগলৈকে কামৰূপৰ ( প্ৰাচীন অসমৰ ) লগত ভাৰতৰ ভূ-ভাগৰ সম্পৰ্ক ক্ষীণ আছিল। নৰক, ভগদত্ত আদিৰ উপাখ্যানবিলাকে প্ৰকৃত বুৰঞ্জীৰ সমল যোগান নধৰে। অতি বেছি আমি অনুমান কৰিব পাৰোঁ যে মিশ্ৰিম জনগোষ্ঠীৰ কোনো কোনো লোক বৰ্মণ বংশৰ পূৰ্বেও কামৰূপত প্ৰৱেশ কৰিছিল আৰু সামগ্ৰিকভাবে অনা-আৰ্য বংশৰ সামাজিক-ৰাজনৈতিক প্ৰভাৱেই আছিল প্ৰধান। আৰ্থ ৰাজনৈতিক তথা সামাজিকভাবে বৰ্মণ বংশৰ ৰাজত্ব কালত অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত গুপ্তযুগৰ প্ৰভাৱ কম-বেছি পৰিমাণে পৰিছিল। বৰ্মণ বংশৰ প্ৰথম ছজন ৰজাই গুপ্ত বংশৰ অধীনতা স্বীকাৰ কৰিছিল বুলি জনা যায়। সপ্তম ৰজাজনৰ দিনত এই শাসনৰ যুৱলি দলিয়াই দি বৰ্মণ বংশই নিজৰ

স্বাধীন ৰাষ্ট্ৰৰ সীমা বৰ্দ্ধন কৰিছিল। ষষ্ঠ শতিকাৰ মাজভাগত ভূতি বৰ্মণৰ ৰাজত্ব কালত কামৰূপ ৰাজ্য অতি শক্তিশালী হৈ পৰিছিল। এই সময়ত কামৰূপ ৰাজ্যৰ সীমা সম্ভৱতঃ এফালে কৰতোৱা আৰু আনফালে শ্ৰীহট্টলৈকে বিস্তৃত আছিল। ভূতি বৰ্মণৰ পিছত চতুৰ্থ জন ৰজা ভাস্কৰ বৰ্মণৰ দিনত, হৰ্ষবৰ্দ্ধনৰ ৰাজত্বকালত হিউ এন চাং ভাৰতলৈ আহিছিল। ভাস্কৰ বৰ্মণৰ ৰাজত্বকাল হৰ্ষবৰ্দ্ধনৰ লগত মিত্ৰতা, বংগৰ লগত যুদ্ধ, চীনা বাহিনীৰ প্ৰতি আগবঢ়োৱা পৰোক্ষ সাহায্য আৰু পূৰ্ব ভাৰতত অখণ্ড প্ৰভাৱ বিস্তাৰৰ গৌৰৱেৰে গৌৰৱান্বিত। এই কথা সহজ অনুমেয় যে এই কালছোৱাত কামৰূপৰপৰা পশ্চিমলৈ বাহুমেলা বৰ্মণ বংশই ভাৰতীয় গুপ্ত যুগৰ সংস্কৃতিৰ বিপুল বৈভৱৰ আংশিকভাৱে হ'লেও অসমলৈ আনিছিল। সম্ভৱতঃ স্থায়ী কৃষি কাৰ্যৰ সম্প্ৰসাৰণ ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ আৰু নামনি অংশত হৈছিল।

বৰ্মণ যুগৰ পিছত কামৰূপৰ লগত ভাৰতীয় হিন্দু সাম্ৰাজ্যৰ লগত ওচৰ সম্পৰ্ক আছিল বুলি ভাবিবলৈ কোনো উপযুক্ত সমল নাই। বৰ্মণ বংশৰ পতন ঘটাই শাসনৰ গাদীলৈ অহা ম্লেচ বংশ মূলতঃ মংগোলীয় অনা-আৰ্য। এই কথা ঠিক যে গুপ্তযুগ আৰু হৰ্ষবৰ্দ্ধনৰ ৰাজত্বকালতে কনৌজৰ ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ লগত অসমৰ সম্পৰ্ক ওচৰ হৈ পৰিছিল। পিছৰ যুগত এই সম্পৰ্কই যে সাংস্কৃতিক প্ৰৱাহৰ সূচনা কৰিছিল তাক অস্বীকাৰ কৰা নাযায়। কিন্তু ম্লেচ বংশ তথা ইয়াৰ পিছত স্থানীয় যিবোৰ মংগোলীয় বংশোদ্ভৱ ৰজাই কামৰূপত ৰাজত্ব কৰি গৈছে তেওঁলোকৰ শক্তি তথা সামৰ্থ্যৰ প্ৰভাৱত পশ্চিমৰ পৰা অহাটো স্বাভাৱিকতে কিছু পৰিমাণে স্তম্ভিত হৈছিল ; কিন্তু ধৰ্মীয় আৰু সাংস্কৃতিক সম্প্ৰসাৰণ স্তব্ধ হোৱা নাছিল।

ড. বিৰিঞ্চি কুমাৰ বৰুৱাই অতি সুস্পষ্ট ভাবাবে উল্লেখ কৰিছে যে গুপ্ত সাম্ৰাজ্যৰ পতনৰ পিছত বৃহৎ সংখ্যক ব্ৰাহ্মণৰ অসমলৈ

প্ৰব্ৰজন ঘটিছিল।* ধৰ্মপালৰ দিনত মধ্যদেশৰ ব্ৰাহ্মণক ভূমি দান দিয়া হৈছিল, ঠিক সেইদৰে জয়পালৰ দিনত পুণ্ড্ৰৰ স্বৰ্ণ-মুদ্ৰা আৰু ভূমিদান দিয়া হৈছিল। কামৰূপৰ ৰজাসকলে মৈথিলী ব্ৰাহ্মণ-সকলৰ পৃষ্ঠপোষকতাও কৰিছিল। বল্লাল সেনৰ দিনত সংস্কাৰ মানি নলৈ বংগৰপৰা পলাই অহা বৈদিক ব্ৰাহ্মণ তথা সপ্তসতী ব্ৰাহ্মণ-সকলো মূলতঃ কামৰূপৰ বাসিন্দা হৈছিল। ১৮৯১ চনৰ পিযলৰ প্ৰতিবেদন অনুসৰিও অসমৰ একাংশ ব্ৰাহ্মণে নিজকে কনৌজত শিক্ষা গ্ৰহণ কৰি অহা ৭০০ জন ব্ৰাহ্মণৰ বংশোদ্ভৱ বুলি পৰিচয় দিছিল।

ইয়াৰ পিছত দেখা যায় ইছলাম ধৰ্মৰ সম্প্ৰসাৰণৰ যুগতো অসম হৈ পৰিছিল ব্ৰাহ্মণসকলৰ বাবে প্ৰব্ৰজনৰ সুবিধাজনক ক্ষেত্ৰ। কনৌজ, কাশী, নদীযা, শান্তিপুৰ—মূলতঃ এইবোৰ ঠাইৰপৰাই ব্ৰাহ্মণৰ প্ৰব্ৰজন ঘটিছিল। এই ব্ৰাহ্মণসকলে অসমত ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰসাৰ ঘটাইছিল সঁচা, কিন্তু জনগণৰ ওপৰত প্ৰত্যক্ষ প্ৰভাৱ তেওঁ-লোকৰ কম আছিল। মূলতঃ ৰজাসকলৰ দান-বৰঙণি ( ভূমি, স্বৰ্ণ তথা জীৱ-জন্তু ) ৰ ওপৰতে এই ব্ৰাহ্মণসকল বৰ্তি আছিল। অনা-আৰ্য জন-গোষ্ঠীৰ বৃজন অংশই হিন্দু হ'লেও জটিল ধৰ্মীয় ক্ৰিয়া-কাণ্ডৰ আও-ভাও বুজাতকৈ মূলতঃ স্থানীয় আচাৰ-নীতিৰেই হিন্দু ধৰ্ম পালন কৰিছিল। নৱ-বৈষ্ণৱ ধৰ্মৰ জাগৰণৰ পূৰ্বলৈকে শাক্ত ধৰ্ম, তান্ত্ৰিক বৌদ্ধ ধৰ্ম তথা শৈৱ ধৰ্মৰ প্ৰভাৱ অসমত অত্যন্ত বেছি আছিল। বলি-বিধান আৰু মূৰ্তি পূজাৰ মূল পুৰোহিত আছিল ব্ৰাহ্মণসকল। তদু-পৰি ৰাজ পৃষ্ঠপোষকতাত উজনি অসমৰ ব্ৰাহ্মণসকল, মূলতঃ সত্ৰীয়া ব্ৰাহ্মণসকল চহকী হৈ পৰিছিল—ই অকল সমাজৰ ভিতৰতে ব্ৰাহ্মণৰ স্থান উন্নত কৰা নাছিল, বৰং আন বৰ্ণ ব্ৰাহ্মণৰ তুলনাত সত্ৰীয়া ব্ৰাহ্মণে নিজকে শ্ৰেষ্ঠতৰ বিবেচনা কৰিবলৈ ধৰিছিল। বৰ্ণ ব্ৰাহ্মণসকলে মূলতঃ

* B. K. Baruah—A Cultural History of Assam, 1969 Edition, page 117 দ্ৰষ্টব্য।

বিভিন্ন 'নিম্ন বৰ্ণৰ' লোকসকলক ধৰ্মীয় সেৱা আগবঢ়াইছিল, গতিকে এই বৰ্ণ ব্ৰাহ্মণসকলক সত্ৰীয়া ব্ৰাহ্মণসকলে হেয় বুলি ভাবিবলৈ ধৰিছিল।

ৰাজতন্ত্ৰৰ পতনৰ লগে লগে ব্ৰাহ্মণৰ পুৰোহিত হিচাপে হ'ব পৰা আয়ৰ পথ সম্পূৰ্ণ বন্ধ হৈছিল। অৱশ্যে পূৰ্বে ভূমি-দান পোৱা শক্তিশালী সত্ৰীযা ব্ৰাহ্মণৰ ক্ষমতাই কিছুদূৰ স্থায়িত্ব লাভ কৰিছিল। ৰাজতন্ত্ৰৰ পতনতকৈও অসমৰ ব্ৰাহ্মণসকলৰ আয়ৰ পথ সম্পূৰ্ণ বন্ধ কৰিছিল নব-বৈষ্ণৱসকলৰ জনপ্ৰিয়তা অৰ্জনে।

শাক্ত ব্ৰাহ্মণ্য ধৰ্মৰ কু-প্ৰভাৱ বহুলভাবে পৰা অসমলৈ তান্ত্ৰিক ব্ৰাহ্মণসকলো আহিছিল। ৰাজ পৃষ্ঠপোষকতাত বলিষ্ঠ হোৱা নদীযা শান্তিপুৰৰ শাক্ত ব্ৰাহ্মণসকলেই হ'ল এই শ্ৰেণীৰ ব্ৰাহ্মণৰ উপযুক্ত নিদৰ্শন।

আহোম ৰাজতন্ত্ৰত উচ্চ আসন তথা সা-সুবিধা পোৱা এক শ্ৰেণীৰ ব্ৰাহ্মণ হ'ল গণক। গণক বা দৈবজ্ঞসকলক কোনো কোনো ব্ৰাহ্মণ উচ্চ আসন দিব নোখোজে। এই দৈবজ্ঞসকলৰ মান মূলতঃ তেওঁলোকে আগবঢ়োৱা সেৱাৰ চৰিত্ৰৰ ওপৰত নিৰ্ভৰশীল। ১৮৯১ চনৰ পিযল অনুসৰি গণক শ্ৰেণীৰ কাম আছিল—"to prepare horoscope or birth registers, settle marriage unions, pronounce lucky days and offer prayers to the planets who are supposed to govern the fates of individuals during stated periods. He has no right to officiate as a priest in a religious community nor to receive any gift or 'Dakshina' except if it be to propitiate a planet."

অসমত কিছুমান ব্ৰাহ্মণে গণকৰ সম্পৰ্কে অৱজ্ঞাৰ মনোভাৱ পোষণ কৰাৰ যুক্তিযুক্ততা অৱশ্যে সন্দেহজনক। মূলতঃ গ্ৰহ-বিদ্যাৰ চৰ্চাৰ

লগত জড়িত থকা বাবে ব্ৰাহ্মণৰ মূল ভাগটোৰপৰা বিভাজিত হোৱা দৈৱজ্ঞ প্ৰকৃততে ব্ৰাহ্মণেই বুলি জোৰ ক'বৰ বাবে যুক্তিৰ অভাৱো নহয়। গ্ৰহ বা জ্যোতির্বিদ্যাক নিজৰ বৃত্তি হিচাপে লোৱা বাবে ই হ'ল এক বৃত্তিগত বিভাজন। ব্ৰহ্মবৈৱৰ্ত পুৰাণ তথা দীপিকাচন্দ আদি শাস্ত্ৰ অনুসৰিও বৃত্তিগত বিভাজনৰ বাহিৰে ব্ৰাহ্মণৰ লগত দৈৱজ্ঞৰ কোনো জাতৰ পাৰ্থক্য নাই। এই দৈৱজ্ঞসকল আহোম ৰাজতন্ত্ৰৰ যুগত পশ্চিমৰ পৰা অনা জ্যোতির্বিদ তথা গ্ৰহ-বিদ্যাবিদৰ বংশোদ্ভূত। আহোম ৰাজতন্ত্ৰত দৈৱজ্ঞসকলে ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ ভূমি পোৱাৰ উদাহৰণ আছে।

ব্ৰাহ্মণ তথা দৈৱজ্ঞৰ পিছতে নিজৰ সামাজিক স্থান হিন্দু সমাজত উচ্চত বুলি ভবা সম্প্ৰদায় এটা হ'ল কলিতাসকল। ব্ৰাহ্মণে কলিতা-সকলক শূদ্ৰ বুলি বিবেচনা কৰে যদিও ব্ৰাহ্মণে কলিতাৰ হাতৰ পানী নোখোৱাকৈ নাথাকে। আনহাতে মংগোলীয় সম্প্ৰদায়সমূহৰ বাহিৰে আন সকলো সম্প্ৰদায়ে নিজকে কলিতা হিচাপে পৰিচয় দিবলৈ ভাল পায়। উদাহৰণস্বৰূপে মালি, নট, কুমাৰ আদি তল শ্ৰেণীৰ বৃত্তি-ধাৰী সম্প্ৰদায় কিছুমানে নিজকে কলিতা হিচাপে পৰিচিত কৰে। নিজৰ সম্প্ৰদায়ৰ নামৰ লগত কলিতা যোগ দি তেওঁলোকৰ পৰিচয় ব্যক্ত কৰে। কলিতা বুলি নিজৰ পৰিচয় দাঙি ধৰা সকলো জাতৰ লোকৰ বৰ্ণ শ্বেত নহয—মূলতঃ মিশ্ৰিত। কোনো কোনো তত্ত্ববিদে অৱশ্যে কলিতাসকলক আলপাইন জাতিৰ বংশোদ্ভৱ বুলি ক'ব খোজে।* খৃঃ পূঃ পঞ্চম শতিকামানৰপৰাই অসমত (প্ৰাচীন কামৰূপত) কলিতাৰ অস্তিত্ব আছিল বুলি অনুমান কৰা হয়। আৰ্যসকলৰ সংমিশ্ৰণত তথা আন জনগোষ্ঠীৰ লগত হোৱা সংমিশ্ৰণৰ ফলত যে এটা প্ৰাচীন কামৰূপীয় মিশ্ৰিত সম্প্ৰদায় সৃষ্টি হৈছিল আৰু প্ৰাক-আহোম

* The History of the Civilization of the People of Assam, P. C. Choudhury, 1966 পৃঃ ৩১৬।

যুগৰ কামৰূপত সুপ্ৰতিষ্ঠিত আছিল সেই বিষয়ে সন্দেহ নাই। উপকথা অনুসৰি কলিতাসকল কুল-লুপ্ত হোৱা ক্ষত্ৰিয়, যি ব্ৰাহ্মণ্য জাগৰণৰ প্ৰতীক পৰশুৰামৰ হাতত লাঞ্ছিত হোৱাৰ ভয়ত জাত এৰিছিল। সম্ভৱতঃ কথাটো এনেও হ'ব পাৰে যে এই কুল-লুপ্ত হোৱাটো মূলতঃ সংমিশ্ৰণ আৰু সমন্বয়ৰে আন ধৰণৰ ব্যাখ্যা মাত্ৰ। কলিতাসকলৰ ক্ষেত্ৰত দেখা যায় সামাজিক উদাৰতা এটা স্বভাৱজ প্ৰক্ৰিয়াত পৰিণত হৈছিল। আহোমপূৰ্ব যুগত অসমত বসবাস কৰা এই সম্প্ৰদায়ৰ লোকসকলৰ মাজত দুই ধৰণৰে মানুহ সংমিশ্ৰিত হৈছে। প্ৰথম আহোম তথা আন ৰাজতন্ত্ৰত বসবাস কৰা বিভিন্ন বৃত্তিৰ লোকসকল হিন্দু সমাজৰ উচ্চ খলপালৈ উঠাৰ আগ্ৰহেৰে নিজকে কলিতা পৰিচয় দিবলৈ আগবাঢ়ি আহিছিল। দ্বিতীয়তে আহোম যুগত অসমলৈ অহা কিছুমান পৰিয়ালো যে আজি মৰ্যদাসম্পন্ন কলিতা বুলি পৰিচয় দি সমাজৰ জখলা দালত উচ্চ খলপালৈ উঠিবলৈ চেষ্টা কৰি সফলো হৈছে সিও সম্প্ৰদায়টোৰ জীৱিত, উদাৰ, বিকাশমুখী চৰিত্ৰৰ পৰিচয় মাত্ৰ। প্ৰকৃততে গুপ্তযুগৰ পাতনিৰ পৰাই মধ্যদেশ ভাৰতৰ লগত যি ওচৰ সম্পৰ্ক কামৰূপৰ গঢ লৈ উঠিছিল, সি মূলতঃ হিন্দু ধৰ্মৰ বিভিন্ন বৰ্ণৰ লোক অসমলৈ প্ৰব্ৰজিত হোৱাৰ পথ ৰচনা কৰিছিল। এইদৰে প্ৰব্ৰজিত হোৱা লোকসকল গ'ল কলৈ? ধৰ্মীয় ৰূপান্তৰ তথা পৰিবৰ্তন, নানা ৰাজতন্ত্ৰৰ উত্থান-পতন তথা পৰিবৰ্তন, নানা সামাজিক ঘূৰ্ণীবায়ুৰ কু-প্ৰভাৱ, সু-প্ৰভাৱ কিম্বা ৰূপান্তৰ সাধনৰ ফলস্বৰূপে অগণন লোকৰ আদিম বংশ পৰিচয় বিলুপ্ত বা লুপ্ত হোৱাই স্বাভাৱিক। কলিতা বুলি পৰিচয় দিয়া লোকসকলৰ মাজত যে এনে নানা সম্প্ৰদায়ৰ সমন্বয়ৰ বোৱতী সুঁতিৰ প্ৰবাহ বলি আছে তাক নুই কৰিব নোৱাৰি। কিন্তু ইয়াতো দেখা আৰ্থ-সামাজিক বৃত্তি আৰু স্থানীয় হিন্দু হিচাপে নিজৰ প্ৰাচীনত্বৰ ওপৰত ভিত্তি কৰি বৰ কলিতা আৰু সৰু কলিতা হিচাপে কলিতাৰ মাজতো বিভাজনৰ দুৰ্বল ৰেখা এদাল টনা হৈছে।

ঠিক সেইদৰে বৃত্তিগতভাবে কুমাৰ কলিতা, নট কলিতা আদি জাত-বিভাজন হৈছে।

## তৃতীয় ভাগ

## বৰ্ণবিভেদ আৰু পুনৰুত্থানবাদ

ওপৰত উল্লেখ কৰি অহা সম্প্ৰদায়বিলাকৰ বাহিৰে বাকী হিন্দু ধৰ্ম লোৱা জনগোষ্ঠীসমূহ, যিবোৰক বৰ্তমান অনুসূচীভুক্ত কৰা হৈছে বা অন্যান্য পিছপৰা শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰা হৈছে—সেই সকলোবোৰ অনাৰ্য-আৰ্য সম্প্ৰদায়। মংগোলীয়, তাই, মন-খ্মেৰ জনগোষ্ঠীৰ সংমিশ্ৰিত উপাদানেৰে পুষ্ট অসমৰ জন-সমষ্টিৰ বৃহৎ অংশ আহোম ৰাজতন্ত্ৰত একে আৰ্থ-সামাজিক পাথনি ( পাইক প্ৰথা ) ৰ তলত থকা বাবে এইবোৰ সম্প্ৰদায়ৰ নিজৰ মাজত বিৰোধৰ ভাব কম দেখা যায়। ব্ৰহ্মপুত্ৰ উপত্যকাত এইসমূহ এক অসমীয়া জাতিৰ দোলেৰে বান্ধ খাইছিল।

বৰ্তমান মংগোলীয় আৰু তাই মূলৰ জন-গোষ্ঠীসমূহ অনুন্নত তথা অনুসূচীভুক্ত বুলি চিহ্নিত হ'লেও, মধ্য আৰু প্ৰাচীন যুগত এইবোৰ সম্প্ৰদায়ৰ ৰাজনৈতিক ক্ষমতাৰ উত্থানৰ পটভূমিত সদায় দেখা গৈছিল জাতসমূহৰ উৎসৰ ক্ষেত্ৰত দেৱত্ব আৰোপৰ প্ৰচেষ্টা। উদাহৰণস্বৰূপে নৰকক বিষ্ণু আৰু গংগা তথা বিষ্ণু আৰু বসুমতীৰ পুত্ৰ হিচাপে চিহ্নিত কৰি উপাখ্যান ৰচনা কৰা হ'ল। সংমিশ্ৰণক দেৱত্ব আৰোপ কৰি সাধাৰণ প্ৰজাৰপৰা পৃথকত্ব আৰোপকৰণৰ এইটো এটা প্ৰচেষ্টা।

হিড়িম্বাৰ লগত ভীমৰ কাহিনীৰ জৰিয়তে এটা অসমীয়া উপাখ্যানৰ সৃষ্টি কৰা হ'ল। সম্ভৱতঃ ইয়াৰ জন্ম হয় ডিমাছাসকলৰ ক্ষমতা সম্প্ৰসাৰণ আৰু হিন্দু ধৰ্ম গ্ৰহণৰ যুগত। কোঁচ ৰাজবংশৰ ক্ষেত্ৰত হাৰিয়া মেচৰ মাতৃৰ গৰ্ভৰ শিৱৰ ঔৰসজাত সন্তানৰ জন্ম দি

এটা উপাখ্যান ৰচনা কৰা হ'ল কোঁচ ৰাজবংশৰ উত্থানৰ যুগত। চুতীয়া ৰাজবংশৰ সংমিশ্ৰিত ৰূপটোক দেৱত্ব তথা উচ্চ মৰ্যাদা আৰোপৰ উদ্দেশ্যে চুতীয়া ৰাজবংশৰ উত্থান আৰু মৰ্যদা বৃদ্ধিৰ যুগত ৰচনা হ'ল কিছুমান ঐতিহাসিক সমলহীন উপাখ্যান। আহোম ৰাজবংশৰ উত্থান আৰু ক্ৰমশঃ শক্তি বৃদ্ধি তথা হিন্দু ধৰ্ম গ্ৰহণৰ যুগত সৃষ্টি হ'ল ইন্দ্ৰবংশী* আহোমৰ স্বৰ্গৰপৰা নামি অহা উপাখ্যান। এই ধৰণৰ উপাখ্যানসমূহৰ চৰিত্ৰ বিশ্লেষণ কৰিলে আমাৰ চকুত পৰে যে আৰ্থ-সামাজিক ক্ষমতা বিস্তাৰৰ যুগত অনা-আৰ্য সম্প্ৰদায়সমূহক উপাখ্যান সৃষ্টিৰ জৰিয়তে ক্ষত্ৰিয়ত্ব আৰোপ কৰিবলৈ চেষ্টা কৰা হয়।

আহোমসকলৰ জাত হিচাপে নিজকে চিহ্নিত কৰাৰ বিভিন্ন প্ৰয়াসৰ লগত সম্পৰ্ক ৰাখি আমি আৰ্থ-ৰাজনৈতিক চৰিত্ৰ আৰু জাতৰ সম্পৰ্কৰ এটা উদাহৰণ দাঙি ধৰিব পাৰোঁ। আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ যে আহোমক ইন্দ্ৰবংশী বুলি পৰিচয় দিবৰ বাবে প্ৰচেষ্টা কৰা হৈছিল। হিন্দু ধৰ্ম গ্ৰহণৰ পিছত ৰাজবংশী আহোমক ক্ষত্ৰিয় হিচাপে চিহ্নিত কৰিবৰ বাবে প্ৰচেষ্টা কৰা হৈছিল। দক্ষিণ চীনৰ শক্তিশালী তাই বা থাই জনগোষ্ঠীৰ লোকসকল হিন্দু ধৰ্ম গ্ৰহণৰ পিছত নিজকে ক্ষত্ৰিয় হিচাপে চিনাকি দিয়াৰ বা হিন্দু বৰ্ণ বিভাজনৰ সীমাৰেখা মানি লোৱাৰ এইটো এটা আধুনিকতম প্ৰচেষ্টা। কিন্তু আহোম ৰাজতন্ত্ৰৰ পতনৰ পিছত, বিশেষকৈ ভাৰতৰ তথা অসমৰ স্বাধীনতা আন্দোলন আৰু সংবিধান প্ৰণয়নৰ পটভূমিত এই "ইন্দ্ৰ-বংশী" আহোমসকলে নিজকে স্বকীয়াভাৱে পৰিচিত কৰিবৰ বাবে প্ৰচেষ্টা কৰিবলৈ ধৰিলে।

## আহোম পুনৰুত্থানবাদ

আহোম ৰাজতন্ত্ৰৰ পতনৰ পিছতো বুৰঞ্জী প্ৰণেতা কাশীনাথ

---

* কোনো কোনোৱে আনকি অযোধ্যাৰ ৰাজবংশৰ লগতো সম্পৰ্ক প্ৰতিষ্ঠাৰ বাবেও প্ৰচেষ্টা কৰিছিল।

তামুলী ফুকন, ৰাধানাথ বৰবৰুৱা, চিৰিং বৰুৱা, চিৰিং ফুকন আদিয়ে আহোমক ক্ষত্ৰিয় হিচাপেই চিহ্নিত কৰিছিল। কিন্তু ক্ৰমান্বয়ে উচ্ছন্ন, অসহায় আৰু অৰ্থনৈতিক তথা ৰাজনৈতিকভাবে উপৰ্যুপৰি মাৰ খোৱাৰ পিছত তেওঁলোকে নিজকে ক্ষত্ৰিয় বুলি চিনাক্ত কৰিবলৈ লজ্জাবোধ কৰা হ'ল। উদাহৰণস্বৰূপে ১৯১৮ চন মানত নিজকে সামাজিক, অৰ্থনৈতিক আৰু শিক্ষাৰ ফালৰপৰা অনুন্নত জাতি হিচাপে চিহ্নিত কৰিলে। উল্লেখযোগ্য যে আহোম ৰাজতন্ত্ৰৰ পতনৰ লগে লগে ব্ৰাহ্মণ আৰু অন্যান্য বৰ্ণ হিন্দুৰ সামাজিক জখলাদালত যি গতিৰে উত্তৰণ ঘটিল, পূৰ্বৰ মংগোলীয় তথা তাই জনগোষ্ঠীৰ সিমানে দ্ৰুত গতিত অৱতৰণ ঘটিল।

১৮৯৭ চনত আহোম সভা গঠন হোৱাৰ পিছত আহোমসকলৰ ৫১ টা আহোম গোষ্ঠীক ক্ষত্ৰিয় হিচাপে চিহ্নিত কৰিবৰ বাবে প্ৰচেষ্টা কৰা হয়। ১৯১১ চনত আহোম সম্প্ৰদাযৰ ৰাজবংশী হিচাপে থকা সামাজিক মৰ্যদা ক্ষুণ্ণ কৰি আহোমক নদীযাল, বৃত্তিযাল আৰু সূতসকলৰ লগত অন্তৰ্ভূক্ত কৰা হয়। ইযাৰ ফলস্বৰূপে তথাকথিত বৰ্ণ হিন্দুসকলৰ বিৰুদ্ধে আহোম সম্প্ৰদাযৰ মনোভাবৰ দ্ৰুত পৰিবৰ্তন হ'বলৈ ধৰিলে। ইন্দ্ৰবংশীৰপৰা একেকোবে বৃত্তিযালৰ শ্ৰেণীলৈ নমাই অনাৰ এই প্ৰচেষ্টাৰ মাজত নিঃসন্দেহে অত্যন্ত সুবিধাবাদী বৰ্ণ হিন্দু সংস্কৃতিৰ চৰিত্ৰ নিহিত হৈ আছে। আৰ্থ-সামাজিক দুৰ্বলতাৰ বাবে এনে ধৰণৰ অৱনমন ঘটাবলৈ সুচল পালাইছিল বুলিব পাৰি। প্ৰকৃততে দেখা যায যে আৰ্থ-সামাজিকভাবে শক্তিশালী মানুহৰ ধৰ্মীয় অনুষ্ঠানত সম্ভ্ৰান্ত ব্ৰাহ্মণেও সেৱা আগবঢায়। আনহাতে আৰ্থ-সামাজিক ভাবে দুৰ্বল পৰিয়ালৰ ক্ষেত্ৰত এনে সেৱা আগবঢোৱা নহয। আহোম সম্প্ৰদায়ৰ মাজত কিছুমান উপজাতৰ মানুহ আৰ্থিক ভাবেও অধিকতৰ জুৰুলা, গতিকে এনে মানুহক সামাজিক জখলা দালত উচ্চ পৰ্যায়লৈ বগাবৰ সুৰঙা আমাৰ হিন্দু সমাজৰ সংকীৰ্ণ পৰিধিয়ে

নিদিয়ে। পদ্মনাথ গোহাঞি বৰুৱাই এই কথালৈ লক্ষ্য ৰাখিয়েই কৈছিল যে হিন্দু হোৱাৰ পিছতো হিন্দু আহোমৰ ক্ষেত্ৰত আন হিন্দু-সকলে একে আসন দিবলৈ প্ৰস্তুত নহয, বৰং যিসকলে পূৰ্বে ভূমি আৰু আন সম্পত্তি দান-বৰঙণি দি ব্ৰাহ্মণ্য ধৰ্ম অসমত থিতাপি লোৱাত সহায় কৰিছিল সেই আহোম সম্প্ৰদায়ৰ বুজন অংশ লাঞ্ছিত আৰু অপমানিত হ'ল।*

ইযাৰ ফলত আহোম সভাৰ শক্তি ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰিলে আৰু ১৯১৯ চনত আহোমৰ বাবে সম্প্ৰদায় ভিত্তিত প্ৰতিনিধিত্ব আদায় কৰাত সভাৰ সংগঠকসকল সফল হ'ল। পদ্মনাথ গোহাঞিবৰুৱাই এই ক্ষেত্ৰতো নেতৃত্ব গ্ৰহণ কৰা দেখা যায়। ইযাৰ ফলত দেখা যায পূৰ্বৰ ৰাজবংশ হিচাপে আহোমৰ বিৰুদ্ধে প্ৰথম বিদেশী ইংৰাজৰ যি অবিশ্বাস আছিল সি ক্ৰমান্বযে দূৰীভূত হ'ল আৰু ক্ৰমান্বযে আহোম সম্প্ৰদাযৰ এক শ্ৰেণীৰ মানুহ ইংৰাজৰ ওচৰ সম্পৰ্কলৈ আহিল।

১৯৩১ চনত লোকপিযলৰ সময় পৰ্যন্ত দেখা যায় আহোম সম্প্ৰদায়ৰ মাজত ঘটা পৰিবৰ্তন তথা শাসক ইংৰাজৰ লগত ঘটা সম্পৰ্কৰ অনিবাৰ্য ফলস্বৰূপে আহোম সম্প্ৰদাযক বৰ্ণ হিন্দুৰ সৈতে একে মৰ্যদা (status) আহোমকো দিবৰ বাবে অসমৰ শিক্ষিত শ্ৰেণী প্ৰস্তুত হ'ল।

১৯৩১ চনৰ আহোমক বৰ্ণ হিন্দু হিচাপে চিহ্নিত কৰাৰ ফলত একাংশ আহোম ক্ষুণ্ণহে হ'ল। অনুসূচীত জাতিৰ লগত একে মৰ্যদা তথা সা-সুবিধা বিচাৰিব খোজা এই শ্ৰেণীৰ মানুহে নিজেই ১৯৩৫ চনৰ আইনৰ সুবিধা লৈ বৰ্ণ হিন্দুৰ মৰ্যদা গ্ৰহণ নকৰি অনুসূচীত জাতি তথা জনজাতিৰ সুবিধা গ্ৰহণ কৰাৰ কথা ভাবিছিল। সংখ্যালঘু হিচাপে বিশেষ সুবিধা বিচৰা বিষয়টোৰ ক্ষেত্ৰত মতবিভেদ হৈ ১৯৩৫ চনত আহোম সভা দুভাগ হয়, বুজন অংশই সুকীয়া সুবিধা নিবিচাৰি

* Padmanath Gohain Boruah, Letter to the Chief Secretary, 8 Dec, 1918.

আন লোকৰ সৈতে একে সুবিধা বিচৰাত স্বকীয়া হৈ থাকিব খোজা মানসিকতাৰ সাময়িক ভাবে পৰাজয় ঘটিল। কিন্তু পদ্মনাথ গোহাঞি বৰুৱা প্ৰমুখ্যে এচাম ব্যক্তিৰ নেতৃত্বত আহোম তথা মংগোলীয়সকলৰ বৃহত্তৰ ঐক্যৰ প্ৰচেষ্টা দৃঢতৰ হ'ল। ইয়াৰ বিপৰীতে জাতীয়তাবাদী ভূবন চন্দ্ৰ গগৈৰ নেতৃত্বত এটা শক্তিশালী গোষ্ঠীয়ে আহোমৰ স্বকীয়া অস্তিত্বৰ পৰিবৰ্তে কংগ্ৰেছ দলৰ লগত সমন্বয়মুখী এটা সাধাৰণ পৰিচয়ৰ বাবে যুঁজ দিবলৈ ধৰিলে। ইয়াৰ পিছত দেখা যায় উভয় পক্ষৰ অনিবাৰ্য সংঘাতৰ ফলশ্ৰুতি হিচাপে কেন্দুগুৰিত বহা আহোম সভাৰ সন্মিলনত আহোমসকলক সংখ্যালঘু সম্প্ৰদায় হিচাপে চিনাক্ত কৰাৰ দাবীত প্ৰস্তাৱ গ্ৰহণ কৰে।* ইয়াৰ পিছত দেখা যায় যে স্বকীয়া অস্তিত্ব বিচৰা আহোম সভাৰ অংশটোৱে নিজৰ পূৰ্বৰ কীৰ্তিৰ কথা পাহৰি নিজকে অনুসূচীত জাতৰ শাৰীত অন্তৰ্ভূক্ত কৰিবৰ বাবে দাবী জনায। ১৯৪১ চনৰ জৰীপৰ আগে আগে এনে প্ৰচেষ্টা চলোৱা হৈছিল যদিও চৰকাৰে তাক অগ্ৰাহ্য কৰে, অৱশ্যে জাত তথা ধৰ্মৰ ক্ষেত্ৰত স্বকীযা পৰিচয আহোমৰ ক্ষেত্ৰত ৰাখে।

উদীযমান শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ দ্বাৰা প্ৰভাৱান্বিত আৰু অনুপ্ৰাণিত হৈ আহোমসকলে ১৯৪০ চনৰ পৰা স্বকীয়া ভোটাৰ তালিকা (Electorate) বিচাৰি দাবী জনায। ১৯৪১ চনৰ এই আহোম সভাৰ উদ্বোধক আছিল স্বৰ্গীয ৰাধাকান্ত সন্দিকৈ। ইয়াৰ বিপৰীতে পদ্মেশ্বৰ গগৈ প্ৰমুখ্যে জাতীযতাবাদী আহোমৰ এটা শক্তিশালী দলে জাতীয়তাবাদী আহোম সভা গঠন কৰে আৰু কংগ্ৰেছ দল তথা হিন্দু সমাজখনৰ লগত সমন্বযৰ পথ গ্ৰহণ কৰে।

১৯৪০ চনৰ পৰা গা কৰি অহা আহোমৰ পুনৰুত্থানবাদী চিন্তাৰ আতঁ বিচাৰিলে আমি মূলতঃ দেখা পাওঁ সংখ্যাগুৰু আহোম সম্প্ৰদায়ৰ

---

* অসম ৰাজ্যিক কংগ্ৰেছ কমিতিৰ ওচৰত আহোম সম্প্ৰদায়ৰ স্মাৰকপত্ৰ, কংগ্ৰেছভৱন গুৱাহাটীৰ নথি।

সমৰ্থন এনে চিন্তাৰ মূল কাৰণ নাছিল, শিক্ষিত মধ্যবিত্তসকলৰ ক্ষমতাৰ দ্বন্দ্ব ইয়াৰ একমাত্ৰ নহলেও এটা প্ৰধান কাৰণ আছিল। থাইলেণ্ড তথা জাপানৰ সহায়ত শক্তিশালী হোৱা থাইলেণ্ডৰ ছত্ৰছাঁয়াত এখন স্বকীয়া আহোম ৰাষ্ট্ৰ গঠনৰ অভিলাষ আহোম সভাৰ এচাম ব্যক্তিয়ে পোষণ কৰিছিল। আনকি ক্ষেত্ৰনাথ বুঢ়াগোহাঞিক ৰজা, পূৰ্ণকান্ত বুঢ়াগোহাঞিক প্ৰধানমন্ত্ৰী আৰু থানুৰাম গগৈ গাওঁৰখীয়া ফৌজৰ মুখ্য সেনাধ্যক্ষ কৰি এখন ৰাষ্ট্ৰৰ স্বপ্ন দেখা এদল আহোম নেতাও এই সময়ত আছিল। আহোম সভাই এই সময়ত গান্ধীজীৰ অহিংস ভাৰত ত্যাগ আন্দোলনত আহোম জনসাধাৰণক নিৰপেক্ষ থাকিবৰ বাবে আহ্বান জনাইছিল। অৱশ্যে ইংৰাজৰ আতিশয্যৰ বিৰোধিতা কৰিছিল আৰু গান্ধীজীক মানবীয় কাৰণত মুক্তি দিয়াৰ দাবী কৰিছিল।* এইসময়ত আহোম পুনৰুত্থানবাদীসকলৰ মূল লক্ষ্য হৈ পৰিছিল আহোমৰ জাতিগত পুনৰুত্থানৰ বাবে বৌদ্ধ ধৰ্মৰ পৃষ্ঠপোষকতা কৰা, কংগ্ৰেছ দলৰ আন্দোলনৰপৰা আহোম জনসমষ্টিক আঁতৰাই অনা আৰু জাপানী আক্ৰমণৰ পটভূমিত অসমৰ বুকুত আহোমৰ এখন স্বকীয়া ৰাজ্য প্ৰতিষ্ঠা কৰা। এই ধৰণৰ এটা অদ্ভুত দাবীৰ প্ৰতি আহোম সভাৰ সকলোৰে সমৰ্থন নাছিল, ফলত মাৰ্চ ১৯৪৩ চনৰ নিৰ্বাচনত আহোম সভাৰ সভাপতি আৰু সম্পাদকৰ মতবিভেদ হৈছিল। তদুপৰি তৃতীয় এটা গোট সদায় আহোমসকল কংগ্ৰেছ দলৰ লগ লগাৰ পক্ষপাতী আছিল। ১৯৪৩-ৰ নিৰ্বাচনত জয়ী হোৱা আহোম সভাৰ সভাপতি সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁয়ে আহোমৰ বাবে স্বকীয়া অস্তিত্ব বিচাৰি সুস্পষ্ট প্ৰস্তাৱ দাঙি ধৰিছিল। এই প্ৰস্তাৱ আছিল—

"This assembly is of the opinion that the Ahom community of the Province be included among the

---

* Cosmogony of Caste and Social Mobility in Assam, পৃঃ ১০৭ দ্ৰষ্টব্য।

recognised minorities for the future Indian Constitution and that the Government of India and His Majesty's Government for consideration and acceptance of the community as such a minority."*

সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ এই প্ৰস্তাৱ অৱশ্যেই সমন্বয় প্ৰক্ৰিয়াটোৰ সম্পূৰ্ণ বিৰোধী নহলেও—হিন্দু সমাজৰ পৰা ফালৰি কাটি এখন সুকীয়া ভোটাৰ তালিকাত অন্তৰ্ভূক্ত কৰাৰ প্ৰচেষ্টা আছিল বৰ্ণ হিন্দু সমাজখনৰ বাবে প্ৰত্যাহ্বানস্বৰূপ। এই প্ৰত্যাহ্বান সেই সময়ৰ বৰ্ণহিন্দু প্ৰভাৱান্বিত অসম কংগ্ৰেছৰ নেতৃত্বৰ বাবে অত্যন্ত প্ৰত্যাহ্বানমূলক আছিল। কংগ্ৰেছ দলৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিও ১৯৪৪-৪৫ চন মানলৈ আহোম সভাৰ পুনৰুত্থানবাদী কাৰ্যকলাপ অত্যন্ত শক্তিশালী আছিল।

অত্যন্ত গুৰুত্বপূৰ্ণ কথা যে ১৯৪৪ চনৰ ১২ ফেব্ৰুৱাৰীত অনুষ্ঠিত হোৱা আহোম সভাৰ অধিবেশনত সকলো জাতি তথা সম্প্ৰদায়ৰ স্বনিয়ন্ত্ৰণৰ অধিকাৰৰ কথা দোহৰা হৈছিল। আনহাতে ভাৰতৰ স্বাধীনতা অৰ্জনৰ বাবে সকলো দল তথা সম্প্ৰদায়ৰ প্ৰতিনিধিৰ লগত আলোচনা কৰি ভাৰতৰ জাতীয় সংযুক্ত চৰকাৰ গঠনৰ দাবী তুলিছিল। এই ক্ষেত্ৰতো দেখা যায় ভাৰতৰ সংবিধানৰ ভিতৰত আহোমসকলে এটা সুকীয়া সংখ্যালঘু সম্প্ৰদায় হিচাপে স্বীকৃতি বিচাৰিছিল আৰু সুকীয়া ভোটাৰ তালিকাৰ জৰিয়তে নিজৰ সুকীয়া অস্তিত্ব ভাৰতৰ ভিতৰতে জীয়াই ৰাখিবলৈ চেষ্টা কৰিছিল। সম্ভ্ৰান্ত আহোমসকলৰ বৃহৎ অংশই এই সময়ত সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি তথা সহযোগীসকলৰ উক্ত প্ৰস্তাৱৰ বিৰোধীতা কৰিছিল। পদ্মনাথ গোহাঞি বৰুৱাও আছিল এই বিৰোধীসকলৰ মুখ্য এজন। আহোম

---

* Assam Legislative Assembly Proceedings, Vol I, 1943, p 778.

সভাই বিভিন্ন জাতিৰ সন্মিলনত এখন সংযুক্ত ৰাষ্ট্ৰৰ কল্পনা কৰাৰ লগতে মুছলীম লীগৰ সহযোগিতা বিচৰা আৰু মুছলীম লীগৰ পাকিস্তানৰ দাবীৰ প্ৰতি সমৰ্থন আগবঢ়োৱাৰ ফলত ১৯৪৬ চনৰ নিৰ্বাচনত প্ৰায় সকলো আহোম সভাৰ প্ৰাৰ্থী পৰাভূত হৈছিল।* নিৰ্বাচনত পৰাভূত হোৱাৰ পিছতো আনকি উজনি অসমক উত্তৰ-পূব সীমান্ত অঞ্চলত অন্তৰ্ভূক্ত কৰিবৰ বাবে আহোম সভাই দাবী কৰিছিল।** অকল সেয়ে নহয় ইংৰাজ চৰকাৰৰ হাতৰপৰা কংগ্ৰেছ দলে ক্ষমতা গ্ৰহণৰ সময়ত আহোমক স্বকীয়া সংখ্যালঘুৰ অধিকাৰ প্ৰদান নকৰা বাবে আহোম সভাৰ এটা অংশই স্বাধীনতা দিবস বৰ্জন কৰি ক'লা পতাকা উত্তোলন কৰিছিল। সংখ্যালঘুৰ মৰ্যদা আহোমক প্ৰদান নকৰিলে আন্দোলন কৰা হ'ব বুলি ১৯৪৭ চনৰ ১৫ আগষ্টত বহা এখন সভাত ঘোষণা কৰা হৈছিল যদিও সম্ভৱতঃ নেতৃত্বৰ সুবিধাবাদী নীতি আৰু গণ-সমৰ্থনৰ অভাৱ—এই দুয়োটাৰে ফলত তেনে আন্দোলন কৰা সম্ভৱ হোৱা নাছিল।

আহোম সভাৰ সভাপতি সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ ভূমিকা এই সময়ত অস্থিৰ দেখা গৈছিল। আহোম সভাৰ সংখ্যালঘু মৰ্যদাৰ বাবে কৰা আন্দোলনৰ সময়তে বুঢ়াগোহাঁয়ে ১৯৪৫ চন মানৰ পৰাই কংগ্ৰেছ দলৰ লগত যোগাযোগ কৰিছিল। ১৯৪৫ চনৰ ২৩ মাৰ্চত বুঢ়াগোহাঁয়ে কংগ্ৰেছ দলৰ হিন্দু প্ৰাৰ্থী হিচাপে এখন আসন গ্ৰহণ কৰে আৰু কংগ্ৰেছ সংযুক্ত চৰকাৰৰ আঁচনি কাৰ্যকৰী কৰাৰ উদ্দেশ্যে শপথ গ্ৰহণ কৰি সংযুক্ত চৰকাৰত যোগ দিয়ে।*** একে সময়তে আহোম

---

*Political History of Assam, দ্ৰষ্টব্য—পৃঃ ৩০৮-৩০৯ খণ্ড—৩। সংযুক্ত ৰাষ্ট্ৰৰ দাবীত Assam Races and Tribes Federations গঠিত হৈছিল, ইয়াৰ সভাপতিও আছিল বুঢ়াগোহাঞি ডাঙৰীয়া।

**উক্ত গ্ৰন্থ, ৩০৯ পৃঃ।

*** দ্ৰষ্টব্য: Cosmogony of Caste and Social Mobility in Assam পৃঃ ১১৪—১১৫।

সভাৰ সভাপতি, অসম জাতি আৰু সম্প্ৰদায়ৰ সংযুক্ত মৰ্চা ( Assam Races and Tribes Federation ) ৰ সভাপতি আৰু কংগ্ৰেছ দলৰো সংযুক্ত মন্ত্ৰীসভাৰ সদস্য হোৱাৰ ফলত বুঢ়াগোহাঞিৰ বিৰুদ্ধে আহোম সভাৰ কংগ্ৰেছৰ সহযোগী জাতীয়তাবাদী অংশ ক্ষুণ্ন হৈ পৰিছিল। জাতীয়তাবাদী আহোম সভাই আনহাতে বুঢ়াগোহাঞি বিৰুদ্ধে নিজৰ মত বলিষ্ঠভাবে দাঙি ধৰি আহোমসকলক অসমীয়া হিচাপে চিনাক্ত কৰিছিল আৰু ভাৰতীয় সমাজৰ এটা অংশ হিচাপে পৰিচয় ব্যক্ত কৰিছিল।* সম্ভৱতঃ বুঢ়াগোহাঞিৰ নেতৃত্বৰ দুৰ্বলতাৰ ফলশ্ৰুতি হিচাপে উগ্ৰ আহোম নেতৃত্বৰ একাংশই ১৯৪৭ চনৰ যোৰহাট অধিবেশনত নগা বিদ্ৰোহৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল আৰু অসম চৰকাৰে তাই ভাষাক স্বীকৃতি দিব লাগে বুলি দাবী কৰিছিল। ইয়াৰ পিছত বৰপথাৰ অধিবেশনতেই আহোম সভাৰ ৰাজনৈতিক নেতৃত্বৰ প্ৰায় সমাপ্তি ঘটা বুলিব পাৰি। তথাপি বুঢ়াগোহাঁয়ে আহোমৰ সংখ্যালঘু মৰ্যদাৰ পক্ষে যুঁজ কৰি যাব বুলি ইংগিত দিয়ে, কিন্তু পৰোক্ষভাবে ভাৰতৰ সংবিধান মানি লয়; গতিকে উগ্ৰপন্থী-সকলৰ প্ৰতি ই একপ্ৰকাৰ 'ভেটো'ৰ দৰে কাম কৰে।** বুঢ়াগোহাঞিৰ বক্তব্যৰ মৰ্ম হ'ল: (১) আহোমসকলে ভাৰতৰ সংবিধানৰ ভিতৰতে সংখ্যালঘু হিচাপে স্বীকৃতি লাগে। (২) বিচ্ছিন্নতাবাদীসকলৰ প্ৰতি

* উক্ত গ্ৰন্থ, পৃঃ ১১৪—১১৫।

** বুঢ়াগোহাঞিৰ বক্তব্যটো হ'ল:

"From now on the main objective of the Ahom Association will be to take its due share in running the administration of the country and thereby improve the lot of the common man along with those of the Ahoms This does not mean that the Association henceforth would give up its agitation to secure the recognition of the Ahoms as a minority in India's Constitution."—Assam Tribune 27 July 1948.

প্ৰকৃত অৰ্থত আহোমসকলৰ সমৰ্থন নাই। সম্ভৱতঃ আহোম সভাক বে-আইনী ঘোষণা কৰাৰ বিপদ থকা বাবেই এনে এটা অৱস্থান আহোম সভাযো গ্ৰহণ কৰি—বৰপথাৰ সম্মিলনতে এখন সৰ্বদলীয় সংখ্যালঘু সভা গঠনৰ কথা বিবেচনা কৰিছিল। কিছুদিনলৈ কংগ্ৰেছ দলৰ বিৰুদ্ধে স্বকীয়া ৰাজ্য গঠনৰ প্ৰচেষ্টা কৰাৰ পিছত ১৯৪৯ চনৰ অক্টোবৰ মাহত বুঢ়াগোহাঁয়ে কংগ্ৰেছ দলত যোগ দিয়ে, এবছৰ পিছত কেন্দ্ৰীয় উপমন্ত্ৰীৰ বটা পায়, গতিকে ইয়াৰ লগে লগে আহোম পুনৰুত্থানবাদী আন্দোলনৰ প্ৰথম পৰ্যায়ৰ পূৰ্ণ সমাপ্তি ঘটে। জাতীয়তাবাদী আহোমৰ একাংশ আনহাতে বিপ্লৱী কমিউনিষ্ট দলৰ মাজত সোমাই পৰে।

আহোম সভাৰ আন্দোলনৰ সমাপ্তি ঘটিলেও 'আহোম তাই মংগোলীয পৰিষদ' নামত পঞ্চাছৰ দশকৰ শেষৰ ফালে আহোম-সকলৰ নেতৃত্বত পুনৰ পুনৰুত্থানবাদী প্ৰচেষ্টা এটা আৰম্ভ হয়। কিন্তু এইটোও মূলতঃ এটা সুবিধা আদায় কৰা বা হেঁচা দিয়া দলৰ দৰে হৈ পৰে, কাৰণ কংগ্ৰেছ দলৰ লগত যুঁজ দি নিৰ্বাচনত জয় লাভৰ সম্ভাৱনা এই দলৰ নাছিল। আহোমসকলক অন্যান্য পিছপৰা সম্প্ৰদায় (Other Backward Community) ৰ অন্তৰ্ভুক্ত কৰাৰ লগে লগে সা-সুবিধা বহুলভাবে নহ'লেও কিছু পৰিমাণে পোৱাৰ সম্ভাৱনা সৃষ্টি হয। গতিকে এনে সুবিধা আদায়ৰ ক্ষেত্ৰত তাই আহোম মংগোলীয় পৰিষদে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে।

আহোমসকলৰ বুজন অংশ কৃষিজীৱী। এওঁলোকৰ মাজৰ দৰিদ্ৰ-সকলৰ অৱস্থা আন সম্প্ৰদায়ৰ দুখীয়া শ্ৰেণীৰ সৈতে একে। এওঁলোকৰ লগত চুতীযা, মিছিং, বড়ো, সোনোৱাল, কেওট আদিৰ লগত কিবা গুৰুত্বপূৰ্ণ পাৰ্থক্য আছে বুলিব নোৱাৰি। কিন্তু সম্ভ্ৰান্ত আহোম পৰিয়ালৰ কিছুমান মানুহৰ লগত চাওদাং প্ৰভৃতি সাধাৰণ আহোম শ্ৰেণীৰ সম্পৰ্ক ওচৰ নহয়। এই তথাকথিত সম্ভ্ৰান্ত শ্ৰেণীৰ লগত ব্ৰাহ্মণ, কলিতা আদিৰ লগতে সম্পৰ্ক ওচৰ। ইয়াৰ ফলত ব্ৰাহ্মণ,

কলিতা আদি সম্প্ৰদায়ৰ লোকে সম্ভ্ৰান্ত আহোমৰ লগত সামাজিক সম্পৰ্ক উন্নীত কৰিবলৈ ইচ্ছা কৰিলেও আহোম সম্প্ৰদায়ৰ কিছুমান উপ-জাতৰ লোকৰ ক্ষেত্ৰত তেনে সদিচ্ছা প্ৰকাশ নকৰে। তেওঁলোকক 'শূদ্ৰ'ৰ মৰ্যদা দিবলৈও যেন সত নাযায়। কিন্তু ইয়াৰ বিপৰীতে দেখা যায় সম্ভ্ৰান্ত আহোম মূলতঃ পৰম্পৰা অনুসৰি যোদ্ধা জাতি আৰু নিজৰ পুৰোহিত শ্ৰেণী ( দেওধাই, বাইলুং আৰু মহন ) ৰ দ্বাৰা নিজৰ পূজা-সেৱা কৰাই। ব্ৰাহ্মণে আহোমৰপৰা ৰন্ধা খাদ্যগ্ৰহণ নকৰে আৰু আহোমেও হিন্দু হোৱাৰ পিছত ধৰ্মীয় অনুষ্ঠান চলাবলৈ দিয়াৰ বাহিৰে ব্ৰাহ্মণৰ লগত বিশেষ সম্পৰ্ক নাৰাখে। মূলতঃ আহোমৰ বৃজন অংশৰ চৰিত্ৰ যোদ্ধা কৃষক সম্প্ৰদায়ৰ চৰিত্ৰ আৰু হিন্দু পৰম্পৰাত ক্ষত্ৰিয় আৰু শূদ্ৰৰ চৰিত্ৰ।

আমি ওপৰৰ আলোচনাৰ ভিত্তিত ক'ব পাৰোঁ যে আহোমৰ জাত সম্পৰ্কে নিজা ধাৰণা নাছিল, নিজে এটা জাতি ( Nationality ) বুলিহে ভাবে। নিজৰ মাজতে পুৰোহিত, মন্ত্ৰী, ৰজা, সেনাপতি তথা সাধাৰণ প্ৰজাৰ এটা বিভাজন পৰম্পৰাগতভাবে আছিল। ফলত বৰ্ণ হিন্দুৰ জাত-বিভাজন আহোমৰ পৰম্পৰাৰ লগত খাপ নাখায়। ধৰ্মৰ ক্ষেত্ৰতো দেখা যায় পুৰণি পৰম্পৰাৰ তাই ধৰ্মীয় অনুষ্ঠানসমূহ বৰ্তমানলৈকে আহোমে পাতে, বৌদ্ধ, হিন্দু ( শাক্ত আৰু বৈষ্ণৱ ), খ্ৰীষ্টান আদি বিভিন্ন ধৰ্মৰ মানুহ আহোমৰ মাজত আছে। ঠিক অসমীয়া সমাজখনৰ দৰেই তেওঁলোকৰ এটা নিজা উদাৰ ধৰ্মীয় তথা জাত সম্পৰ্কীয় দৃষ্টিভংগী আছে। এইবোৰ কাৰণতে শেহতীয়া ভাবে দেখা গৈছে তথাকথিত 'উচ্চজাত'ৰ ধাৰণাটোৰ বিৰুদ্ধে অন্য জনজাতিৰ দৰেই আহোম সম্প্ৰদায়ৰ বৃজন অংশৰ মাজত তুহঁ জুঁই জ্বলি উঠিছে।

বৰ্তমান তাই সাহিত্য সভা, তাই-মংগোলীয় যুৱ-ছাত্ৰ পৰিষদ, সদৌ অসম তাই ছাত্ৰ সন্থা আদি সংগঠন গঢ় লৈ উঠিছে আৰু মূলতঃ

নিম্নোক্ত দাবীসমূহ প্ৰতিটো সংগঠনৰে মূল দাবী হৈ পৰিছে : (১) তাই ভাষাৰ বিকাশৰ ব্যৱস্থা কৰা, ইয়াক এটা সহযোগী ভাষা হিচাপে স্বীকৃতি দিয়া তথা শিক্ষাৰ মাধ্যম হিচাপে প্ৰতিষ্ঠিত কৰা , (২) তাই-আহোম কৃষ্টি-সংস্কৃতিৰ ৰক্ষণা-বেক্ষণৰ সুব্যৱস্থা কৰা , (৩) তাই জন-গোষ্ঠীত জন-জাতিৰ মৰ্যদা প্ৰদান কৰা আৰু (৪) তাই জনগোষ্ঠীৰ পৰিচিতিৰ বাবে সুকীয়া ভোটাৰ তালিকা প্ৰস্তুত কৰা। এইবোৰ দাবী মূলতঃ জনজাতি পুনৰুত্থানবাদ আৰু অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ আগ্ৰাসী জাতীয়তাবাদৰ উত্থানৰ প্ৰতিক্ৰিয়া হিচাপে একাংশ আহোমৰ মাজত গা-কৰি উঠিছে। পূৰ্বৰ আহোম সভা, আহোম-তাই-মংগোলীয় পৰিষদ কিম্বা উজনি অসম ৰাজ্য পৰিষদ আদি বৰ্তমান মৃতপ্ৰায় সংগঠনবিলাকৰ লগত বৰ্তমান ৰাজনৈতিক ক্ষমতা-যুদ্ধত বিপৰ্যস্ত সেনানীসকলৰ শক্তি সম্মিলিত হৈ এই শেহতীয়া পৰিস্থিতিৰ উদ্ভৱ হৈছে বুলিব পাৰি। এনে প্ৰৱণতাৰ কিন্তু এতিয়াও গণ-সমৰ্থনৰ ভিত্তি দুৰ্বল , ভৱিষ্যতে এনে সংগঠনৰ দাবীসমূহ থকা বা নথকাটো নিৰ্ভৰ কৰিব আহোম জন-গোষ্ঠীয়ে লাভ কৰা আৰ্থ-সামাজিক তথা ৰাজনৈতিক সা-সুবিধা আৰু শিক্ষা তথা নিয়োগৰ সা-সুবিধাৰ ওপৰত। ৰাজনৈতিক ভাবে দেখা যায় পূৰ্বৰ অবিভাজিত কংগ্ৰেছ দলৰ দিনতে আহোমৰ সম্প্ৰদাযভিত্তিক ৰাজনীতি কংগ্ৰেছৰ বহল ৰাজনীতিৰ পৰিসীমাৰ মাজত লীন গৈছিল ; বৰ্তমানো আহোমৰ সম্প্ৰদায়ভিত্তিক ৰাজনীতিৰ পৰিসীমা কংগ্ৰেছ ( ই ) দলৰ বহল ৰাজনৈতিক কৌশল তথা সামাজিক পৰিসীমাৰ বাহিৰত নহয়।

## অনুসূচীভুক্ত সম্প্ৰদায় আৰু জনজাতিৰ পুনৰুত্থান

ভাৰতৰ বৃহত্তৰ ভু-ভাগত অগণন জনজাতি হিন্দু বৰ্ণাশ্ৰম ধৰ্মৰ কবলত শূদ্ৰ জাতত পৰিণত হয়। কিন্তু অসমত দেখা যায় জনজাতি-সমূহ তথাকথিত জাত ব্যৱস্থাৰ মাজত বিলীন হৈ নগ'ল। ইয়াৰ কাৰণ কেইবাটাও—(১) প্ৰথম আৰু প্ৰধান কাৰণ অসমত বসবাস কৰা প্ৰায়বোৰ জনজাতি নিজ নিজ বসতিস্থলত থুপ খাই বাস কৰি

আছিছে ; (২) দ্বিতীয়তে, এওঁলোকৰ বেছি ভাগৰে নিজা স্বাধীন ৰাজ্য আছিল আৰু সামাজিক ভাবে এওঁলোকৰ চৰিত্ৰ যোদ্ধা কৃষক তথা চিকাৰজীৱীৰ , (৩) এওঁলোকৰ নিজা গীত-মাত, কৃষ্টি তথা কৃষি উৎসৱ আছে, কৃষক সম্প্ৰদায় হিচাপে ভূমি খামুচি ধৰি এওঁলোকে নিজ সাংস্কৃতিক পৰম্পৰা ৰক্ষা কৰে , (৪) চতুৰ্থতে আহোমৰ দিনত এই জনজাতিসমূহে মিত্ৰৰ মৰ্যদা পাইছিল, গতিকে জোৰপূৰ্বক জনজাতিক হিন্দুকৰণ ইযাত সম্ভৱ হোৱা নাছিল , (৫) হিন্দু ধৰ্মৰ বিভিন্ন শাখাই যদিও জনজাতি সকলক ধৰ্মান্তৰিত কৰিবলৈ সক্ষম হৈছিল তথা দেখা যায় ধৰ্মান্তৰকৰণ আছিল মাত্ৰ নামতহে, কাৰ্যতঃ পূৰ্বৰ পৰম্পৰা তেওঁলোকৰ মাজত অক্ষুণ্ণ আছিল , (৬) সম্ভৱতঃ জনজাতি সমাজ সুদীৰ্ঘ কালধৰি বাচি থকাৰ আটাইতকৈ ডাঙৰ কাৰণ হ'ল ইযাত যুদ্ধত পদানত কৰি বৰ্বৰ পদ্ধতিৰে দাস-প্ৰথা চলোৱা হোৱা নাছিল আৰু শান্তিপূৰ্ণ অৱস্থান টিকি থাকিব পৰা পাইক-প্ৰথা প্ৰচলন হৈছিল আৰু (৭) ইংৰাজৰ দিনত বৰ্ণহিন্দুৰ প্ৰভাৱৰ পৰা মুক্ত হৈ থাকিবৰ বাবে জনজাতিসমূহে খৃষ্টান মিছনাৰী আৰু চৰকাৰৰ পৰা প্ৰত্যক্ষ তথা পৰোক্ষ সহায় আৰু উৎসাহ পাইছিল। উক্ত কাৰণবোৰৰ সম্মিলিত ফল হিচাপে আমি দেখা পাওঁ যে অসমৰ সংস্কৃতিত লীন নোযোৱা উপাদান হিচাপে জনজাতিসমূহ এতিযাও বৰ্ত্তি আছে।

সুদীৰ্ঘকাল ধৰি নিজৰ অস্তিত্ব মৰি মৰি জীয়াই ৰখা জনজাতি-সকল ক্ষুব্ধ আৰু জাগ্ৰত হোৱাৰ কাৰণ কেইবাটাও। অকল ৰাজনৈতিক কাৰণতে নহয় ; সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিকভাবে পীড়িত হোৱাটোও জনজাতি পুনৰুত্থানৰ এটা মূল কাৰণ।

অসমত যে হিন্দু তথা আন ধৰ্মৰ লোকৰ জনজাতিসকলৰ প্ৰতি থকা বিচ্ছিন্ন মনোভাৱ তথা উচ্চাত্মিকা মনোভাৱ জনজাতি বিভাজনৰ এটা মূল কাৰণ। প্ৰকৃততে হিন্দু, ইছলাম উভয় ধৰ্মই জনজাতি তথা আন সম্প্ৰদায়ৰ প্ৰতি সহনশীল হোৱাৰ কথা কয় ; কিন্তু বাস্তৱ ক্ষেত্ৰত

সেইটো নহয়গৈ। খৃষ্টান মিছনাৰী তথা ইংৰাজ চৰকাৰে এই দুৰ্বলতাটো পুৰামাত্ৰাই নিজৰ সুবিধাৰ বাবে ব্যৱহাৰ কৰিছিল। চিন্তাৰ ক্ষেত্ৰত তাৰ প্ৰতিফলন আমি দেখা পাওঁ নিকোলাচ মেনচাৰযৰ বক্তব্যৰ মাজত : "The Assamese both caste Hindus and the Muslim, professed solicitude for the tribes, but neither had troubled to study the question nor had any real sympathy with the tribes,"* এই বক্তব্য প্ৰকৃত অৱস্থাটোৰ প্ৰতিফলনেই নহয়, খৃষ্টান ধৰ্মীয়সকলৰ প্ৰতি সুভাৱ জগাই তোলাৰ পৰোক্ষ ইচ্ছাও এই বক্তব্যৰ আৰঁত লুকাই আছে। অৱশ্যে এই কথা অসত্য নহয় যে উচ্চ জাতৰ ধাৰণা তথা বাস্তৱ সামাজিক-ৰাজনৈতিক হেঁচাই কিছুমান দুৰ্বল সম্প্ৰদায়ক ক্ষুণ্ণ কৰি তুলিছিল। চাইমন কমিছনৰ আগত দিয়া স্মাৰক পত্ৰকে আমি ইযাৰ প্ৰথম বহিঃপ্ৰকাশ বুলিব পাৰোঁ।

চাইমন কমিছনৰ আগত দিয়া স্মাৰকপত্ৰত, ১৯২৮ চনত, এই কথা সুস্পষ্টভাবে দাভি ধৰা হৈছিল যে ৰাজনৈতিক আৰু প্ৰশাসনিক ক্ষেত্ৰত নিপীড়িত জাতিসমূহক বৰ্ণ হিন্দুযে সদায় বাধা প্ৰদান কৰি আহিছে। এই নিপীড়িত শ্ৰেণীৰ জাগৰণ যে ইংৰাজী শিক্ষা বা পশ্চিমীযা শিক্ষাৰ সম্প্ৰসাৰণৰ ফলতে হৈছে—সেই কথাও সুস্পষ্ট ভাবে স্মাৰকপত্ৰখনত ওলাই পৰিছিল।

"The signs and stirrings of a new life in the depressed classes, the outcome of English education slowly and steadily creeping into the masses under the active sympathy of the Christian Missionary Organizations have not failed to have their redeeming

* The Transfer of Power, 1942-47, Vol 7, 1978 p 18-40 দ্ৰষ্টব্য।

effect on the dumb mass population and naturally and justly have evoked in them a growing clamour for legitimate rights and privileges in equal partnership with other high class Hindu Communities who by an accident of birth barring other qualifications have obtained supremacy in a hide bound social structure."* নিপীড়িত জাত বোলোত ইযাত বৰ্তমানৰ অনুসূচীভুক্ত জাত আৰু জনজাতি উভযকে সামৰি লোৱা হৈছিল। এই সময়ত অনুসূচীত জাত তথা জনজাতিৰ মুঠ লোকসংখ্যা ১১·৬ লাখ আছিল।

ইয়াৰ পিছত ১৯২৯ চনত শ্বিলঙত নিপীড়িত জনগোষ্ঠীৰ সন্মিলন বহে আৰু নিপীড়িত জাতসমূহ ঐক্যবদ্ধ হয়। নিপীড়িত জনজাতিৰ এই সন্মিলনত ধৰ্মৰ ক্ষেত্ৰত চলা নিপীড়নৰ কথাও উল্লেখ কৰা হয়। চাহ জনজাতিৰ কিছুমান সম্প্ৰদাযক অনুসূচীভুক্ত কৰাৰ দাবীও তুলি ধৰা হয়।**

১৯৩৩ চনত নিপীড়িত সম্প্ৰদায়ৰ বাবে আসন বিতৰণ, বিশেষ সুবিধা, পুনা চুক্তি অনুসৰি বিশেষ তালিকা প্ৰস্তুতকৰণৰ বাবে আচাম ফ্ৰেংকাইজ কমিতিয়ে সম্মতি প্ৰকাশ কৰে। ১৯৩৪ চনত চৰকাৰী পৃষ্ঠপোষকতাত নিপীড়িত জাতসমূহৰ এখন প্ৰতিনিধিত্বমূলক সন্মিলন শ্বিলঙত বহে। শিক্ষাৰ উন্নতি, অৰ্থনৈতিক উন্নতি আৰু ৰাজনৈতিক সা-সুবিধাৰ বাবে ইয়াত সকলো প্ৰতিনিধিয়েই নিজৰ দাবী তুলি ধৰা বুলি জনা যায। এই সময়ত কংগ্ৰেছৰ কোনো যোগ্য প্ৰাৰ্থী নিপীড়িত

---

* Memorandum of the Depressed People of Assam Valley, 1928.

** বাউৰি, ভোগ্‌তা, ভূইয়া, ভূমিজ, দোচাধ, ঘাচি, মুছাহাৰ, ৰাজোৱাৰ, তুৰি আদিক অনুসূচীভুক্ত কৰাৰ দাবী কৰা হৈছিল।

জাতসমূহৰ মাজত নথকাত মুছলীম লীগৰ চাদুল্লাৰ দৰে বিচক্ষণ নেতাই অনুসূচীত জাতৰ সমৰ্থন আদায় কৰিবলৈ সক্ষম হৈছিল আৰু মন্ত্ৰী-সভাত অক্ষয়কুমাৰ দাসক স্থান দিছিল।

## অনুসূচীত জনজাতিৰ জাগৰণ

অসমত দেখা যায় পশ্চিমীয়া শিক্ষাৰ সম্প্ৰসাৰণৰ ফলত ভৈয়াম আৰু পাহাৰৰ প্ৰায় সকলো জনজাতিয়েই নিজ নিজ সন্মিলন অনুষ্ঠিত কৰি অসমৰ ৰাজনীতিৰ চৰিত্ৰ ক্ৰমান্বয়ে জটিলহৈ উঠাত ইন্ধন যোগাই আহিছে। হিন্দু বৰ্ণবাদৰ গভীৰ শিপা, সামাজিক ধৰ্মীয় আৰু অৰ্থ-নৈতিক ক্ষেত্ৰত বৰ্ণ হিন্দুৰ সুবিধা লাভ আৰু নিপীড়িত জনজাতিৰ লোকে সা-সুবিধা নোপোৱাটোৱেই জনজাতিসকলৰ উত্থানৰ মূল কাৰণ। ১৯২৮-১৯৩৮ চনৰ ভিতৰত কোঁচ ৰাজবংশী, চুতীয়া, মটক আদি ভৈয়ামৰ সম্প্ৰদায়বিলাকে সন্মিলন পাতি সুকীয়া সুকীয়া ভাবে নিজা দাবী তুলি ধৰিবলৈ আৰম্ভ কৰে। ত্ৰিশৰ দশকৰ শেষৰ ফালে ভৈয়ামৰ জনজাতিসমূহ সন্মিলিত হয় আৰু সদৌ অসম ভৈয়াম জন-জাতি লীগ গঠন হয়।* এই লীগে জনজাতিৰ শিক্ষা, অৰ্থনীতি, সমাজৰ উন্নয়নৰ লগে লগে জন জাতিৰ বাবে 'লাইন চিষ্টেম' সংৰক্ষণৰ বাবে দাবী জনায়। লাইন প্ৰথা নহ'লে জনজাতিসকল প্ৰব্ৰজনকাৰীৰ দ্বাৰা বিলুপ্ত হ'ব বুলি লীগেই প্ৰথম দাবী তোলে। লীগৰ শক্তিশালী নেতা ভীমবৰ দেউৰীয়ে মূলতঃ জন জাতিৰ স্বাৰ্থ ৰক্ষাৰ বাবে যথেষ্ট কঠোৰ ভূমিকা গ্ৰহণ কৰে আৰু মুছলীম লীগৰ চাদুল্লা মন্ত্ৰীসভাক উপৰ্যুপৰি সমালোচনা কৰে, অকল সেয়ে নহয় মুছলীম লীগৰ ধৰ্মীয় চৰিত্ৰৰ তুলনাত যে কংগ্ৰেছ সকলো সম্প্ৰদায়ৰ বাবে সহানুভূতিশীল এই কথাও সজোৰে প্ৰকাশ কৰে ভীমবৰ দেউৰীয়ে। ফলত লীগৰ সহযোগিতা কংগ্ৰেছ দলে লাভ কৰে। আৰু চাদুল্লা মন্ত্ৰীসভাৰ পতন

* Political History of Assam, Vol III, পৃঃ ৩১১।

ঘটাত বৰদলৈৰ প্ৰচেষ্টাত ১৯৩৮ চনত জনজাতি লীগে সহায় আগবঢ়ায়। প্ৰকৃততে ভীমবৰ দেউৰীৰ নেতৃত্বত জনজাতি লীগৰ নেতৃত্ব মূল অসমীয়া সমাজখনৰ অংশ হিচাপে দৃঢ ভাবেহে সোমাই পৰিল। কাৰণ এই সময়ত অসমীয়া মধ্যবিত্ত শ্ৰেণী আৰু অসম কংগ্ৰেছ দলে অত্যন্ত কৌশলৰে বঙালী অনুপ্ৰৱেশৰোধকৰণ আৰু লাইন প্ৰথা সুৰক্ষণৰ বাবে প্ৰচেষ্টা কৰিছিল ।*

১৯৩৮ চনত গঠিত কংগ্ৰেছ কোৱালিছন চৰকাৰৰ লগত ভৈয়াম জনজাতি লীগে সহযোগিতা কৰিছিল। ১৯৩৯ চনত পদত্যাগ কৰাৰ আগে আগে ৪ নৱেম্বৰত কিছুমান গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰিছিল, এই সিদ্ধান্তৰ ভিত্তিত : (১) গাঁৱৰ চৰণীয়া পথাৰত পট্টন সম্পূৰ্ণ বন্ধ কৰা হয়; (২) ভূমিহীন কৃষক তথা অনুপ্ৰৱেশকাৰীক নিয়ন্ত্ৰিত পট্টন দিয়াৰ ব্যৱস্থা নিয়ন্ত্ৰণ কৰা হয়, ৩০ বিঘাৰ অধিক ভূমি দিয়া বন্ধ কৰা হয়, (৩) 'সংৰক্ষিত জনজাতি এলেকা'ৰ পৰা সকলো অনুপ্ৰৱেশকাৰী বেদখলকাৰীক উচ্ছেদ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

কংগ্ৰেছ দলে জনজাতি পৰিষদক নিজৰ ৰাজনৈতিক সংগঠনৰ বৃহত্তৰ পৰিসৰৰ মাজলৈ আনিবৰ কাৰণে চেষ্টা চলাই গৈছিল আৰু এই ক্ষেত্ৰ গোপীনাথ বৰদলৈয়ে চলোৱা সংৰক্ষণৰ ব্যৱস্থাত জনজাতিসকল সন্তুষ্ট হৈছিল আৰু স্থানীয় কংগ্ৰেছ নেতৃত্বৰ মনত এনে আশা জাগ্ৰত হৈছিল যেন জনজাতি পৰিষদ এসময়ত কংগ্ৰেছ দলৰ লগত সম্মিলিত হ'ব। কিন্তু এফালে চাদুল্লা আৰু আনফালে কংগ্ৰেছ দলৰ মাজত দোধোৰ-মোধোৰ অৱস্থাত কিছুদিন অতিবাহিত হোৱাৰ পিছত ১৯৪০ চনত জনজাতি পৰিষদে চাদুল্লাক সমৰ্থন আগবঢ়ায়। ৰূপনাথ ব্ৰহ্মই এসময়ত কংগ্ৰেছৰ নেতৃত্বত মন্ত্ৰীসভাত যোগ দিছিল

* এই সময়ৰ অৱস্থাৰ এটা সবল বিশ্লেষণৰ বাবে ড. অমলেন্দু গুহৰ **Planter Raj to Swaraj** গ্ৰন্থৰ **Assembly Politics and Left Nationalism** অধ্যায় দ্ৰষ্টব্য ।

যদিও ১৯৪০ চনত চাদুল্লা মন্ত্ৰীসভাতো যোগ দিয়ে, কংগ্ৰেছ দলৰ আদৰ্শৰ প্ৰতি শ্ৰদ্ধা থকা স্বত্বেও সংখ্যালঘুসকলে মুছলীম লীগক সমৰ্থন কৰাৰ বাহিৰে কোনো গত্যন্তৰ নাই বুলি তেওঁ সেই সময়ত বক্তব্য ৰাখিছিল।

চাদুল্লা চৰকাৰত জনজাতি পৰিষদ সহযোগী হোৱাৰ পৰাৰ পিছত, একাংশ জনজাতি নেতা চাদুল্লাৰ পৰামৰ্শসমূহৰ প্ৰতি সন্দিহান হৈ পৰিছিল। চাদুল্লাই জনজাতিসমূহক পৰামৰ্শ দিছিল যে তেওঁলোকে হিন্দু হিচাপে নিজকে তালিকাভুক্ত কৰিব নালাগে। ইয়াৰ বিপৰীতে জনজাতি পৰিষদৰ সেই সময়ৰ এজন অগ্ৰণী নেতা আৰু পৰিষদৰ মুখপত্ৰ নায়কৰ সম্পাদক যোগেন্দ্ৰনাথ হাজৰিকাই জনজাতিসকলক "অসমীয়া" মাতৃভাষা কোৱা "হিন্দু" হিচাপে ৰাষ্ট্ৰীয় লোক পিয়লত তালিকাভুক্ত কৰিবলৈ আহ্বান জনাইছিল। ভীমবৰ দেউৰীয়ে আনহাতে চাদুল্লা মন্ত্ৰীসভাৰ পৰামৰ্শ যুক্তিসম্মত বিবেচনা কৰিছিল* আৰু ধৰ্মৰ ক্ষেত্ৰত নিৰ্দিষ্ট বক্তব্য ৰখাৰপৰা বিৰত থাকিবলৈ পৰামৰ্শ দিছিল। অৱশ্যে, চাদুল্লাৰ ইংৰাজৰ যুদ্ধৰ প্ৰচেষ্টাৰ প্ৰতি সমৰ্থন, ভূমি পট্টন নীতি আৰু লাইন প্ৰথাৰ প্ৰতি থকা বিৰোধী মনোভাৱৰ বাবে জনজাতি আৰু অজনজাতিসকলো ক্ষুণ্ণ হৈ পৰিছিল। অসমক গ্ৰুপিঙৰ ভিতৰত ধৰাত এই ক্ষুব্ধ নেতৃবৃন্দ সৰৱ হৈ পৰিছিল। অৱশ্যে ইতিমধ্যে আন ধৰণৰ এক ঘটনাচক্ৰ শ্বিলঙত পাৰ্বত্য জনজাতিসকলৰ লগত ভৈয়ামৰ জনজাতিসকলৰ সহযোগিতাত আৰম্ভ হৈছিল। ১৯৪৫ চনৰ ২৩ মাৰ্চত পাৰ্বত্য আৰু ভৈয়ামৰ জনজাতিসকল সমবেত হৈ অসমৰ জনজাতি আৰু জাতিৰ ফেদাৰেশ্যন (Assam Tribes and Races Federation) গঢ়ি তুলিছিল। পাৰ্বত্য নেতৃবৃন্দৰ উপৰিও অসমৰ আহোম প্ৰতিনিধিয়েও এই ফেদাৰেশ্যনত যোগ দিছিল আৰু অসমৰ ভাগ্য অসমৰ জনগণে নিৰূপণ কৰাৰ

* Political History of Assam, Vol III পৃঃ ৩১৪।

দাবী তুলিছিল। উক্ত ফেদাৰেশ্যনৰ মতৰ প্ৰতি ১৯৪৫ চনত মংগলদৈ অধিবেশনত অসমৰ জনজাতি পৰিষদেও সমৰ্থন আগবঢ়াইছিল। একে সময়তে জনজাতি পৰিষদৰ এটা মুখ্য অংশীদাৰ সংগঠন কছাৰী সন্মিলনেও ফেদাৰেশ্যনৰ দাবীৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল। অসমৰ পৰা চিলেট বাদ দিয়া আৰু কোচবিহাৰ, জলপাইগুৰিক অসমক অন্তৰ্ভূক্ত কৰাৰ দাবী কছাৰী সন্মিলনে কৰিছিল। এই সময়ত সদৌ অসম ভৈয়াম জনজাতি ছাত্ৰ সন্মিলনেও অবিভক্ত ভাৰতত অসম এখন স্বায়ত্বশাসিত ৰাজ্য হ'ব লাগে বুলি দাবী তুলিছিল আৰু পাকিস্তানৰ ধাৰণাৰ বিৰোধীতা কৰিছিল।

চাদুল্লাই 'গ্ৰুপিঙ' আৰু পাকিস্তানৰ ৰাজনৈতিক ধাৰণাৰ প্ৰতি সমৰ্থন কৰাৰ বিৰুদ্ধে যথেষ্ট সক্ৰিয়তা দেখুৱাই আৰু গোপীনাথ বৰদলৈৰ নেৰানেপেৰা সমন্বয়ৰ প্ৰচেষ্টাৰ ওচৰত একপ্ৰকাৰ নতি স্বীকাৰ কৰি ১৯৪৬ চনত ভীমবৰদেউৰী আৰু ৰূপনাথ ব্ৰহ্মাই কংগ্ৰেছ দলত যোগ দিছিল আৰু ভীমবৰ দেউৰী বৰদলৈ মন্ত্ৰীসভাত ১৯৪৬ চনৰ চেপ্তেম্বৰৰ পৰা ১৯৪৭ চনৰ ২৪ আগষ্ট পৰ্যন্ত মন্ত্ৰী হিচাপে আছিল।

জনজাতিসকলৰ কংগ্ৰেছ দলৰ প্ৰতি সমৰ্থন বাঢ়ি অহা স্বত্বেও ভৈযাম জনজাতি পৰিষদৰ জন-জাতিৰ স্বাৰ্থ ৰক্ষাৰ দাবীসমূহ তল পৰা নাছিল। জনজাতিসকলৰ বাবে এখন স্বকীয়া গৃহভূমি ( উদয়াচল ) দাবী কৰাৰ অন্তৰালত থকা ক্ৰিয়া-প্ৰতিক্ৰিযাসমূহ পৰ্যালোচনা কৰিলে আমি দেখা পাওঁ যে অসমৰ জনজাতিসকলে নিজৰ অস্তিত্ব ৰক্ষাৰ বাবে কৰি অহা প্ৰচেষ্টা নতুন নহয। মূলতঃ মধ্যযুগৰ শাসনতন্ত্ৰত অসমৰ আৰ্থ-সামাজিক তথা সাংস্কৃতিক প্ৰৱাহত বিলীন হৈ নোযোৱা বড়ো আৰু মিছিং এই দুটা সম্প্ৰদায়ৰ মধ্যবিত্ত শ্ৰেণীৰ মাজতে এই বিচ্ছিন্ন হোৱাৰ মানসিকতা তীব্ৰ।

## অস্পৃশ্যতা : বিভিন্ন সম্প্ৰদায়ৰ মাজত প্ৰতিক্ৰিয়া

অসমত নানা জাত আৰু সম্প্ৰদায়ৰ মাজত বিভাজন গভীৰ;

কিন্তু সংঘাত তীব্ৰ নহয়। সম্ভৱ নৱ-বৈষ্ণৱ আন্দোলনে দিয়া সংস্কাৰ আৰু সহনশীলতাই অসমৰ বুজন সংখ্যক মানুহক উদাৰ কৰি তুলিছিল। কিন্তু এই কথা ভাবিলে ভুল হ'ব যে অসমত কোনো ধৰণৰ বিদ্বেষ আৰু ঘৃণা নাই। প্ৰকৃততে এই বিদ্বেষপূৰ্ণ সংঘাত বাহ্যিক নহয়; কিন্তু গভীৰভাৱে সকলোৱে গ্ৰহণ কৰি লোৱা ধৰণৰ বিভাজন অসমত আজি পৰ্যন্ত আছে। কিন্তু শিক্ষাৰ পোহৰ পোৱাসকলৰ মাজত অস্পৃশ্যতাৰ যন্ত্ৰণা নাই বুলিব পাৰি।

অসমত এজনে আনজনৰ পানী নোখোৱাটো মূলতঃ আৰ্থ-সামাজিক অৱস্থা, শিক্ষা তথা সংস্কৃতিৰ ওপৰত নিৰ্ভৰশীল। মূলতঃ নমঃশূদ্ৰ, কৈৱৰ্ত, পাত্‌নি, মুচি, হিৰা, সূত্ৰধৰ, মলাহ, বনিয়া বা বৃত্তিয়াল বনিযা, মালি বা ভূইমালি, ধোবী, বাঁচকোৰ, মেটৰ বা ভাংগি, জালৈকেওঁট, ধোলি, মহৰা, লালবেগি আদি অনুসূচীভুক্ত সম্প্ৰদাযৰ হাতে এসময়ত প্ৰায় সকলো তথাকথিত উচ্চজাতে পানী নাখাইছিল। কিন্তু অনুসূচীভুক্ত জাতৰ বাহিৰেও আহোম তথা চুতীযাৰ ভিতৰত চাওদাং, মিছিং, দেউৰী, কছাৰী, ডিমাছা, বডো আদিৰ পানীও এসময়ত উচ্চজাতসকলে নাখাইছিল। আনহাতে, বিয়াৰ ক্ষেত্ৰত দেখা যায় প্ৰত্যেক সম্প্ৰদাযেই সমান সংকীৰ্ণতা প্ৰকাশ কৰে। সংঘাত নাই, কিন্তু কোনেও কাকো ছোৱালী নিদিয়ে, প্ৰত্যেক জাতে নিজৰ তথাকথিত জাত ৰক্ষা কৰিহে ছোৱালী দিয়ে। অনুসূচীভুক্ত জনজাতি সকলোৰে নিজৰ নিজৰ জাতৰ বাহিৰে আনৰ ক্ষেত্ৰত কঠোৰ বাধা, অনুসূচীত জাতৰ ক্ষেত্ৰতো নিজৰ বাহিৰে আনৰ ক্ষেত্ৰত কঠোৰ বাধা, অন্যান্য পিছপৰাসকলৰ ক্ষেত্ৰতো নিজ নিজ জাতৰ বাহিৰে আনত বাধা, ব্ৰাহ্মণ আৰু গোসাইৰ মাজত বাধা, ব্ৰাহ্মণৰ আকৌ দৈৱজ্ঞৰ লগত সামান্য হ'লেও বিৰোধ, কলিতাৰ মাজত সৰু কলিতা বৰ কলিতাৰ বিৰোধ, ৰাজবংশীৰ লগত শেৰণীয়াৰ বিৰোধ, মিছিঙৰ লগত দেউৰীৰ বিৰোধ—মূলতঃ বিযাৰ ক্ষেত্ৰত মুক্তদ্বাৰ পদ্ধতি অনুসৰণ বাধা নহয়।

এই অৱস্থাত সমন্বয়ৰ সম্ভাৱনা ইয়াত অনুজ্জ্বল নহ'লেও সহজসাধ্য নহয়।

## চাহ শ্ৰমিক : শ্ৰমিক বনাম জনজাতি সংঘাত

চাহ বাগিছাৰ শ্ৰমিকসকলে অসমীয়া সমাজখনৰ সামাজিক-সাংস্কৃতিক জীৱনত এক বিশেষ স্থান দখল কৰি আছে। চাহ শ্ৰমিক-সকলৰ মাজত অসমত নানা জাত ( caste ) ৰ ভাৰতীয় লোক আছে। তেওঁলোক হ'ল—

১। বাউৰী,
২। ভোগ্‌তা,
৩। ভূইয়া,
৪। ভূমিজ,,
৫। দোচাধ,
৬। ঘাচি,
৭। মুচাহাৰ,
৮। ৰাজোৱাৰ,
৯। তুৰি,
১০। তেলী,
১১। খোৰিযা,
১২। চাওতাল,
১৩। মুণ্ডা,
১৪। হো,
১৫। ওৰাও,
১৬। গোন্দ,
১৭। খোন্দ আদি।

এই শ্ৰমিকসকল মূলতঃ বংগ, বিহাৰ আৰু উৰিষ্যাত পৰা ছোটনাগপুৰ মালভূমিৰ বাসিন্দা আছিল। এই বিভিন্ন জাতৰ

শ্ৰমিকসকলৰ কিছুমান আদি বাসভূমিত হিন্দু অনুন্নত তথা পিছপৰা জাত হিচাপে স্বীকৃত। কিছুমান জনজাতি হিচাপে স্বীকৃত। গতিকে চাহ জনজাতিৰ সমস্যা অতি জটিল। আনহাতে ধৰ্মৰ ক্ষেত্ৰত দেখা যায় যে হিন্দু, জড়োপাশক, খৃষ্টান আদি ভিন্ন ধৰ্মৰ মানুহ চাহ মজদুৰৰ মাজত আছে। ভাষাৰ ক্ষেত্ৰত দেখা যায় চাহ শ্ৰমিক-সকলৰ ভাষা ভিন্ন ভিন্ন—এওঁলোকে কিন্তু পাৰস্পৰিক যোগাযোগৰ বাবে অসমীয়া ভাষা ব্যৱহাৰ কৰে।

উল্লেখিত কাৰণসমূহৰ বাবেই চাহ শ্ৰমিকসকলে কিছুমান জটিল প্ৰৱণতা নিজৰ বুকুত ধৰি ৰাখিছে। অসমত স্থায়ীভাবে বাস কৰা, আদিভূমিৰপৰা ছিন্নমূল জনগোষ্ঠীসমূহৰ ভিতৰত চাহ শ্ৰমিকৰ অৱস্থাই অতি জটিল। কিন্তু শ্ৰমিক হিচাপে এটা সুনিৰ্দিষ্ট চৰিত্ৰ থকা বাবে আন জটিলতাসমূহৰ কুপ্ৰভাৱ চাহ শ্ৰমিকৰ ক্ষেত্ৰত তুলনামূলক ভাবে কম।

অসমত দেখা যায চাহ বাগানৰ নিয়মীযা শ্ৰমিকৰ বাহিৰে বাগানৰ বাহিৰত বাস কৰা প্ৰাক্তন চাহ শ্ৰমিকো নিজে এটা শ্ৰেণীত পৰিণত হৈছে। ১৯৩১ চনৰ অসমত চাহ শ্ৰমিক আছিল ব্ৰহ্মপুত্ৰ উপত্যকাত ৬৫৪,০০০ জন। প্ৰাক্তন চাহ শ্ৰমিক ৩১০,০০০ জন।

চাহ শ্ৰমিকসকলক কি জাতত ধৰা হ'ব এই লৈ ১৯২১ চন মানতে সমস্যাৰ সৃষ্টি হৈছিল আৰু ১৯২১ চনত লযদ চাহবে কৈছিল: The problem becomes increasingly complex and liable to error at each succeeding census." প্ৰকৃততে বিভিন্ন চাহ শ্ৰমিক জাতৰ নিজা চিনাকিৰ সমস্যাটো এতিয়াও সমস্যা হিচাপেই থাকি গৈছে। মুল্লান চাহাবে ১৯৩১ চনৰ পিয়লৰ ক্ষেত্ৰত এই কথা সুস্পষ্টভাবে কৈছিল যে—

"Coolies in Assam form, however, a seperate class of population no matter what caste or tribe

they belong to and hence it seems best to treat all cooly caste and tribes.". ...."From the point of view of Assamese society a person belonging to any cooly caste or tribe is complete outsider and is as exterior as any of the indigenous castes."

মুল্লান চাহাবৰ কৃপাত চাহ শ্ৰমিকসকল অন্ত্যজ ( Exterior ) caste-ত পৰিণত হ'ল।

অৱশ্যে গণতান্ত্ৰিক প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ লগে লগে চাহ শ্ৰমিকৰ বাবে সুকীয়া সমষ্টি আৰু ভোট হোৱাত শ্ৰমিক এটা শ্ৰেণী হোৱাৰ পথ সুগম হ'ল। প্ৰাক্তন চাহ বনুৱাসকলক সাধাৰণ ভোটাৰৰ লগত অন্তৰ্ভুক্ত কৰা হ'ল। চাহ শ্ৰমিক আৰু প্ৰাক্তন চাহ শ্ৰমিকৰ মাজত আচলতে মুণ্ডা, চাওতাল, ওৰাও আদি জনজাতি আছে। আন ৰাজ্যত কিছুমান জাত অনুসূচীভূক্ত জাতৰ তালিকাত পৰিছে।

শেহতীয়া ভাবে চাহ শ্ৰমিক আৰু প্ৰাক্তন চাহ শ্ৰমিকসকলক অনুসূচীভুক্ত কৰিবৰ বাবে চাহ জনজাতি ছাত্ৰ সন্থাৰ তৰফৰ পৰা দাবী কৰা হৈছে। প্ৰকৃততে ভাষা আৰু ধৰ্মৰ ক্ষেত্ৰত থলুৱা জনগোষ্ঠীৰ লগত চাহ শ্ৰমিক জন-সাধাৰণৰ পাৰ্থক্য অতি নগণ্য। ক্ৰমান্বয়ে সমন্বয় বাঢ়িছে। চাহ শ্ৰমিকসকল হৈ পৰিছে অসমৰ জাতীয় জীৱনৰ মূল অংশীদাৰ

তথাপি অনুন্নত জাত, অনুসূচীভূক্ত সম্প্ৰদায় তথা অনুসূচীভূক্ত জাতি ( Tribe ) হিচাপে ভাৰতৰ সংবিধানৰ ভিত্তিত নিজৰ পৰিচয় দিব পৰাৰ সুবিধা থকা বাবে চাহ শ্ৰমিকসকলৰ মাজতো নতুন ধৰণৰ এক বিভাজনকামী নেতিবাচক মনোভাব গা কৰি উঠিছে। কোনবোৰ জন-জাতি, কোনবোৰ অনুসূচীভুক্ত সম্প্ৰদায় তথা অনুন্নত জাত তাক ভাৰতৰ সংবিধান মতে সমাধান কৰাই একমাত্ৰ প্ৰশস্ত পথ যি চাহ শ্ৰমিকৰ মাজত দেখা দিয়া ক্ষোভ আৰু অশান্তি দূৰীভূত কৰিব পাৰে।

## চতুৰ্থ ভাগ

## অস্তিত্ব ৰক্ষাৰ সমস্যা : ভাষা আৰু ধৰ্ম

অসমীয়া জাতি ভাষা-কেন্দ্ৰিক। অসমীয়া ভাষা কোনো সকলো জাত-বৰ্ণ তথা ধৰ্মৰ মানুহকে অসমীয়া বুলি সাধাৰণতে কোৱা হয়। ধৰ্মৰ পাৰ্থক্যই অসমত সাম্প্ৰদায়িক বিভাজন সৃষ্টি কৰিব পৰা নাই— মাজে সময়ে ৰাজনৈতিক কাৰণত সাম্প্ৰদায়িক তীব্ৰতা বাঢ়িলেও অসমীয়াৰ জাতিগত বিভাজন ধৰ্মৰ ভিত্তিত নাই হোৱা। হিন্দু, মুছলমান, শিখ, খৃষ্টান, বৌদ্ধ—যি কোনো ধৰ্মৰ মানুহ অসমত অসমীয়া হিচাপে পৰিগণিত হৈছে। ঠিক সেইদৰে মংগোলীয় বা অমংগোলীয়ৰ মাজত জাতিগতভাবে বিভাজন নহয়। অসমীয়া জাতিৰ ভিতৰত মংগোলীয়, শ্বেতবৰ্ণ, নেগ্ৰয়দ বা ক'লা, দ্ৰাবিড—সকলো নৃ-গোষ্ঠীগত উপাদানৰ সমাহাৰ হৈছে। আনকি শ্ৰেণীগতভাবেও নিষ্পেষিত শ্ৰেণীক সুবিধা বুজি অসমীয়া নহয় বুলি কোৱাটো ইয়াত নচলে। ইয়াত অতি নিষ্পেষিত চাহ শ্ৰমিক শ্ৰেণীক ভাল অসমীয়াৰ ভিতৰত ধৰা হয়। চাহ শ্ৰমিকৰ এটা বুজন অংশ খাটি অসমীয়াত পৰিণত হৈছে।

অসমত তুলনামূলক বিচ্ছিন্নভাবে ভাৰতীয় পৰম্পৰাৰ মূল সুঁতিটোৰ বাহিৰত অসমীয়া সমাজ আৰু সংস্কৃতি গঢ় লৈ উঠিছে। আহোমৰ দিনত বাহিৰৰপৰা মুক্ত ভাবে মানুহ প্ৰৱেশ কৰিব নোৱাৰিছিল। যিসকলক আহোম ৰাজতন্ত্ৰত আশ্ৰয় দিয়া হৈছিল সেইসকল স্বাভাৱিক কাৰণেতে থলুৱা ভাষা কৃষ্টি গ্ৰহণ কৰি অসমীয়া হৈছিল। আহোম ৰাজতন্ত্ৰৰ মূল ধাৰটোৰ ভিতৰত নপৰা আৰু আহোম ৰাজ্য ধ্বংস হোৱাৰ পিছত অসমত অনুপ্ৰৱেশ কৰা সকলৰ ক্ষেত্ৰত অসমীয়া ভাষা-কৃষ্টি গ্ৰহণ বাধ্যতামূলক নাছিল। তথাপি অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে বহিৰাগতসকলক গ্ৰহণ কৰি, আত্মীকৃত কৰি অসমীয়া সমাজখন বহল আৰু শক্তিশালী কৰিবৰ কাৰণে অবিৰত-ভাবে প্ৰচেষ্টা কৰি আহিছে। তথাপি অসমীয়া জাতিৰ বাবে

কিছুমান কাৰণত অস্তিত্বৰ সংকট দেখা দিছিল বা দেখা দিছে—যাৰ ফলত বহু সময়ত পৰম্পৰাগত উদাৰতাৰ পথ এৰি অসমীয়া মানুহে সংকীৰ্ণতাৰ পথ নেতিবাচকভাবে গ্ৰহণ কৰিবলৈ বহুসময়ত বাধ্য হৈছে আৰু বহু সময়ত মধ্যবিত্ত নেতৃত্বৰ ভ্ৰান্তিৰ বাবেও সংকীৰ্ণতা গা কৰি উঠিছে।

অসমীয়া মানুহক পীড়া দিয়া 'অস্তিত্বনাশী' শংকা মূলতঃ আহিছে ভাষিক আৰু ( কিছু পৰিমাণে আঁৰ কাপোৰৰ তলত থকা ) ধৰ্মীয় সংঘাতৰ ফলত।

ভাষিক সমস্যাটো, আঁহফলা বিশ্লেষণ বাদ দি আমি কেইবাটাও কাল-শ্ৰেণীত ভাগ কৰি আলোচনা কৰিব পাৰোঁ। প্ৰথম ১৮৩৬ চনৰ পঁৰা ১৮৭২ চন—ইংৰাজে অসমত অন্যায়ভাবে বাঙালী ভাষা জাপি দিয়া কাল। ইয়াৰ ফলত বাঙালী ভাষাৰ প্ৰতি অসমীয়া মানুহৰ ব্যাপক অংশৰ মনত গভীৰ শংকা আৰু বিদ্বেষৰ ভাব ৰোপিত হ'ল। ১৮৭৩ চনৰ পৰা ১৯৬০ চন পৰ্যন্ত ভিন্ন ভিন্ন স্তৰত ব্ৰহ্মপুত্ৰ উপত্যকাত মূল ভাষা হিচাপে অসমীয়া ভাষাক প্ৰতিষ্ঠা কৰাৰ কাল। এই কাল-ছোৱাত অসমত নতুনকৈ প্ৰৱেশ কৰা চাহ শ্ৰমিক শ্ৰেণী, পূৱ-পাকিস্তান ( বৰ্তমান বাংলাদেশ ) ৰ পৰা অনুপ্ৰৱেশ কৰা বাঙালী মুছলমানসকল তথা আন প্ৰব্ৰজনকাৰীসকলক অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়া সমাজৰ লগত একাত্মভূত হ'বৰ বাবে অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে সুবিধা সৃষ্টি কৰি দিয়ে। ১৯৬০ চনৰ পৰা ১৯৭১ চন পৰ্যন্ত শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষা সকলো স্তৰতে ব্যৱহাৰ কৰাৰ সময়। এই পৰ্যায়ত তুলনামূলক খৰটকীয়া পদক্ষেপ ল'বলৈ যোৱা বাবে আত্মীকৰণৰ সহজ প্ৰক্ৰিয়াটো প্ৰায় স্তিমিত হৈ পৰে। অসমীয়া সমাজখনৰ লগত সম্পূৰ্ণ-ৰূপে জীণ নোযোৱা জন-গোষ্ঠীসমূহ ক্ৰমান্বয়ে অসমীয়া সমাজখনৰপৰা আঁতৰি গ'ল। জীণ নোযোৱা জন-গোষ্ঠী আকৌ দুই শ্ৰেণীৰ—(১) বহিৰাগত বাঙালী হিন্দু, যাৰ ভাষা-কৃষ্টি উন্নত ; (২) থলুৱা জনজাতি,

যাৰ ভাষা অবিকশিত আৰু সমাজ জনজাতীয়। ভাষিক অস্তিত্ব ৰক্ষাৰ প্ৰশ্নটো ধৰ্মীয় ভিত্তিত ভাৰত বিভাজনৰ ষড়যন্ত্ৰমূলক প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ লগে লগে ধৰ্মীয় বিভাজনৰ আধাৰত ধৰ্মীয় ৰূপ ল'ব খুজিলেও অসমীয়া জাতিৰ ধৰ্মীয় ক্ষেত্ৰত থকা উদাৰতাৰ ফলত মুছলমান বাঙালীসকলক গ্ৰহণ কৰা দেখা যায়, এক শ্ৰেণীৰ মানুহৰ মাজত অৱশ্যে ধৰ্মীয় বিদ্বেষ নথকাও নহয়।

১৯৬০ চন মানৰ পৰাই প্ৰায় স্তিমিত হৈ পৰা আত্মীকৰণ প্ৰক্ৰিয়া ১৯৭৯ চনৰ পৰা বিদেশী বহিষ্কৰণ আন্দোলনৰ সুদূৰপ্ৰসাৰী পৰিণতিৰ ফলত সম্পূৰ্ণ বন্ধ হৈ পৰিল বুলিব পাৰি। এই অৱস্থাটো সঠিকভাবে বুজিবৰ কাৰণে আমি কিছু আগৰ পৰা আলোচনা কৰিব লাগিব।

এই শতিকাৰ প্ৰাৰম্ভতে ১৯০১ চনত অসমৰ জন-সংখ্যাৰ মাত্ৰ ২২ শতাংশই নিজৰ মাতৃভাষা অসমীয়া হিচাপে দেখুৱাইছিল। ১৯৩১ চন পৰ্যন্ত দেখা যায় লোক পিয়লৰ পৰিসংখ্যাৰ ক্ষেত্ৰত বাঙালী ভাষীৰ সংখ্যাই আছিল সৰ্বাধিক। ইয়াৰ কাৰণ কেইবাটাও : (১) প্ৰথম কথা, বাঙালী শিক্ষাৰে শিক্ষিত অসমৰ থলুৱা মানুহৰো বাহুতেই নিজৰ ভাষিক পৰিচয়ৰ স্বৰূপ বুজিব পৰা নাছিল। (২) দ্বিতীয়তে, বাঙালী মুছলমানসকলে এই পৰ্যন্ত নিজৰ পৰিচয় সদায় বাঙালী হিচাপে দিছিল। (৩) তৃতীয়তে, বাঙালী প্ৰধান ঘনবসতিপূৰ্ণ অঞ্চল এটা অসমৰ লগত অন্যায়ভাবে সাঙুৰি দিয়া হৈছিল—যাৰ ফলত জন-সংখ্যাৰ ভাৰসাম্য হানি হৈছিল। উক্ত কাৰণবোৰৰ ফলত অসমৰ জন-সমষ্টিৰ চৰিত্ৰটোৱেই হেৰাই গৈছিল।

১৯৫৫ চনত ৰাজ্য পুনৰ্গঠন আয়োগৰ ( State Re-organisation Commission ) প্ৰতিবেদনত এই কথা সুন্দৰভাবে প্ৰকাশ পাইছিল :

"Upto 1931, when linguistic tabulation was last undertaken, Assamese was not in fact a language

spoken by the majority of the inhabitants of the State. In the 1931 census the number of those returning Bengali as their language stood at 3,960,712 as against 1,992,846 declaring Assamese as their mother tongue and 1,253,515 speaking tribal language."

এইসকল ইতিহাসবিদৰ দৃষ্টিভংগী মূলতঃ বৃহৎ জাতিদম্ভৰপৰা মুক্ত নহয়। এওঁলোকে পাহৰি যায যে অসমৰ লগত চিলেট যুক্ত হৈছিল ইংৰাজৰ ষড়যন্ত্রমূলক আৰু সুবিধাজনক ঔপনিবেশিক প্রশাসনিক উদ্দেশ্যৰেহে। অসমৰ কোনো দিনেই শ্রীহট্ট অংশ নাছিল। হিন্দি বৃহৎ জাতিসুলভ দম্ভ তথা বাঙালী বৃহৎ জাতিসুলভ দম্ভৰদ্বাৰা যিসকল পৰিচালিত সেইসকলে কোনো দিনেই এই কথা বুজি নাপালে যে ক্ষুদ্র জাতিসত্বাৰ নিজে জীযাই থকাৰ প্রশ্নটো এটা মৌলিক গণতান্ত্রিক প্রশ্ন। অসমে নিজক বিনাশ কৰিবৰ বাবে শ্রীহট্ট আৰু বংগদেশৰ বাঙালী হিন্দুখিনি গ্রহণ কৰিবই লাগিব বুলি যিসকলে ভাবে তেওঁলোকে যিমানেই 'প্রগতিশীল' প্রলেপ গালত নঘহঁক কিয়, তাৰদ্বাৰা সম্প্রসাৰণবাদী মনোবৃত্তি ঢাঁক নাখায। চিলেট পূব-পাকিস্তানৰ অন্তৰ্ভুক্ত হৈছিল গণ-ভোটৰ জৰিযতেহে। অসমীযা মধ্যবিত্ত শ্রেণী তাৰ বাবে জগৰীয়া নহয; বৰং ইংৰাজৰ বাঙালী জাতিক দুভাগ কৰা ( ধৰ্মৰ নামত ) ষডযন্ত্র মানি লোৱা তথা-কথিত হিন্দু বাঙালী মধ্যবিত্ত শ্রেণী আৰু মুছলমান বাঙালী লীগ পন্থীসকলহে জগৰীয়া। চিলেট অসমৰ লগত যুক্ত নোহোৱা বাবে স্বাভাৱিকতে অসম জাতীয় মহাসভা, অসম সাহিত্য সভা, অসম প্রদেশ কংগ্রেছ কমিতি তথা সেই সময়ৰ অসমীয়া মধ্যবিত্ত শ্রেণীযে অৰণ্যৰোদন কৰাৰ একো প্রযোজনো নাছিল আৰু অৰ্থও নাছিল। বৰং এই সময়ত বাঙালী হিন্দু প্রধান অঞ্চলবোৰ বংগ দেশৰ লগত

সম্পূৰ্ণ চামিল হোৱা হ'লে বৰ্তমানৰ জটিল সাম্প্ৰদায়িক সংঘাত তথা সমস্যাসমূহ সৃষ্টি নহ'লহেঁতেন। প্ৰকৃততে ঔপনিবেশিক ,ষড়যন্ত্ৰৰ ফলত অসম বংগৰ লগত চামিলকৰণ আৰু অসমত বাঙালী ভাষা জাপি দিয়া ঘটনাৰ ফলতে আজি পৰ্যন্ত ঔপনিবেশিক নেগুৰবৃত্তিত লিপ্ত একশ্ৰেণীৰ বুদ্ধিজীৱীয়ে নিজৰ সুবিধামতে বাঙালীয়েই অসমত সংখ্যাগুৰু আছিল বুলি ক'বলৈ প্ৰয়াস কৰে। এওঁলোকে পূৱবাংলা আৰু পশ্চিমবাংলা দুভাগ হোৱাৰ বিৰোধীতা নকৰে, কিন্তু চিলেট অসমৰ লগত নৰখা বাবে গোপীনাথ বৰদলৈক দোষী সাব্যস্ত কৰে।* বাঙালী সম্প্ৰসাৰণবাদী মনোভাৱৰ বিকৃত ৰুচিৰ ইতিহাসবিদসকলে গোপীনাথ বৰদলৈক দোষী সাব্যস্ত কৰিলেও— এইটো সহজবোধ্য কথা যে গোপীনাথ বৰদলৈ আৰু অসমৰ সচেতন মধ্যবিত্ত শ্ৰেণীৰ প্ৰচেষ্টাৰ ফলতহে অসম পূব-পাকিস্তানত সোমোৱাৰ বিপদৰপৰা ৪৭ চনত ৰক্ষা পৰিল। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ সংকীৰ্ণতা আছে, কিন্তু এই ৪৭ চনৰ ষড়যন্ত্ৰমূলক পটভূমিত এইসকলৰ প্ৰচেষ্টাৰ বলতহে অসমীযা জাতিয়ে এটা স্বকীয়া জাতি হিচাপে জীয়াই থকাৰ বাবে নায্য সফলতাৰ বাবে যুঁজ কৰিব লগা হৈছিল। ইংৰাজৰ লগত পিছ দুৱাৰেদি মিত্ৰতা কৰা দলসমূহ, তথা ধৰ্মৰ ভিত্তিত

---

* বাঙালী উগ্ৰ জাতীয়তাবাদীসকলৰ কথা বাদেই, প্ৰগতিশীল চিন্তাবিদ ড. অমলেন্দু গুহৰ বক্তব্যৰ মাজতো আনকি লুকাই আছে আঁৰ কাপোৰৰ তলত অদৰ্কাৰী আক্ষেপ : "Sylhet, 'the golden calf,' which was sacrificed in 1874 to usher in a new province, was now once more sacrificed at the altar of a new state"—Planter-Raj to Swaraj, পৃঃ ৩২০। এই জাতীয় বক্তব্যৰ আঁৰত লুকাই থকা বঙালী হিন্দুৰ প্ৰতি দৰদৰ ভিতা পিলটো আমাৰ বাবে গিলা সহজ নহয়। কাৰণ চিলেট অসমৰ ভিতৰত হিন্দু বাবেই থাকিব লাগে বুলি ভবাটো অযুক্তিকৰ কথা— ঐতিহাসিক বিচাৰৰ ই পৰিপন্থী।—গ্ৰন্থকাৰ।

দ্বিজাতিতত্ব মানি লোৱা তেতিয়াৰ কমিউনিষ্ট দল—এইসকলে ক্ষুদ্ৰ জাতিৰ অস্তিত্বৰ প্ৰশ্নটো এইসময়ত হেলা ৰঙে বিসৰ্জন দিছিল। আনকি তথাকথিত মাৰ্ক্সবাদীসকলেও জাতিসমূহৰ স্বনিয়ন্ত্ৰণৰ গণতান্ত্ৰিক অধিকাৰৰ কথা গুৰুত্বসহকাৰে বিবেচনা কৰা নাছিল।

বাঙালী জাতি প্ৰকৃততে ঐতিহ্যসম্পন্ন স্বকীয়া জাতি। উচ্চ ভাষিক আৰু সাংস্কৃতিক এতিহ্যৰে পুষ্ট এই জাতিৰ লোকসকল অসমীয়া ভাষা গ্ৰহণ কৰি অসমত বিলীন হোৱাৰ সম্ভাৱনা শূন্য। তেনে প্ৰচেষ্টাও সাম্প্ৰদায়িক সংঘৰ্ষ বৃদ্ধিৰ কাৰণহে হ'ব পাৰে। স্বাভাৱিকতে অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়া সমাজৰ লগত মিলি যোৱাৰ প্ৰৱণতা বাঙালী জাতিৰ বেছি ভাগৰে নাই। তথাপি একাংশ বাঙালী লোক অসমীয়া সমাজৰ ভাষা-কৃষ্টি গ্ৰহণ কৰি অসমৰ অবিচ্ছেদ্য অংগত পৰিণত হৈছে।

১৯৫০ চনৰ পিছত মূলত ভাষা ভিত্তিক ৰাজ্যসমূহৰ প্ৰশ্নটো সাংবিধানিক ভাবে সমাধান হোৱাৰ পিছতো, বাঙালী ভাষা যিসকল অসমত থাকি গ'ল তেওঁলোকে অসমীয়া ভাষা গ্ৰহণ নকৰিলে। বাঙালী ভাষা-কৃষ্টি ৰক্ষা কৰি নিজৰ আধিপত্য বজাই ৰাখিবলৈ চেষ্টা কৰিলে। এওঁলোকৰ মতেই অসমৰ-অসমীয়া ভাষীসকল হ'ল উগ্ৰ ভাষাপ্ৰেমী বা উগ্ৰ জাতিপ্ৰেমী—Chauvinist। প্ৰকৃততে উগ্ৰ জাতিপ্ৰেম জন্ম হৈছে অসমীয়া মানুহখিনি নিজৰ ভাষা-কৃষ্টি ৰক্ষা কৰি সৰ্বতোভাবে বিকশিত হোৱাৰ পথ ৰচনা নোহোৱা বাবে। এই পৰিবেশটো সৃষ্টি হোৱাত বাঙালী জাতীয়তাবাদীসকল যিমান জগৰীয়া অসমীয়া জাতীয়তাবাদী নেতৃত্বৰ অদৰ্কাৰী আৱেগ আৰু অবৈজ্ঞানিক চিন্তা সিমানেই জগৰীয়া। প্ৰকৃততে সংখ্যাগুৰু আৰু উন্নত জাতি এটা অসমীয়াৰ লগত কিয় সংলগ্ন হ'ব বা কিয় আত্মজাহ দিব? অসমীয়া জাতীয়তাবাদী নেতৃত্বই কিন্তু বাঙালীসকলৰ সকলোখিনিকে অসমীয়া ভাষা লৈ অসমত মিলি যোৱাটো বিচাৰে। হাইলাকান্দিত

শেহতীয়াভাবে সাহিত্য সভাৰ আধিবেশন (৮৮ চনত) পাতোতে একাংশ বাঙালী ছাত্ৰ, যুৱক তথা জন-সাধাৰণ ক্ষুব্ধ হোৱাটোৱে প্ৰমাণ কৰে যে কাছাৰত অসমীযা ভাষা গ্ৰহণ কৰি সকলো মানুহ অসমীয়া নহয। আনকি ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালী হিন্দুখিনিৰ একাংশৰো তেনে প্ৰৱণতা নাই। গতিকে সমস্যাটো অসমীযা মধ্যবিত্ত শ্ৰেণীৰ দৃষ্টিভংগীৰে সমাধান হোৱাৰ আশা কম আছে। বাঙালী মধ্যবিত্ত শ্ৰেণীৰ আত্মভিমানী দৃষ্টিভংগীও সমাধানৰ সহায়ক অৱশ্যেই নহয়। এই পটভূমিত অত্যন্ত গুৰুত্বপূৰ্ণ কথা হ'ল মুছলীম লীগৰ ভূমিকা মূল্যায়ণ কৰা। ৪৭ চনৰ ক্ষমতা বিভাজনৰ সময়ত অসমীয়া জাতিৰ নেতৃত্বত থকা সকলো সংগঠন আৰু অসম কংগ্ৰেছে গ্ৰুপিঙৰ বিৰুদ্ধে ঠিয দিছিল। এই পটভূমিত চাহুল্লা মন্ত্ৰীসভা আছিল পূৱ-পাকিস্তানৰ লগত অসমক যোগ দিযাৰ পক্ষে আৰু তদনুৰূপভাবে চিলেটক অসমৰ লগত যুক্ত কৰাৰ পক্ষে। এই পটভূমিত অসমৰ জাতীযতাবাদী-সকলৰ মুখ্য নেতা অম্বিকাগিৰি ৰাযচৌধুৰীৰ ভূমিকাই আছিল অত্যন্ত উগ্ৰ, যি কংগ্ৰেছ হৈও আছিল জাতীযতাবাদী, আনহাতে অসমৰ পূৰ্ণ স্বাযত্বশাসনৰ লগতে দ্বৈত-নাগৰিকত্বৰ দাবীও তুলিছিল। গোপীনাথ বৰদলৈৰ নেতৃত্বত অসম কংগ্ৰেছ দলে অসম মুছলমান সংখ্যাগৰিষ্ঠ পূৱ-পাকিস্তানত অন্তৰ্ভূক্ত কৰাৰ ঘোৰ বিৰোধী আছিল। ১৯৪৬ চনত গোপীনাথ বৰদলৈয়ে গান্ধীজীক লগ ধৰি অসম কংগ্ৰেছৰ গ্ৰুপিঙ বিৰোধী বক্তব্য দাঙি ধৰিছিল আৰু নিজৰ ভূমিকাৰ ক্ষেত্ৰত প্ৰযোজন হ'লে সত্যাগ্ৰহ কৰাৰ বাবেও গান্ধীজীৰ পৰাও পৰামৰ্শ লাভ কৰিছিল। অসমৰ কংগ্ৰেছ নেতৃত্বত অসমীয়া ভাষীৰ নেতৃত্ব সবল হোৱা বাবে চিলেটক অসমৰ ভিতৰত ৰাখিবৰ কাৰণে কোনেও প্ৰচেষ্টা নকৰিলে। 'কংগ্ৰেছ চচিয়েলিষ্টসকলৰ উপৰিও তেতিয়াৰ অবিভাজিত কমিউনিষ্ট দলেও গ্ৰুপিঙৰ বিৰোধীতা কৰিছিল। মাউণ্টবেটেনৰ অনুসৃত নীতি অনুসৰি চিলেটৰ জন-

স৷ধাৰণে গণ-ভোটৰ জৰিযতে অসমৰ ( ভাৰতৰ ) ভিতৰত থাকিব নে পূব-পাকিস্তানৰ ভিতৰত থাকিব তাক নিৰ্ণয় কৰাৰ সুবিধা পাইছিল যদিও মুছলমান ভোটৰ সংখ্যাধিক্যৰ বাবে, চিলেটৰ হিন্দুসকলে বিচৰা স্বত্বেও চিলেট পূব-পাকিস্তানৰ লগত চামিল হ'ল।* বঙালী হিন্দুৰ মনোবেদনাৰ প্ৰতি 'সহানুভূতিশীল' দুই এক চিন্তাবিদে আজিও ক'ব খোজে কংগ্ৰেছে বিক্ৰি নকৰা হ'লে চিলেট আজিও অসমত থাকিলহেতেঁন।** অসমৰ বাঙালীভাষী প্ৰধান অঞ্চল চিলেটকো অসমৰ জাতীয়তাবাদীমহলৰ উগ্ৰসকলে অসমৰ ভিতৰত ৰখাটো বিচৰা নাছিল। অসমৰ এইসময়ৰ মুখ্য জাতীযতাবাদী চিন্তাবিদ নীলমনি ফুকন, অম্বিকাগিৰি ৰাযচৌধুৰী, জ্ঞাননাথ বৰা আদিযে 'অসমীযা ভাষী অসমীযাৰ' সংজ্ঞা বলিষ্ঠভাবে দাভি ধৰিছিল।*** ব্ৰহ্মাপুত্ৰ উপত্যকাৰ অসমীযা ভাষী জাতিটোৰ বিবৰ্তনৰ লগত সাধাৰণ সম্পৰ্ক নথকা বাবে আৰু বহু ক্ষেত্ৰত তথাকথিত বৃহৎ জাতি-দম্ভৰ দ্বাৰা পৰিচালিত হোৱা বাবে এচাম গণতান্ত্ৰিক আৰু প্ৰগতিশীল লোকেও অসমীযা জাতি গঠন প্ৰক্ৰিযাত অসমীযা সমাজৰ মাজত মুছলমান মানুহখিনি মিলি যোৱাত উগ্ৰ জাতীযতাবাদৰ গোন্ধ পায। বৰং কথাটো ওলোটা ভাবেহে অধিক তাৎপৰ্যপূৰ্ণ, অসমীযা জাতীযতাবাদীসকলৰ মনত এই কালত ধৰ্মীয বিভেদ গুৰুত্বপূৰ্ণ

---

* গান্ধীজীৰ আগত গোপীনাথ বৰদলৈয়ে স্বীকাৰ কৰিছিল যে কংগ্ৰেছ দলৰ কাৰ্যকৰী সমিতিৰ সংখ্যাগৰিষ্ঠই চিলেট অসমৰ ভিতৰত নথকাটো বিচাৰিছিল। দ্ৰষ্টব্য : পৃঃ ৩৯২-৩৯৩—Political History of Assam, Vol Three 1980

** 'It was assumed that, but for the Assam Pradesh Congress Committee's 'sell out' of Sylhet, the district could have been retained in Assam.'.—পৃ ৪৭, India's North-East in Flames, V I K Sarin, 1980.

* এই সংক্ৰান্ত তথ্য-পাতিৰ বাবে দ্ৰষ্টব্য : (১) বাতৰিৰ বিভূতি, যোৰহাট, ১৯৭৩ আৰু (২) Political History of Assam, Vol Three ষষ্ঠ অধ্যায়।

নাছিল, সম্ভৱতঃ বাঙালী ভাষী হিন্দুৰ সংস্পৰ্শত সহজে প্ৰতিক্ৰিয়া হোৱা এই সময়ৰ জাতীয়তাবাদী নেতৃত্বই 'ভাষিক সম্প্ৰসাৰণৰ' প্ৰতিহে অধিক ভয় কৰিছিল। কংগ্ৰেছ দলে যিদৰে অসমক পাকিস্তানৰ অন্তৰ্ভূক্ত কৰাৰ বিৰোধীতা কৰিছিল সেইদৰে অসম জাতীয় মহাসভাই অসমত বাঙালী ভাষী সংখ্যাগৰিষ্ঠ হোৱাটো বিচৰা নাছিল। এই যুগসন্ধিৰ জটিল পৰিস্থিতিত দেখা গৈছিল মুছলমান ৰাষ্ট্ৰৰ ভিতৰত সোমোৱাৰ বিপদৰপৰা ৰক্ষা পোৱাৰ লগে লগে অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে অসমৰ মুছলমান ( পূব বাংলাৰ পৰা অহা ) সকলক অসমীয়া ভাষা-কৃষ্টি গ্ৰহণ কৰি অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগ হিচাপে আন্তৰিকভাবে গ্ৰহণ কৰিছিল। আত্মীকৰণ ( Assimi-llation ) বোলা বুলি যিসকল লোকে ভাবে তেওঁলোকে প্ৰকৃততে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া ভাষী জন-গোষ্ঠীৰ বিকাশৰ মূল প্ৰক্ৰিয়াটো অনুধাৱন কৰিব নোৱাৰা বাবে তেনেদৰে ভাবে। আত্মীকৰণ কোনো কোনো ক্ষেত্ৰত অনিবাৰ্য—ধৰ্মৰ নামত সংঘাতৰ ঠাইত ভাষা-কেন্দ্ৰিক ঐক্যসাধন আৰু আত্মীকৰণ অসমৰ পটভূমিত নিশ্চিত ভাবে মহত্তৰ। এই প্ৰসংগত উল্লেখযোগ্য যে বাঙালী জাতিৰ ক্ষেত্ৰত ভাষাৰ ক্ষেত্ৰত ঐক্য থকা স্বত্বেও ধৰ্মৰ ক্ষেত্ৰত অনৈক্য আৰু বিভাজন উগ্ৰ আৰু মাৰাত্মক। বাংলাদেশ আৰু পশ্চিমবংগৰ বিভাজন যি পটভূমিত তথাকথিত ঐতিহাসিক পৰিস্থিতিৰ নামত মানি লোৱা হয়, একে ঐতিহাসিক পৰিস্থিতিৰে পৰিণতি ভাষা-ভিত্তিক সংহতিসাধনক বোলা চকুৰে চোৱাটো উন্নাসিকতাৰ বাহিৰে আন একো নহয়। ৪৭ চনৰ পিছত অসমীয়া ভাষাৰ ভিত্তিত সকলো জন-গোষ্ঠীকে ঐক্যবদ্ধ কৰিবলৈ বিচৰা অসমৰ মধ্যবিত্ত শ্ৰেণীৰ তথা জনসাধাৰণৰ সন্মুখত জটিলতা বহুত। ৭৮-৭৯ চনৰ পৰা তীব্ৰ হৈ উঠা বিদেশী বহিষ্কৰণ আন্দোলনে তীব্ৰ ৰূপ লোৱাৰ আগলৈকে অসমে একাধিক সাম্প্ৰদায়িক সংঘৰ্ষৰ সন্মুখীন হ'ব লগা হৈছে। প্ৰথম, ১৯৬০ চনত ৰাজ্য ভাষা আন্দোলন,

দ্বিতীয় ১৯৭০-৭১ চনত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম আন্দোলন। প্রসংগতঃ উল্লেখযোগ্য, ইয়াৰ মাজতে ১৯৬৭-৬৯ চনত তথাকথিত 'লাচিত সেনা' নামৰ জাতীয়তাবাদী যুবক সংগঠনৰ নেতৃত্বত 'আচাম ফৰ আচামিজ' শ্লোগান আগত ৰাখি আন এক ধৰণৰ আন্দোলন আৰম্ভ হয়। ইয়াৰ মূল লক্ষ্য হৈ পৰে গুৱাহাটী, নগাওঁ আদি নগৰত ব্যৱসায়ী শ্রেণীৰ বিৰুদ্ধে খন্তেকীয়া লুট-পাতো চলে।

১৯৭৮-৭৯ চনৰ পৰা তীব্র ৰূপ ধাৰণ কৰা বিদেশী বহিষ্কৰণ আন্দোলনৰ কাৰণ আৰু পূৰ্বৰ সাম্প্রদায়িক সংঘৰ্ষসমূহৰ কাৰণ একে নহয়। পূৰ্বৰ সংঘাতবোৰত অসমীয়া ভাষী জন-গোষ্ঠীৰ লগত জাত, ধৰ্ম নিৰ্বিশেষে সকলো মানুহ যোগ দিছিল ভাষিক সম্প্রসাৰণবাদৰ বিৰুদ্ধে। ৰাজ্য ভাষা আৰু মাধ্যমৰ সমস্যা সমাধানৰ পিছত দেখা গৈছে—জাতীয়তাবাদী নেতৃত্বৰ দৃষ্টিভংগী মূলতঃ জাত, বৰ্ণ, ধৰ্ম, ভাষা নিৰ্বিশেষ বিদেশী অনুপ্রৱেশৰ বিৰুদ্ধে পৰিচালিত হৈছে। প্রথম ১৯৫১ চনৰ পিছত অসমত প্রৱেশ কৰাসকলক চিনাক্ত কৰা আৰু অবৈধ অনুপ্রৱেশকাৰীক বহিষ্কাৰ কৰাৰ দাবী উত্থাপিত হৈছিল যদিও, ১৯৮৫ চনত সম্পাদিত অসম আন্দোলনৰ দুই সংগঠন আৰু কেন্দ্রীয় চৰকাৰৰ চুক্তি অনুসৰি ১৯৮১ চনৰ পিছত প্রৱেশ কৰা সকলক বহিষ্কৰণৰ সিদ্ধান্ত হয়। গুৰুত্বপূর্ণ কথা হ'ল সুদীর্ঘ ছয় বছৰ ধৰি তীব্রভাবে চলা এই অসম আন্দোলনৰ পৰিণতি স্বৰূপে 'অসম গণ-পৰিষদ' দল গঠন হ'ল। এই দলে ১৯৮৫ চনৰ সাধাৰণ নির্বাচনত জয়-লাভ কৰি চৰকাৰ গঠন কৰিলে। এই সমগ্র ঘটনা প্রবাহৰ বিতং আলোচনাৰ বাবে এই গ্রন্থত পৰিসৰ সীমিত। সুকীয়া বহল আলোচনাৰ থল আছে। তথাপি এই আন্দোলনৰ মূল কাৰণ 'বিদেশী অনুপ্রৱেশ' আৰু ইয়াৰ পৰিণতি সাম্প্রদায়িক বিভাজনৰ স্বৰূপ সম্পৰ্কে ইয়াত চমুকৈ আলোচনা কৰা হ'ল।

## প্ৰব্ৰজনৰ পৰিসংখ্যা

বিদেশী বহিষ্কৰণ আন্দোলনৰ প্ৰৱক্তাসকলে দাবী কৰা মতে অসমলৈ কেইবা লাখো বিদেশী অনুপ্ৰৱেশ কৰিছে। ইয়াৰ প্ৰমাণ হিচাপে সাধাৰণভাবে জন-সংখ্যা বৃদ্ধিৰ পৰিসংখ্যা দাঙি ধৰা হয়। সাধাৰণতে এই পৰিসংখ্যা দাঙি ধৰা হয় যে ১৯০১ চনৰ পৰা ১৯৭১ চনৰ ভিতৰত অসমৰ জনসংখ্যা চাৰিগুণ বৃদ্ধি পাইছে। আনহাতে ভাৰতৰ জনসংখ্যা এই সময়ত বৃদ্ধি পাইছে ১৩০ শতাংশ। তালিকাত এই পৰিসংখ্যা দাঙি ধৰা হৈছে। যিসকল বুদ্ধিজীৱীয়ে এই বৰ্দ্ধিত জন-সংখ্যা কেৱল বিদেশী বহিষ্কৰণৰ ফলত হোৱা বুলি ভাবে তেওঁলোকে জোৰ দি কয় যে স্বাভাৱিক জন-সংখ্যা বৃদ্ধিতকৈ অসমৰ জন-সংখ্যা বৃদ্ধি ২০ শতাংশমান বেছি। সম্ভৱতঃ ভি আই কে চেৰিনৰ ভাষাতে এই বক্তব্য অত্যন্ত পোনপটীয়া ভাবে প্ৰকাশ পাইছে।

"There is no earthly reason to view the abnormal growth rate of population in Assam as due to natural factors. Such abnormal growth rate could be attributed to unabated influx from the erstwhile East Pakistan, now Bangladesh, and immigration from other parts of the country."*

প্ৰকৃততে ১৯৮১ চনত লোক পিয়ল অসমত হোৱাই নাই। গতিকে ৭১ চনৰ পিছৰ হিচাপ দিব পৰা নাযায়। ১৯৭১ চনৰ আগৰ পৰিসংখ্যা সাৱধানে লক্ষ্য কৰিলে আমাৰ চকুত পৰে যে অসমত জনসমষ্টিৰ মৃত্যুৰ হাৰ অতি দ্ৰুত গতিৰে কমিছে, তাৰ তুলনাত জন্মৰ হাৰ কমা নাই। স্বাভাৱিক বৃদ্ধিৰ হাৰ সেয়ে অতি বেছি। কিন্তু ভাৰতৰ প্ৰাকৃতিক বৃদ্ধিৰ হাৰতকৈ অসমত জন-সংখ্যা বৃদ্ধিৰ প্ৰাকৃতিক

* চেৰিন, উক্ত গ্ৰন্থ, পৃঃ ৫২।

হাৰ বৰ বেছি নহয় যদিও ১৯০১ চনৰ পৰা বৰ্ত্তমানলৈকে প্ৰতি দশকতে অসমৰ জনসংখ্যা বৃদ্ধি—

| চন | লাখ হিচাপত জনসংখ্যা | | প্ৰতি দশকত শতকৰা বৃদ্ধি | |
|---|---|---|---|---|
| | অসম | ভাৰত | অসম | ভাৰত |
| ১৯০১ | ৩৩ | ২৩৮৮ | — | — |
| ১৯১১ | ৩৮ | ২৫২০ | +১৭·০ | +৫·৮ |
| ১৯২১ | ৪৬ | ২৫১২ | +২০·৫ | −০·৩ |
| ১৯৩১ | ৫৬ | ২৭৮৯ | +১৯·৯ | +১১·০ |
| ১৯৪১ | ৬৭ | ৩১৮৫ | +২০·৪ | +১৪·২ |
| ১৯৫১ | ৮০ | ৩৬১০ | +১৯·৯ | ১৩·৩ |
| ১৯৬১ | ১০৮ | ৪৩৯১ | +৩৫·০ | +২১·৬ |
| ১৯৭১ | ১৪৬ | ৫৪৭১ | +৩৫·০ | +২৪·৮ |
| ১৯৮১ নিৰ্দ্ধাৰিত | ১৯৯ | ৬৮৩৮ | +৩৬ ১ | +২৪·৮ |

উৎস: Economic Survey of Assam, Director of Economics and Statistics, Govt. of Assam-ৰ বিভিন্ন বাৰ্ষিক প্ৰতিবেদন।

প্ৰায় ডেৰ শ বছৰ ধৰি নিষ্পেষিত হোৱাৰ পিছত, অন্তৰ্বিদ্ৰোহ, মানৱ আক্ৰমণত বিধ্বস্ত হোৱাৰ পিছত জন-সংখ্যাৰ স্বাভাৱিক বৃদ্ধিৰ নিয়ম অনুসৰিযেই অসমৰ শান্তিপূৰ্ণ সময়ত দ্ৰুত গতিৰে বাঢ়িব লাগে। ১৯৫১ চনৰ পিছত মহামাৰীসমূহ নিৰ্মূল হোৱাৰ পিছত স্বাভাৱিক হাৰত জন-সংখ্যা বৃদ্ধি বহুগুণে বৃদ্ধি পাইছে। তাতে বাংলাদেশ আৰু ভাৰতৰ আন ঠাইৰ পৰা হোৱা প্ৰব্ৰজনে স্বাভাৱিকতে থলুৱা মানুহৰ মনত শংকাৰ সৃষ্টি কৰিছে।

শেহতীয়া বছৰ কেইটাত ভাৰতত ভাৰতৰ তুলনাত অসমত জন্মৰ হাৰ তুলনামূলকভাবে বেছি নহয়। মৃত্যুৰ হাৰ কিন্তু ভাৰতৰ তুলনাত অসমত ভালেখিনি কম। তাৰ ফলত দেখা যায় প্ৰাকৃতিক বৃদ্ধিৰ হাৰ ১৯৭৯-৮১ চনৰ ভিতৰত অসমত বেছি আছিল। ১৯৮০-৮২ চনতো অসমত জন্মৰ হাৰ ভাৰতৰ তুলনাত কম, কিন্তু মৃতুৰ হাৰ অতি বেছি কম, ফলত স্বাভাৱিক জন-সংখ্যা বৃদ্ধিৰ হাৰ ভাৰতৰ সৈতে গড় হিচাপত প্ৰায় সমান। অসমত জন-সংখ্যাৰ বৃদ্ধিৰ ক্ষেত্ৰত অসমৰ উৰ্বৰতাৰ হাৰ বৃদ্ধি প্ৰধান কাৰণ নহয়। তাৰ তুলনাত ৬১-৭১ আৰু ৭১—৮১ৰ দশকত অন্তৰ্মুখী প্ৰব্ৰজন (বিদেশী অনুপ্ৰৱেশকে ধৰি) ৰ প্ৰভাৱ বেছি। ১৯৭১ চনৰ পিয়লৰ তথ্য-পাতি অনুসৰি অসমলৈ হোৱা আন্তঃৰাজ্যিক প্ৰব্ৰজন মুঠতে ৫০৫২০০ জন। বহিৰ্মুখী প্ৰব্ৰজন মুঠ ১৬২৭০৪ জন। গতিকে প্ৰব্ৰজনৰ ফলত অসমৰ জন-সংখ্যা বৃদ্ধি মুঠ ৩৪২৫০০ জন। আন্তঃৰাজ্যিক অন্তৰ্মুখী প্ৰব্ৰজনৰ সোঁত মূলতঃ গাওঁমুখী। ভাৰতৰ গাওঁ অঞ্চলৰ পৰা অসমৰ গাওঁ অঞ্চললৈ হোৱা প্ৰব্ৰজন ৩২৫৩০০ জন, গাওঁ অঞ্চলৰ পৰা অসমৰ নগৰলৈ হোৱা প্ৰব্ৰজন ১০৩৭০০ জন। ভাৰতৰ নগৰ অঞ্চলৰপৰা অসমৰ গাৱঁলৈ প্ৰব্ৰজন মাত্ৰ ৩২৫০০ জন। ভাৰতৰ নগৰ অঞ্চলৰ পৰা অসমৰ নগৰ অঞ্চললৈ হোৱা প্ৰব্ৰজন ৪৩৭০০ জন।* এই তথ্যপাতিয়ে দেখুৱাই যে মূলতঃ ভাৰতৰ গাওঁ অঞ্চলত হোৱা বিপুল জন-বিস্ফোৰণ, দৰিদ্ৰতা আৰু নিষ্পেষণ অসমৰ গাওঁ অঞ্চললৈ হোৱা প্ৰব্ৰজনৰ এটা মূল কাৰণ।

বয়স অনুসৰি জন-সংখ্যা। ১৯৭১ চনৰ পিয়ল অনুসৰি মুঠ জন-সংখ্যাৰ ৪৬.৯ শতাংশ ০—১৪ বছৰৰ ভিতৰৰ, ৪৮.৪ শতাংশ ১৫—৫৯ বছৰৰ ভিতৰত, মাত্ৰ ৪.৭ শতাংশ ৬০ বছৰৰ ভিতৰত। ইয়াৰ

* উৎস: Birth place Migration in India, Census 1971, Special Monograph, No. 1.

লগত ১৯৮১ চনৰ নিৰ্দ্ধাৰিত জন-সংখ্যা ০—১৪ বছৰৰ ভিতৰত ৪৩.৭ শতাংশ, ১৫—৫৯ বছৰৰ ভিতৰত ৫২.২ শতাংশ, ৬০ বছৰৰ অধিক ৪.১ শতাংশ।

**বয়সভিত্তিক জনসংখ্যা**

| বয়স-শ্ৰেণী | ১৯৭১ৰ শতাংশ | ১৯৮১ ৰ (নিৰ্দ্ধাৰিত) শতাংশ |
|---|---|---|
| ০—১৪ বছৰ | ৪৬.৯ | ৪৩.৭ |
| ১৫—৫৯ „ | ৪৮.৪ | ৫২.২ |
| ৬০ ৰ অধিক | ৪.৭ | ৪.১ |

বয়স অনুসৰি জনসংখ্যা ১৫—৫৯ ৰ ভিতৰত আৰু ০—১৪ বছৰৰ ভিতৰতে বেছি হোৱাৰ চাই—এটা কথা অনুমান কৰিব পাৰি যে ৫১ চনৰ আগত জন্মা বা প্ৰব্ৰজিত লোকৰ সংখ্যাই জন-গাঁথনি সলনি কৰা নাই। ৬১—৭১ দশক আৰু ৭১—৮১ দশকত ০—১৪ বছৰৰ তুলনাত ১৫—৫৯ বছৰৰ ভিতৰৰ জন-সংখ্যা স্বাভাৱিকতে বেছি। ইযাৰদ্বাৰা কিন্তু বিদেশী প্ৰব্ৰজনৰ ফলতে জন-সংখ্যা বৃদ্ধি হোৱাৰ কাৰণ নিৰ্ণয় কৰিব নোৱাৰি। আমাৰ জন-সংখ্যাৰ শতকৰা ৪৭ জন ০—১৪ বছৰৰ ভিতৰত। ই মাত্ৰাধিক জন-সংখ্যা বৃদ্ধি প্ৰাকৃতিকভাবে হোৱাটোহে সূচায়। ১৯৭১ চনত ০—১৪ বছৰৰ তলৰ জন-সংখ্যা মুঠ জন-সংখ্যাৰ ৪৬.৯ শতাংশ হোৱাটোৱে সূচায় যে এই মুঠ জন-সংখ্যাৰ আধাভাগৰ জন্ম অসমৰ ভিতৰত। বিদেশী প্ৰব্ৰজন নহ'লেও এই স্বাভাৱিক জন্মৰ হাৰ বৃদ্ধিৰ ফলতে জন-বিস্ফোৰণ হ'ব পাৰে।

যুক্তিৰ স্থান কিন্তু আৱেগৰ তলত। অসম-বাংলাদেশ সীমান্ত মুক্ত হোৱা বাবে, অসমত অসমীয়া উদ্যোগীৰ শক্তি দুৰ্বল হোৱাৰ ফলত বহিৰাগতৰ প্ৰভাৱ বেছি হোৱা বাবে আৰু নিয়োগ ক্ষেত্ৰসমূহত বহিৰাগতৰ প্ৰভাৱ বেছি হোৱা বাবে স্বাভাৱিকতে অসমৰ মানুহৰ

মনত ভীতিৰ সঞ্চাৰ হৈছিল। এই ক্ষেত্ৰত ভূমি-পুত্ৰৰ 'মৰ্মবেদনা' প্ৰকাশ কৰা মাইৰন ওৱেইনাৰৰ Sons of the Soil · Migration and Ethnic conflicts in India নামৰ গ্ৰন্থই যেন ইন্ধন যোগালে বৈদ্ধিক খোৰাকৰ। অম্বিকাগিৰি, নীলমণি ফুকন, জ্ঞাননাথ বৰাৰ পিছত সুদীৰ্ঘকাল ধৰি 'আচাম গেল' বুলি মানুহে দুখ কৰা নাছিল। সত্তৰৰ দশকৰ দ্বিতীযাৰ্দ্ধৰ পৰা বাতৰিকাকত আৰু আলোচনীত মূলতঃ মাইৰন ওৱেইনাৰৰ সুৰটোৱেই মুখ্য হৈ পৰিল। দুই-এজন বামপন্থী বুদ্ধিজীৱীৰ বাহিৰে সাধাৰণ মানুহৰ পৰা বুদ্ধিজীৱীলৈকে প্ৰায় সকলোৰে মুখত 'ভূমি পুত্ৰৰ মৰ্মবেদনা' প্ৰকট হৈ পৰিল। ভাষিক, অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰত, নিযোগ ব্যৱসায তথা ঔদ্যোগিক ক্ষেত্ৰত—সকলোতে বহিৰাগতৰ প্ৰভাৱৰ ফলত ক্ৰমান্বযে অসমৰ জনগণৰ মাজত বিভাজনৰ সীমাৰেখা টনা হ'ল। এই সীমাৰেখা টনাও মুখ্য ভূমিকা গ্ৰহণ কৰিলে ছাত্ৰ-যুৱ সংগঠনসমূহে। অসমৰ মানুহ ক্ৰমে 'অসম শ্ৰেণী' আৰু 'অসমৰ শত্ৰু' এই দুই শিৱিৰত ভাগ হ'ল—যদিও ভাগ কৰাৰ কোনো নিৰ্দিষ্ট নিয়ম নাই, তথাপি যি বিদেশী বহিষ্কাৰ কৰিব নালাগে বা নোৱাৰি বুলি ভাবিবলৈ ধৰিলে সেই মানুহখিনি অসমৰ 'শত্ৰুত' পৰিণত হ'ল।

অনিবাৰ্য পৰিণতিস্বৰূপে জনগণৰ মাজত সংখ্যালঘু আৰু সংখ্যা-গুৰুৰ আবেগ উথলি উঠিল। বাঙালী হিন্দু আৰু বাঙালী মুছলমানৰ সম্মিলিত প্ৰচেষ্টা সংখ্যা লঘু মৰ্চা গঠন হ'ল আৰু ই যেন সুদীৰ্ঘ কালৰ অন্তত, 'সংখ্যালঘু' নামাকৰণেৰে থলুৱা জন-গোষ্ঠীৰ বিপৰীতে ৰাজনৈতিকভাবে প্ৰব্ৰজিত জনগোষ্ঠী দুটাক সম্মিলিত কৰিলে। ইতিমধ্যে ১৯৭৯—১৯৮৪ ৰ ভিতৰত অসমৰ গাওঁ আৰু নগৰ অঞ্চলত সাম্প্ৰদাযিক সংঘাতৰ ফলত হাজাৰ হিচাপত মানুহৰ মৃত্যু হ'ল। নেলী, ভূৰাগাওঁ, লাহৰিঘাট, মংগলদৈ আৰু বৰপেটা মহকুমাৰ চৰ অঞ্চল, গোৱালপাৰাৰ চৰ অঞ্চলৰ আশে পাশে সাম্প্ৰদায়িক

সংঘৰ্ষৰ ফলত সহস্ৰাধিক মানুহৰ মৃত্যু হ'ল। ১৯৮৩-ৰ 'অবৈধ' নিৰ্বাচন বিৰোধিতা কৰাৰ ফলত হাজাৰ হাজাৰ ছাত্ৰ-যুৱক পুলিচ-অত্যাচাৰৰ বলি হ'ল আৰু ছশৰ ওপৰ ছাত্ৰ-যুৱক নিহত হ'ল। পুলিচৰ নিষ্পেষণ আৰু হত্যা-যজ্ঞৰ ইযাত বিৱৰণ দাঙি ধৰিব খোজা নাই। আমি এইটোহে দাঙি ধৰিব খুজিছোঁ যে বিদেশী বহিষ্কৰণ আন্দোলনৰ অনিবাৰ্য পৰিণতি হিচাপে অসমৰ জনগণৰ মাজত ব্যাপক বিভাজন হ'ল আৰু দুটা দল 'অসম গণপৰিষদ' আৰু 'সংখ্যালঘু মৰ্চা' গঠন হ'ল, যি ১৯৮৫-ৰ নিৰ্বাচনত প্ৰধান ৰাজনৈতিক দল হিচাপে দেখা দিলে।

অসম আন্দোলনৰ মূল উদ্দেশ্য আছিল অসমৰ পৰা বিদেশী বহিষ্কাৰ কৰা। কিন্তু অসমৰ জনগণ বিপুলভাবে জাগ্ৰত হোৱাৰ কাৰণ আছিল বহুতো। প্ৰধান কাৰণ আছিল ব্যাপক অৰ্থনৈতিক শোষণ আৰু নিষ্পেষণ, অনগ্ৰসৰতা, কেন্দ্ৰীয় চৰকাৰৰ অৱহেলা আদি। অসমৰ তথাকথিত বিদ্যায়তনিক বুদ্ধিজীৱীসকলেও অসমক উপনিবেশ সদৃশ বুলি ক'বলৈ আৰম্ভ কৰিছিল।* ১৯৭৮-৭৯ চনত প্ৰকাশ পোৱা এলানি নিৱন্ধত নিবাৰণ বৰাদেৱেও অসমৰ ওপৰত চলা ঔপনিবেশিক শোষণৰ স্বৰূপ ব্যক্ত কৰিছিল। সামগ্ৰিকভাবে মাইৰন ওৱেইনাৰৰ Sons of the Soil-ৰ মূল বক্তব্যই অসমৰ বৌদ্ধিক মহলত প্ৰত্যক্ষ বা পৰোক্ষ ভাবে প্ৰভাবান্বিত কৰিব পৰা এটা আৰ্থ-সামাজিক পৰিৱেশ আছিল।

এই পটভূমিত বিদেশী বিতাৰণ আন্দোলন চলি থকা সময়ত অসমৰ মানুহে যিবোৰ সমস্যাৰ সমাধান বিচাৰিছিল সেই সমস্যাবোৰ মূলতঃ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক প্ৰকৃতিৰ। আন্দোলনৰ এজন

---

* দ্ৰষ্টব্য: (১) Assam and the Assamese Mind গ্ৰন্থ—ড. পৰমেশ্বৰ শৰ্মাৰ প্ৰবন্ধ। (২) 'ভূমি-পুত্ৰৰ মৰ্মবেদনা'ত—গৌৰীশংকৰ ভট্টাচাৰ্যৰ মূল বক্তব্যও সেয়ে।

নেতৃস্থানীয় বুদ্ধিজীৱী ড. নগেন শইকীয়াই এই সময়ত সমগ্ৰ ভাৰতৰ মানুহক উদ্দেশ্যি লিখিছিল :

The people of Assam have enough reasons to be aggrieved. They feel neglected by the others. They want that their language and culture be protected, their economic demands be fulfilled. At this moment, what they want is the detection and deportation of the foreign nationals irrespective of language and religion, so that the future of the state can be made free from dangers—economic, political, linguistic and cultural."*—ধৰ্ম আৰু ভাষা নিৰপেক্ষভাৱে বিদেশী চিনাক্ত কৰা আৰু বহিষ্কৰণ কৰা, সাংবিধানিকভাৱে ৰক্ষণা-বেক্ষণ বিচৰা, আৰ্থিক ৰাজনৈতিক তথা সাংস্কৃতিকভাৱে অসমক বিপদমুক্ত কৰা—এই সামগ্ৰিক দাবীৰ পটভূমিতহে অসমৰ ছাত্ৰ যুৱকৰ ক্ষোভৰ প্ৰকৃত চৰিত্ৰ বুজা সম্ভৱ। সহানুভূতিৰেহে বুজা সম্ভৱ, উগ্ৰ জাতীয়তাবাদী বুলি আগতে দোষ জাপি দি বুজিবলৈ চেষ্টা কৰাৰ ফলত বহুতে প্ৰকৃত সমস্যাৰ তলি নাপায়গৈ। অসমৰ বিদেশী প্ৰব্ৰজনৰ সমস্যাটো জাতীয় স্বনিয়ন্ত্ৰণৰ প্ৰশ্নৰপৰা সুকীয়াভাৱে বিশ্লেষণ কৰি ইয়াক সংকীৰ্ণ উগ্ৰ জাতীয়তাবাদীৰ দ্বাৰা সৃষ্ট সমস্যা হিচাপে দেখুৱাবলৈ যোৱাটো বৃথা প্ৰচেষ্টা মাত্ৰ। অসমৰ দুই-এটা যুৱ-সংগঠনৰ বাহিৰেও বুদ্ধিজীৱী মহলতো এই জাতীয় স্বনিয়ন্ত্ৰণৰ অধিকাৰ ৰখাৰ বিষয়টোৱে শেহতীয়াভাৱে গুৰুত্ব লাভ কৰিছে। অসমৰ প্ৰথিতযশা সাহিত্যিক, সাহিত্য সভাৰ প্ৰাক্তন সভাপতি (বৰ্তমান একাডেমিক কাউন্সিলৰ সভাপতি)

* Assam and the Assamese Mind, Ed. N. Saikia. পৃঃ ১৫৬। অসম সাহিত্য সভা ১৯৮০।

ড. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱৰ ভাষাত ঃ "অসমীয়া এটা ক্ষুদ্ৰ জাতি। বিভিন্ন উপজাতি আৰু জনজাতিৰে এই জাতি গঠিত, যদিও ইয়াৰ সংখ্যা কম। অবিৰাম জন-প্ৰব্ৰজনৰ ফলত এই জাতিটো যদি নিজ ৰাজ্যতে সংখ্যালঘু হৈ যায় তেন্তে ইয়াৰ ৰাজ-স্বত্ব হ্ৰাস পাব পাৰে।"* অসমীয়া মানুহৰ এইটোৱেই প্ৰকৃত ভয়। এই ভয়টোক অমূলক বুলি অথবা ষড়যন্ত্ৰমূলক বুলি ক'ব নোৱাৰি। অসম সাহিত্য সভাৰ বাহিৰেও অসমৰ সৰু বৰ সকলো বুদ্ধিজীৱীৰ মাজত বেছি ভাগেই এই ভীতিৰ যথাৰ্থতা মানি লয়। আনকি যিসকলে বিদেশী বহিষ্কাৰ আন্দোলনৰ বিৰোধীতা কৰে, তেওঁলোকেও প্ৰব্ৰজনৰ ফলত সৃষ্টি হোৱা জটিল পৰিস্থিতিৰ ফলত সৃষ্টি হোৱা বিপদৰ কথা মানি লয়।

অসমৰ সংখ্যাগৰিষ্ঠ মানুহৰ মনতে সেয়ে সাংবিধানিক ৰক্ষণাবেক্ষণৰ প্ৰশ্নটোৱে বৰ্তমান গুৰুত্ব লাভ কৰিছে। অসম চুক্তিৰ ক্ষেত্ৰটো এই সাংবিধানিক ৰক্ষণাবেক্ষণৰ ওপৰত যথোচিত গুৰুত্ব আৰোপ কৰা দেখা যায়।

১৯৮৫ চনৰ ১৫ আগষ্টত অসম চুক্তি সম্পাদন হোৱাৰ পিছত সদৌ অসম ছাত্ৰ সন্থাই অৰ্থনৈতিক তথা ৰাজনৈতিক ক্ষেত্ৰত চুক্তি ৰূপায়নৰ বাবে কিছুমান দাবী উত্থাপন কৰিছে। সেইবোৰৰ পৰা প্ৰমাণিত হয় যে সাংবিধানিক ৰক্ষণাবেক্ষণৰ প্ৰশ্নটো অসমৰ জনসাধাৰণৰ মনত এতিয়াও অমীমাংসিত প্ৰশ্ন হৈ আছে। সদৌ অসম ছাত্ৰ সন্থাই তুলি ধৰা মুখ্য ৰাজনৈতিক দাবী,—যি ভৱিষ্যতে অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক তথা সাংস্কৃতিক ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰিব, সেই বিষয়ে উল্লেখ কৰিয়ে আমাৰ আলোচনাৰ সামৰণি মাৰিম।** ছাত্ৰ সন্থাৰ মূল পৰামৰ্শসমূহ হ'ল ঃ

---

* উদ্বোধনী ভাষণ, তিনিচুকীয়া অধিবেশন, শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য।

** সদৌ অসম ছাত্ৰ সন্থাৰ Proposals on Constitutional safeguards as per Clause 6 of Assam Accord ৰ ওপৰত ভিত্তি কৰি আলোচনা কৰা হৈছে।

(1) "In the case of Assam, which has borne the brunt of a national problem caused by international migration, there should be a provision similar to the Constitution ( Application to Jammu and Kashmir ) Order, 1954."

(2) "The applicability of Article 3, 249, 258A and 347 of the Constitution in so far as Assam is concerned shall have effect only with the express concurrence and approval of the majority of the members of the State Assembly voting, and by two-thirds majority thereof."

(3) "The right conferred by Article 30 of the Constitution of India should not be available for enjoyment by the following categories of persons · (a) the foreigners who would be retained in Assam in terms of Assam Accord, (b) foreigners who came from Bangladesh and Nepal, and who acquired Indian citizenship and have settled in Assam."

(4) " the restriction imposed on delimitation of constituencies upto 2000 A. D. vide the relevant proviso to Article 170(3), should be waived in respect of Assam."

(5) ". make Section 3 of the Citizenship Act clear on this point by providing that citizenship by birth cannot be claimed by a person whose parents are foreigners who have entered India

illegally without valid passports and visas, or if his father or mother is a foreigner who has entered India illegally without a passport and visa."

(6) " the North-Eastern Region should be treated as a seperate zone for such national and development activities "

থেৰেতে, সদৌ অসম ছাত্ৰ-সন্থাই বিচৰা সাংবিধানিক ৰক্ষাকৱচ হ'ল—(১) "সংবিধানৰ ১৯৫৪ চনত দিয়া ( জম্মু আৰু কাশ্মীৰত প্ৰয়োগ হোৱা ) নিৰ্দেশৰ ভিত্তিত অসমকো সাংবিধানিক ৰক্ষাকৱচ দিব লাগে', (২) "সংবিধানৰ ৩, ২৪৯, ২৫৮(ক) আৰু ৩৪৭ ধাৰাৰ প্ৰযোগ অসমত সীমাৱদ্ধ হ'ব লাগে—অসম বিধান সভাৰ দুই-তৃতীযাংশ সদস্যৰ দ্বাৰা সমৰ্থিত নহলে উক্ত ধাৰাসমূহৰ ভিত্তিত ব্যৱস্থা গ্ৰহণ হ'ব নালাগে", (৩) "সংবিধানৰ ৩০ ধাৰা নিম্নোক্ত ব্যক্তিসকলৰ ক্ষেত্ৰত কাৰ্যকৰী হ'ব নালাগে—(ক) যিসকল ব্যক্তিক অসম চুক্তি অনুসৰি অসমত ৰখা হ'ব আৰু (খ) বাংলাদেশ আৰু নেপালৰপৰা অহা যিসকল ব্যক্তিযে ভাৰতীয নাগৰিক হিচাপে প্ৰমাণ-পত্ৰ সংগ্ৰহ কৰিছে, (৪) অসমৰ ক্ষেত্ৰত সমষ্টিসমূহ পুণনিৰ্দ্ধাৰণ ২০০০ চন পৰ্যন্ত বন্ধ ৰাখিব নালাগে", (৫) "সংবিধানৰ ৩ নং ধাৰা অসমৰ ক্ষেত্ৰত পৰিষ্কাৰ কৰিব লাগে, যিসকল ব্যক্তিৰ পিতৃ অবৈধভাবে ভাৰতত প্ৰৱেশ কৰিছে তেওঁলোকৰ সতি-সন্ততি জন্ম-সূত্ৰে ভাৰতীয হিচাপে পৰিগণিত হ'ব নালাগে, (৬) উন্নয়নমূলক তথা ৰাষ্ট্ৰীয আঁচনিৰ ক্ষেত্ৰত উত্তৰ-পূৰ্বাঞ্চলক এটা স্বকীযা অঞ্চল হিচাপে স্বীকৃতি দিব লাগে।"

সদৌ অসম ছাত্ৰ সন্থাই দাবী কৰা এই জাতীয় সাংবিধানিক ৰক্ষা-কৱচৰ দাবী অসমৰ ইতিহাসত সম্পূৰ্ণ নতুন, কাৰণ ইয়াৰ আগতে ১৯৪০-৪৭ চনৰ ভিতৰত কাশ্মীৰৰ দৰে সাংবিধানিক ৰক্ষাকৱচ

কোনেও বিচৰা নাছিল। অম্বিকাগিৰিৰ দৰে ঊৰ্দ্ধ্ব জাতীয়তাবাদী নেতা আৰু জাতীয় মহাসভাৰ দৰে সংগঠনেও অসমৰ বাবে জম্মু কাশ্মীৰৰ দৰে ৰক্ষণাবেক্ষণৰ কথা ভবা নাছিল। তদুপৰি ইচ্ছামতে ৰাজ্যৰপৰা এফাল ফালি নি এখন নতুন ৰাজ্য গঠন কৰা, ৰাজ্যত অবৈধভাবে অনুপ্ৰৱেশ কৰা জনৰ সতি-সন্ততিও জন্ম-সূত্ৰে দেশৰ বৈধ নাগৰিক হোৱা আদি সংবিধানৰ বিশেষ ধাৰা কিছুমানৰ ক্ষেত্ৰত সদৌ অসম ছাত্ৰ সন্থাই সংশোধনী বিচাৰিছে।

অৱশ্যে আন্দোলনৰ সুদীৰ্ঘ কালছোৱাত এফালে হিন্দু আৰু মুছলমানৰ মাজত, আনফালে জনজাতি আৰু অজনজাতিৰ মাজত চিৰাচৰিতভাবে বাঙালী আৰু অসমীয়া ভাষীৰ মাজত বিভেদ সৃষ্টি হ'ল। আন্দোলন বিৰোধী দলবোৰে সুদীৰ্ঘ আন্দোলন কালত গোষ্ঠীগত বিভেদ বৃদ্ধি কৰি বহুতো ষড়যন্ত্ৰমূলক বিভাজনমূলক কামো কৰিলে।

সাংস্কৃতিক জীৱনত এই বিভাজনৰ প্ৰতিক্ৰিয়া ব্যাপক আৰু সুদূৰ-প্ৰসাৰী। বৰ্তমান অসম সাহিত্য সভা তথা জাতীয়তাবাদী সংগঠন-সমূহে চেষ্টা কৰিছে বৰাক উপত্যকাত তথা অসমৰ আন ঠাইত বাঙালী, অসমীয়া তথা আন সম্প্ৰদায়ৰ মাজত সৃষ্টি হোৱা বিভাজন দূৰীভূত কৰিবৰ কাৰণে। হাইলাকান্দিত অসম সাহিত্য সভাৰ অধিবেশন ১৯৮৮ চনত অনুষ্ঠিত কৰাৰ উদ্দেশ্যও মূলতঃ শান্তি-সম্প্ৰীতি ঘূৰাই অনা। অসম চৰকাৰেও ইয়াত প্ৰত্যক্ষ বা পৰোক্ষভাবে সহায় কৰা দেখা যায়। অসম আন্দোলনৰ ফলত আত্মীকৰণ প্ৰক্ৰিয়া ব্যাহত হৈছিল। বৰ্তমান ইয়াৰ বিপৰীতে সকলো জনগোষ্ঠীক অসমীয়া ভাষাৰ মাধ্যমেৰে সমন্বিত কৰাৰ প্ৰচেষ্টা অসমীয়া জাতীয় অনুষ্ঠান-বিলাকে কৰাটো পৰিলক্ষিত হৈছে।

## ৰাজ্য ভাষা আৰু জনজাতি অজনজাতিৰ বিবাদ

অসম বিধান সভাত Official Language Act 1960—ৰাজ্য

ভাষা আইন ১৯৬০ গৃহীত হোৱাৰ লগে লগে ১৯৬০ চনৰ পৰাই অসমীয়া ভাষাই চৰকাৰী ৰাজ্য ভাষা হিচাপে স্বীকৃতি লাভ কৰিলে। অসম সাহিত্য সভা তথা ছাত্ৰ সন্মিলনৰ ভূমিকা এই ক্ষেত্ৰত অত্যন্ত নিৰ্ণয়াত্মক ধৰণৰ আছিল। উচ্চ শিক্ষাৰ মাধ্যম হিচাপে অসমীযা ভাষাৰ প্ৰেযোগ হয় ১৯৭২ চনৰপৰা।

এই পটভূমিত অত্যন্ত গুৰুত্ব সহকাৰে মন কৰিবলগীযা কথা হ'ল, পুৰণি আহোম ৰাজ্য আৰু কোঁচ ৰাজ্যৰ তলত তথা ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভূ-খণ্ডৰ বাহিৰে বাকী পাৰ্বত্য অঞ্চল আৰু ভৈযামৰ আন স্বকীয়া অস্তিত্ব থকা জনগোষ্ঠী কিছুমানে স্বকীয়া ৰাজ্যৰ বাবে আন্দোলন আৰম্ভ কৰিলে। নগা, খাচি, জযন্তীযা, গাৰো, মিজো, কুকি-চীন, আদি জনগোষ্ঠীসমূহ মধ্যযুগত অসমৰ নিযন্ত্ৰণত নাছিল। বন্ধু তথা মিত্ৰ ৰাজ্য হিচাপেহে আছিল , গতিকে এনে ৰাজ্যবিলাকত মধ্যবিত্ত শ্ৰেণীৰ নাম মাত্ৰ বিকাশ হোৱাৰ লগে লগে স্বনিযন্ত্ৰণৰ দাবী উত্থাপিত হোৱাতো আশ্চৰ্যজনক কথা নহয।

ব্ৰহ্মপুত্ৰ উপত্যকাত আনহাতে বড়ো, তিওৱা, মিছিং, ৰাভা, দেউৰী আদিযে আন্তঃগোষ্ঠীয যোগাযোগৰ ক্ষেত্ৰত অসমীযা ভাষা ব্যৱহাৰ কৰিলেও তেওঁলোকে নিজৰ মাজত নিজৰ দোৱান ( মাতৃ ভাষা ) ত কথা পাতিছিল। আহোম, চুতীযা, কোঁচ, সোণোৱাল, কছাৰী, ঠেঙাল, মৰাণ আদিৰ দৰে সকলোবোৰ জনগোষ্ঠীৰ লোক সম্পূৰ্ণৰূপে লীণ যোৱা নাছিল। ইয়াৰ ফলস্বৰূপে আমি দেখা পালো অসমীযা ভাষাৰ বিকাশৰ যুগত অসমীযা ভাষা কোৱা ব্ৰাহ্মণ, কলিতা, কেওট, গণক, নাথ, আহোম, চুতীয়া, মৰাণ, সোণোৱাল, কছাৰী, ঠেঙাল আদিৰ তুলনাত অসমীয়া ভাষা পূৰ্ণাংগৰূপে ব্যৱহাৰ নকৰা কিছুমান জনগোষ্ঠী তুলনামূলকভাবে পিছপৰি থাকিল। এই পিছপৰি থকা জনগোষ্ঠীসমূহৰ নিজা দোৱানৰ লিপিৰ বিকাশ তথা ভাষাৰ

বিকাশৰ প্ৰশ্নটোৱেই ১৯৬০ চনৰ পিছৰ কালছোৱাত অসমীয়াৰ ভাষা-সংস্কৃতিৰ সমন্বয়ৰ ইতিহাসত গুৰুত্বপূৰ্ণ সমস্যা হিচাপে দেখা দিলে।

কেন্দ্ৰীয় চৰকাৰৰ "বিভাজন কৰা আৰু শাসন কৰা" ( Divide and Rule ) নীতি তথা অসম চৰকাৰৰ দূৰদৃষ্টিহীনতাৰ অনিবাৰ্য ফলস্বৰূপে আমি দেখা পাওঁ লিপি আৰু ভাষাৰ উন্নতিৰ প্ৰশ্নটো অত্যন্ত জটিলভাবে দেখা দিয়ে। আদিৰে পৰা ভাৰত চৰকাৰে মূলতঃ হিন্দী ভাষাক ৰাষ্ট্ৰভাষা হিচাপে প্ৰতিষ্ঠা কৰি আন ভাষা-বোৰক ৰাজ্যভাষা কৰাৰ ফলত হিন্দী ভাষাই অধিক পৃষ্ঠপোষকতা লাভ কৰিছে। ৰাজ্যভাষা আৰু আন অবিকশিত ভাষাৰ ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰৰ ভূমিকা উচটাই ৰং চোৱাৰ বাহিৰে আন একো নহয়।

অসম সাহিত্য সভাই সদায় অসমীযা ভাষাৰ পৃষ্ঠপোষকতা কৰে—ই একো আচৰিত কথা নহয়। কিন্তু অসমীযা ভাষাৰ সম্প্ৰসাৰণ তথা বিকাশৰ লগে লগে ক্ষুদ্ৰ জনগোষ্ঠীসমূহৰ ভাষা-কৃষ্টিৰ ৰক্ষণাবেক্ষণৰ বাবে যিবোৰ ব্যৱস্থা চৰকাৰে গ্ৰহণ কৰা প্ৰযোজন—সেইবোৰৰ বিষযে সাহিত্যসভাৰ কথা বাদেই আন বুদ্ধিজীৱী তথা সাহিত্যিকেও প্ৰযোজনীয গুৰুত্ব আৰোপ নকৰে। ফলত নিজৰ নিজৰ ভাষাৰ অস্তিত্ব ৰক্ষা আৰু বিকাশৰ বাবে ক্ষুদ্ৰ জনগোষ্ঠীসমূহৰ মাজত এক বিচ্ছিন্ন প্ৰেৰণতা গা-কৰি উঠে।

অসম সাহিত্য সভাই ১৯৬৬ চনৰ পৰা সাহিত্য সভাৰ অধিবেশনত একে-লেঠাৰিযে উচ্চ শিক্ষাৰ মাধ্যম হিচাপেও আঞ্চলিক ভাষা প্ৰযোগ কৰিবৰ বাবে দাবী জনাই, ক্ষুদ্ৰ জনগোষ্ঠীসমূহ অসমীয়া সমাজৰ লগত সন্মিলিত হোৱাৰ প্ৰক্ৰিয়াটোৰ প্ৰতিও উপযুক্ত গুৰুত্ব দিয়াৰ প্ৰয়োজন আছিল। অসম সাহিত্য সভাৰ ১৯৬৬ চনৰ উত্তৰ লক্ষীমপুৰ সন্মিলনত প্ৰস্তাৱ আছিল এনে ধৰণৰ ঃ "আঞ্চলিক ভাষাক স্নাতক পৰ্যাযলৈকে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰিবৰ বাবে অসম সাহিত্য সভাই ইতিপূৰ্বে জনাই অহা দাবীৰ সন্দৰ্ভত পুনৰ দোহাৰে, যিহেতু উচ্চতৰ

মাধ্যমিক স্কুলৰ একাদশ শ্ৰেণীৰ মাধ্যম আঞ্চলিক ভাষাৰ, অথচ তাৰ সমপৰ্যায়ৰ প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীৰ শিক্ষাৰ মাধ্যম ইংৰাজী, গতিকে এই বৈষম্য দূৰীকৰণৰ অৰ্থে অনতিবিলম্বে অন্ততঃ প্ৰাথমিক পৰ্যায়ত প্ৰাক্-বিশ্ববিদ্যালয শ্ৰেণীৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা কৰিবলৈ অসম সাহিত্য সভাই বিশ্ববিদ্যালয কৰ্তৃপক্ষক টানি দাবী জনায।" এই দাবী পৰবৰ্তী অধিবেশনসমূহত অধিক জোৰদাৰ ভাষাত উত্থাপন কৰা হয। অসমীযা ভাষাৰ ন্যায্য আসন প্ৰাপ্তিৰ পথত নিশ্চয় এনে পদক্ষেপ সমীচীন আছিল। কিন্তু ইযাৰ লগে লগে ক্ষুদ্ৰ জনগোষ্ঠীৰ ভাষাৰ বিষযে বুদ্ধিজীৱী মহল আৰু চৰকাৰে চিন্তা কৰাৰ প্ৰয়োজন আছিল।

গুৰুত্বপূৰ্ণ কথা হ'ল অসমৰ বুদ্ধিজীৱীসকলৰ অধিকাংশই অসমীয়া ভাষা নোকোৱা ক্ষুদ্ৰ জনগোষ্ঠীৰ সমস্যা সম্পৰ্কে উদাসীনতা দেখুৱাইছিল। আনকি বাঙালী ভাষী আৰু হিন্দীভাষীসকলৰ স্বাৰ্থৰ প্ৰতিও সমানেই উদাসীনতা দেখুওৱা হৈছিল। উদাহৰণস্বৰূপে ড. প্ৰসন্নচন্দ্ৰ গোস্বামীযে ১৯৬৮ চনত তেজপুৰ সাহিত্য সভাত আযোজিত 'শিক্ষাৰ মাধ্যম: আঞ্চলিক ভাষা অসমীয়া'—এই আলোচনাচক্ৰত কৈছিল, "সামান্য সংখ্যক ছাত্ৰই সমানে বুজি নাপালে বুলিযেই জানো সকলোকে মাতৃভাষাৰ জৰিযতে শিক্ষালাভৰ পৰা বঞ্চিত কৰা উচিত হ'ব?" আকৌ একেখন মঞ্চতে কৈছিল, "সামান্য সংখ্যকৰ স্বাৰ্থৰ বাবেই অধিকাংশকে মাতৃভাষাৰ মাধ্যমেৰে শিক্ষালাভৰ পৰা বঞ্চিত কৰাৰ কোনো অৰ্থ থাকিব নোৱাৰে।"* উক্ত নিবন্ধতে ড. গোস্বামীযে অন্য ৰাজ্যৰ পৰা অহা অনা-অসমীয়াসকলে অসমীযা ভাষা শিকি অসমীযা হোৱাৰ বাবে আহ্বান জনাইছিল। ইংৰাজী ভাষাটো শিকাৰ ওপৰত অৱশ্যে ড. গোস্বামীয়ে গুৰুত্ব দিছিল আৰু ইয়াক

* শিক্ষাৰ মাধ্যম: আঞ্চলিক ভাষা অসমীয়া, অসম সাহিত্য সভা, ১৯৬৯, পৃঃ ২৪-২৬।

সম্পূৰ্ণ বিলোপ কৰাৰ পক্ষেও কোৱা নাছিল। মহেশচন্দ্ৰ দেৱ গোস্বামীয়ে উক্ত আলোচনাচক্ৰতে দিয়া ভাষণত ইংৰাজী ভাষাও উপযুক্তভাৱে শিকাৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব দিছিল। থলুৱা সংখ্যালঘু জনগোষ্ঠীৰ ভাষা সম্পৰ্কে ইযাতো পোনপটীয়াভাৱে আলোচনা নাছিল। অৱশ্যে পৰোক্ষভাৱে ৰাজ্যভাষা প্ৰৱৰ্তনৰ ফলত উদ্ভৱ হ'ব পৰা সমস্যাটো উল্লেখ কৰিছিল এইদৰে :

"যদিও বৰ্তমান ১৪টা ভাষাকহে সংবিধানে স্বীকৃতি দিছে, আঞ্চলিক ভাষাক মাধ্যম কৰাৰ ফলত ৰাজ্যই ৰাজ্যই আৰু কিছুমান ভাষাই নিজৰ অস্তিত্ব ৰক্ষাৰ বাবে মূৰ দাঙি উঠিব। তাৰ দাবী ৰোধ কৰা টান হ'ব।"* কিন্তু এই সমস্যাটো উত্থাপন কৰিও তাৰ সমাধান দাঙি ধৰাত গুৰুত্ব আৰোপ কৰা দেখা নগ'ল। বাস্তৱিকতে অসমীয়া ভাষা ৰাজ্যভাষা কৰাৰ পিছত তেনে সমস্যা মূৰ দাঙি উঠিলে আৰু তাক বাধা দিয়াটো সাংস্কৃতিক তথা ৰাজনৈতিকভাৱে সম্ভৱো নহ'ল। অকল ভাষাৰ ক্ষেত্ৰতে নহয়, লিপিৰ ক্ষেত্ৰতো ক্ষুদ্ৰ জাতি-সত্বাৰ নিজৰ লিপি নিজে বাচি লোৱাৰ ক্ষেত্ৰত এটা বিজ্ঞানসম্মত নিৰপেক্ষ দৃষ্টিভংগী গ্ৰহণ কৰা নহ'ল। তাৰ ফলত বড়ো, মিছিং আদি জনগোষ্ঠীৰ লগত বুজাপৰা বঢ়াৰ সলনি দিনে দিনে পাৰ্থক্যহে বাঢ়িবলৈ ধৰিলে।

অসম সাহিত্য সভাই অৱশ্যে ১৯৬৯ চনত সপ্তত্ৰিংশ টিং অধিবেশনত অসমৰ থলুৱা ভাষা-কৃষ্টিৰ বিকাশ বাঞ্ছা কৰি এটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল। ১৯৭৩ চনত থলুৱা জনজাতিসকলৰ ভাষা আৰু সংস্কৃতিৰ গ্ৰন্থ তথা উক্ত জনজাতিসমূহৰ পৰিচয়মূলক গ্ৰন্থ আদি প্ৰকাশৰ কাৰণে সাহিত্য সভাই আঁচনি এখনো গ্ৰহণ কৰে। ১৯৭৪ চনৰ পৰা উক্ত আঁচনিৰ সম্প্ৰসাৰণৰ ভোটতে কিছুমান মূল্যৱান গ্ৰন্থও প্ৰকাশ কৰি উলিওৱা হৈছিল। ১৯৭৩ চনৰ ডিচেম্বৰ মাহত

* উক্ত গ্ৰন্থ : পৃঃ ৫৭।

'অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা' শীৰ্ষক এখন আলোচনা-চক্ৰৰো আয়োজন কৰা হৈছিল।

কিন্তু সাহিত্য সভাই গ্ৰহণ কৰা সকলো আঁচনি যেন অথলে গ'ল। কাৰণ, ইতিমধ্যে মূলতঃ বড়ো সাহিত্য সভাই ৰাজ্যভাষা হিচাপে আৰু শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষা প্ৰযোগৰ বিৰুদ্ধে তীব্ৰ আন্দোলন আৰম্ভ কৰিলে। অসম সাহিত্য সভা তথা অসমৰ মধ্যবিত্ত শ্ৰেণীয়ে থলুৱা ভাষাৰ বিকাশ নালাগে বুলি ক'তো কোৱা নাই, কিন্তু জনজাতিসকলৰ মাজত সৃষ্টি হোৱা উগ্ৰ জাতীয়তাৰ অনিবাৰ্য্য পৰিণতিস্বৰূপে ব্ৰহ্মপুত্ৰ উপত্যকাত অসমীয়া ভাষাক ন্যায্য অধিকাৰৰ পৰা অৱনমিত কৰিবৰ কাৰণেও আন্দোলন আৰম্ভ হ'ল। উদাহৰণস্বৰূপে অসমৰ উচ্চ শিক্ষাৰ প্ৰতিষ্ঠানত অসমীয়া ভাষা প্ৰয়োগ হোৱাৰ পিছত ১৯৭৪ চনৰ আগষ্ট মাহৰ ১২ তাৰিখে ভাৰতৰ প্ৰধান মন্ত্ৰীৰ ওচৰত দাখিল কৰা বড়ো সাহিত্য সভাৰ স্মাৰকপত্ৰত বড়ো ভাষাৰ বাবে ৰোমান লিপি দাবী কৰাৰ লগতে ইংৰাজীক বিশ্ববিদ্যালযৰ শিক্ষাৰ মাধ্যম হিচাপে আৰু হিন্দিক তৃতীয ভাষা হিচাপে দাবী কৰা হয। শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষাৰ কোনো স্থানৰ কথাই ইয়াত উল্লেখ নাছিল। ই যেন আন এক ধৰণৰ সংকীৰ্ণতা। বড়ো সাহিত্য সভাই ১৯৭৪ চনৰ এপ্ৰিলৰ পৰা নিজৰ বিদ্যালয় (বড়ো ভাষাৰ ছাত্ৰ-ছাত্ৰী থকা) সমূহত জোৰপূৰ্বক বড়োলিপিৰ গ্ৰন্থ চলোৱাৰ প্ৰচেষ্টা কৰিলে। ইযাৰ প্ৰতিক্ৰিয়া হিচাপে অসম চৰকাৰে তেনে বিদ্যালযসমূহৰ বেতন বন্ধ কৰিলে আৰু বড়ো ছাত্ৰ সন্থাই তাৰ প্ৰতিবাদত আন্দোলন আৰম্ভ কৰিলে। ২৮ ছেপ্তেম্বৰত বৰপেটা ৰোডত পুলিচে গুলী চালনা কৰাত দুজন বড়ো যুৱকৰ মৃত্যু হ'ল। এই ঘটনাই হযতো বড়ো আৰু অসমীয়া ভাষীৰ মাজত বিভাজনৰ সীমাৰেখা সম্পূৰ্ণ কটকটীয়া কৰিলে।

বড়ো ভাষাত ৰোমান লিপি ব্যৱহাৰৰ দাবীত দুজন শ্বহীদ হোৱাৰ

পিছতো কিন্তু অসমৰ শিক্ষিত মধ্যবিত্ত শ্ৰেণী তথা বুদ্ধিজীৱী মহলে এটা জনগোষ্ঠীৰ নিজা বিকাশৰ ক্ষেত্ৰত থকা ন্যায্য অধিকাৰ নীতিগত-ভাবে মানি নললে। সামগ্ৰিকভাবে ৰোমান লিপিৰ দাবীক বাহিৰৰ প্ৰৰোচনাত উত্থাপিত দাবী হিচাপেই সকলোৱে গণ্য কৰিলে। অসমীয়া আৰু বডো ভাষাৰ সম্পৰ্ক শৰীৰৰ লগত অংগ-প্ৰত্যংগৰ সম্পৰ্ক। এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। প্ৰকৃততে ১৯৪৭ চনত বডোসকলৰ মধ্যবিত্ত শ্ৰেণী এটা নাছিলেই। কিন্তু পশ্চিমীয়া শিক্ষাৰ বিকাশ, বডো আমোলা, উকীল, ৰাজনীতিবিদ আদিৰ বিকাশ তথা ঠিকাদাৰ আৰু ব্যৱসায়ী আদিৰ সামান্য উন্নতিৰ ফলত, বডোসকলে নিজৰ অস্তিত্বৰ প্ৰশ্নটো এটা বিদ্যায়তনিক প্ৰশ্ন বুলি নভবা হ'ল। এটা পৰিষ্কাৰ ৰাজনৈতিক প্ৰশ্ন হিচাপে তেওঁলোকে অসমীয়া লিপিৰ প্ৰশ্নটো তুলি ধৰিলে। বডোসকলৰ যি অংশই প্ৰকৃততে নিজকে অসমীয়া সমাজখনৰ লগত বিলীন কৰি দি অসমীয়া সমাজখন চহকী কৰিলে তেওঁলোকে নিজকে ৰোমান লিপিৰ সমৰ্থক বুলি নাভাবে। প্ৰসংগতঃ উল্লেখযোগ্য যে তথাকথিত উদয়াচলৰ দাবীৰ পৰা বডো ভাষা তথা বডো ভাষাৰ বাবে ৰোমান লিপিৰ দাবীক পৃথক ভাবে চাব পৰা নাযায়। ইযাৰ মূল চৰিত্ৰ ৰাজনৈতিক। বডো সাহিত্যিক তথা ভাষাবিদসকলেও প্ৰথম স্মুৰ্কীযা ৰাজ্যৰ দাবীৰ লগত ৰোমান লিপিৰ দাবী একাকাৰ কৰি দেখুওৱা নাছিল আৰু অসমৰ বুদ্ধিজীৱীসকলৰ বুজন অংশই এই ৰোমান লিপিৰ দাবীৰ আঁৰত লুকাই থকা দাবীক ৰাজনৈতিক প্ৰকৃতিৰ বুলি স্বীকাৰ কৰিবলৈ অসুবিধা পাইছিল বা স্বীকাৰ কৰিব খোজা নাছিল।

উদাহৰণস্বৰূপে, ১৯৭৪ চনত অসম সাহিত্য সভাৰ উদ্যোগত হোৱা লিপি সম্পৰ্কীয় আলোচনাচক্ৰত অসম সাহিত্য সভাৰ সেই সময়ৰ এগৰাকী শীৰ্ষ স্থানীয় ব্যক্তি, আলোচনাচক্ৰৰ সঞ্চালক আৰু অসম সাহিত্য সভাৰ সভাপতি ড. মহেশ্বৰ নেওগ ডাঙৰীয়াই সাহিত্য সভাৰ

লিপি সম্পৰ্কীয় দৃষ্টিভংগী পৰ্যালোচনা কৰি বড়োসকলৰ লিপিৰ প্ৰশ্নত সুস্পষ্টভাবে কয় ঃ

"বড়ো ভাষাৰ লিপিৰ প্ৰশ্নটো বিশুদ্ধভাবে এটা একাডেমিক প্ৰশ্ন। সেই বিষয়ে আলোচনা কৰিবলৈ 'কোনো সাংবিধানিক বা নৈতিক অধিকাৰ'ৰ দাবী-দাবা অসম সাহিত্য সভাই আগ নবঢায়, যেনেকৈ অসমীয়া ভাষাৰ লিপিৰ গুণৰ-দোষৰ সম্পৰ্কে মেক্সিকো বা চাইবেৰিয়াত তুমুল আলোচনা হ'লেও সভাই আপত্তি নকৰে।"* প্ৰকৃততে অসমীয়া শিক্ষিত মধ্যবিত্তসকলে যি নিৰপেক্ষভাবে এটা লিপিৰ প্ৰশ্ন চৰ্চা কৰাটো উচিত বুলি ভাবিছিল, সেই নিৰপেক্ষতা পণ্ডিতসুলভ। বড়ো মধ্যবিত্ত শ্ৰেণীৰ বাবে এই পণ্ডিতসুলভ বিদ্যায়তনিক দৃষ্টিভংগী দৰ্কাৰ হোৱা নাছিল। বড়ো আৰু অসমীয়া ভাষাৰ মাজত থকা ধ্বনি-তত্বৰ ওচৰ সম্পৰ্কৰ বিষয়ে কৰা বিশ্লেষণ বিজ্ঞান-সন্মত হ'লেও বড়ো নেতাসকলে তাক ৰোমান লিপি আঁতৰাবৰ বাবে কৰা কৌশল বুলি ভাবিবলৈ ললে। অসমীয়া লিপি গ্ৰহণৰ পক্ষে যুক্তি প্ৰদৰ্শন কৰি ড. নেওঁগ দেৱে কৈছিল "বিদেশী মিছনেৰীসকলৰ উদ্যোগত নিজৰ লিপি নথকা পূৰ্বৰ অসমৰ জনজাতিসমূহৰ ভাষাৰ বাবে ৰোমান লিপি প্ৰয়োগ কৰা হৈ আহিছে।" "কিন্তু এই বিলাক ভাষাত সৌন্দৰ্য আৰু শক্তি থকা একোটি সাহিত্য এতিয়াও হৈছে বুলি ক'ব নোৱাৰি। আনফালে অসমীয়া-বঙলা লিপি গ্ৰহণ কৰা সমগোষ্ঠীৰ ভাষা নৈতে বা মণিপুৰীত এক পুৰঠ সাহিত্য হৈছে।" ড. নেওগদেৱে ভাৰতীয় সংস্কৃতিৰ জীৱন গোটাই চহকী হোৱাৰ আশা ৰাখি বড়োসকলক অসমীয়া লিপি গ্ৰহণ কৰাৰ পৰামৰ্শ দিছিল। ড. মহেন্দ্ৰ বৰাই উক্ত আলোচনাচক্ৰতে সমস্যাটোৰ চৰিত্ৰ বিদ্যায়তনিক বুলি উল্লেখ কৰিছিল আৰু ই ৰাজনৈতিক ৰূপ পৰিগ্ৰহ

* ডঃ মহেশ্বৰ নেওঁগ, বড়ো ভাষাৰ লিপিৰ সম্পৰ্কত অসম সাহিত্য সভা, 'অসমৰ লিপি সমস্যা, অসম সাহিত্য সভা, পৃঃ ৩-৪। প্ৰথম তাণ্ডৱণ।

কৰাৰ বিপদ বোধ কৰাৰ কথা কৈছিল : "অসমৰ প্ৰতিটো জনজাতীয় ভাষাৰে প্ৰয়োজনীয়তা খৰচি মাৰি আলোচনা হ'ব লাগে। ক'ৰবাত যদি কিবা ছিদ্ৰ আছে, সিবিলাকৰো ভূ-ভা ল'ব লাগে। সেয়ে হ'লে, এটা সম্পূৰ্ণ বিদ্যায়তনিক প্ৰশ্নই সময়ত ৰাজনৈতিক প্ৰশ্নলৈ ৰূপান্তৰিত হোৱাৰ সম্ভাৱনা বোধ কৰিব পৰা যাব।"* অসমৰ বুদ্ধিজীৱী শ্ৰেণীৰ এই নিৰপেক্ষ দৃষ্টিভংগীয়ে কিন্তু বড়ো মধ্যবিত্ত শ্ৰেণীৰ উগ্ৰতা আৰু বিচ্ছিন্নতাৰ উপশম ঘটাব নোৱাৰিলে। বৰং তেওঁলোকে বড়ো ভাষা ৰোমান লিপিত লিখাৰ দাবীত শেষলৈকে লাগি থাকিল, উদয়াচলৰ দাবীও ক্ৰমশঃ তীব্ৰ হৈ উঠিল, অসমৰ এক বিশেষ ৰাজনৈতিক পটভূমিত বড়ো ভাষাক অসমৰ এটা সহযোগী ভাষা হিচাপে স্বীকৃতিও আদায় কৰিলে। এই ঘটনা প্ৰৱাহে প্ৰমাণ কৰে যে অসমীয়া বুদ্ধিজীৱী মহলে বুজা আৰু বড়ো মধ্যবিত্ত শ্ৰেণীয়ে বিচৰা দাবীৰ মাজত পাৰ্থক্য আছে। বড়ো মধ্যবিত্ত শ্ৰেণীযে নিজৰ সকলো দুৰ্বলতা, অদূৰদৰ্শীতা আৰু বিচ্ছিন্নতাৰ দোষত দোষী হোৱা স্বত্বেও নিজকে সুকীয়া জাতি বুলি চিহ্নিত কৰিবলৈ চেষ্টা কৰিছে আৰু সুকীয়া ৰাজ্যৰ দাবী কৰিছে। অসমীয়া মধ্যবিত্ত শ্ৰেণী আৰু সমগ্ৰ অসমীয়া জাতিৰ বাবেই এনে বিচ্ছিন্নতামূলক প্ৰৱণতা বোধগম্য হোৱা নাই।

ভাষাৰ লিপিৰ প্ৰশ্নত অৱশ্যে অসম সাহিত্য সভাৰ দৃষ্টিভংগীও ক্ৰমান্বয়ে উদাৰ হৈছে—অৰ্থাৎ অৱস্থাক স্বীকাৰ কৰি লৈছে। মিছিং, কাৰ্বি আদি জনগোষ্ঠীৰ ক্ষেত্ৰত আগৰ দৰে অসমীয়া লিপি ল'বই লাগিব বুলি আজি জোৰ দি কোনেও নকয়।

তথাপি এই কথা স্বীকাৰ কৰিবই লাগিব যে বড়ো তথা আন জন-জাতিৰ ক্ষেত্ৰত থকা সুকীয়া সুকীয়া ভাষাৰ ক্ষেত্ৰত প্ৰত্যেকটো ভাষাকে শিক্ষাৰ মাধ্যম হিচাপে দাবী কৰিবলৈ যোৱাটো এফালে সম্ভৱ নহয়, আনফালে তেনে ভাষাৰ নিজা বিকাশ প্ৰক্ৰিয়া আৰু

* উক্ত গ্ৰন্থ, পৃঃ ২১।

কিছুদূৰ অগ্রসৰ নহ'লে ( বিশেষকৈ ব্যাকৰণ আৰু লিপিৰ ক্ষেত্ৰত ) শিক্ষাৰ মাধ্যম হিচাপে প্ৰতিটো জন-জাতিৰ ভাষা সহজে প্ৰচলন কৰিব পৰা নাযায়। তাৰ ফলত জনসাধাৰণৰ লাভতকৈ লোকচানৰ ভয় বেছি আছে। জনসংখ্যাৰ ফালৰপৰা কিছু শক্তিশালী জনগোষ্ঠী বড়ো, মিছিং, কাৰ্বিৰ ক্ষেত্ৰত নিজা ভাষা উন্নত কৰাৰ সম্ভাৱনা উজ্জ্বল। ৰাভা, তিওৱা, দেউৰী—এই তিনিটা জনগোষ্ঠীৰ ক্ষেত্ৰতো উপযুক্ত পটভূমি পালে ভাষাৰ উন্নতি কিছুদূৰ সম্ভৱ। ইয়াৰ বাহিৰে বাকী জনগোষ্ঠীসমূহ সম্পূৰ্ণৰূপে সংমিশ্ৰিত হৈ বিভিন্ন উপনৈৰ পানীৰ দৰে বিলীন হৈ আছে। চেষ্টা কৰিলেও স্বকীয়া ভাষা এটা কৃত্ৰিমভাবে জাপি দিব পৰা নাযায়।

## জাত বিচাৰ আৰু সাম্প্ৰদায়িক সমস্যা

বৰ্তমান অসমৰ সাংস্কৃতিক জীৱনত বিভাজন চূড়ান্ত হৈছে। বিভাজন হৈছে বহুমুখী, বহু দিশলৈ তৰাং আৰু ধ্বংসকাৰী ইয়াৰ গতি। জাত, ভাষা আৰু ধৰ্মৰ ভিত্তিত এই বিভাজন প্ৰক্ৰিয়া জটিল আৰু বহুক্ষেত্ৰত কিছুমান জনগোষ্ঠীৰ মাজত ওপৰা-ওপৰি আৰু দেখাত দুৰ্বোধ্য। উদাহৰণস্বৰূপে আহোমৰ ক্ষোভ জাতিগত ( National ) নে ভাষাগত ( Linguistic ) নে জাত-ভিত্তিক ( caste based ) ই এতিয়াও অস্পষ্ট। কিছুমানে ভাবে আহোম এটা স্বকীয়া জাতি—স্বকীয়াভাবে উজনি অসমত এখন ৰাজ্য লাগে। কিছুমানে ভাবে ভাষা ( মান-তাই ) ৰ সংৰক্ষণ লাগে—তাই ভাষাক সহযোগী ভাষা হিচাপে ( বড়োৰ দৰে ) স্বীকৃতি দিব লাগে। কিছুমানে ভাবে আহোমক জনজাতি হিচাপে স্বীকৃতি দিব লাগে। আন বহু সম্প্ৰদায়ৰে এই দুৰৱস্থা। অৱশ্যে এনে দুৰ্বোধ্যতা থকা স্বত্বেও আমি দেখা পাওঁ অসমৰ জনগোষ্ঠীসমূহৰ মাজত বৰ্তমান অতি চূড়ান্ত আৰু ভয়াবহ ৰূপত জাত, ধৰ্ম আৰু ভাষাৰ ভিত্তিত বিভাজন হৈছে।

জাত ( caste )ৰ ক্ষেত্ৰত বিভাজন হৈছে সকলোৰে বিৰুদ্ধে সকলোৰে। স্বাভাৱিক কাৰণতে অসমত কোনো এটা জাতেই ( বড়ো-কছাৰী, আহোম, কোঁচ, কলিতা আদি ) নিজকে নীচ বুলি নাভাবে। প্ৰত্যেকেই নিজৰ নিজৰ ঐতিহ্যৰ দোহাই দি এখোপ ওপৰত থাকিব খোজে। ইয়াৰ ফলত দেখা গৈছে বিদ্বেষ, সকলোৰে বিৰুদ্ধে সকলোৰে। নিৰ্বাচনৰ ক্ষেত্ৰত নাইবা আন্দোলনৰ ক্ষেত্ৰত, নিযোগৰ ক্ষেত্ৰত আৰু বিভিন্ন সংগঠনৰ মাজত এনে বিভাজন গা-কৰি উঠিছে। প্ৰত্যেকেই নিজৰ নিজৰ জাতৰ নেতৃত্ব প্ৰতিষ্ঠা হোৱাত জোৰ দি আহিছে। এই জাত বিচাৰ আনকি ৰাজনীতিৰ পৰ্যায়লৈ নিবলৈও এটা মহলে চেষ্টা কৰিছে আৰু আংশিকভাবে হ'লেও সফল হৈছে। এগৰাকী তৰুণ বুদ্ধিজীৱীয়ে, নিজে যদিও সাম্যবাদত বিশ্বাস কৰে তথাপি জাত বিভাজনৰ এই প্ৰক্ৰিয়াটোত তথাকথিত কিছুমান 'উচ্চ জাত'ৰ ক্ষমতা বিস্তাৰৰ প্ৰক্ৰিয়াটোক মূল্যায়ণ কৰিছে এইদৰে : "লৌহিত্যৰ দুয়োপাৰে আজি আৰু কিৰাত-কছাৰী-কোঁচ-আহোমৰ ৰাজত্ব নাই। তাৰ ঠাইত জনৰ প্ৰতীক 'গণেশ'ৰ কান্ধত উঠি ক্ষমতাৰ শিখৰত আৰোহণ কৰিছে উচ্চ বৰ্ণজাত মনুৰ পুত্ৰ-পুত্ৰীসকল।" শ্ৰীকিশোৰী মোহন শৰ্মাৰ বিশ্লেষণৰ* লক্ষ্য তথা ৰাজনৈতিক উদ্দেশ্যৰ বিষয়ে মই ক'ব খোজা নাই। মানুহে ৰাজনৈতিক উদ্দেশ্যত জনগণৰ মাজত থকা যি কোনো বিভাজনকে নিজৰ সুবিধাৰ বাবে ব্যৱহাৰ কৰিব পাৰে। জনগণৰ মাজত থকা দ্বন্দ্ব ( Contradiction ) সুব্যৱহাৰ কৰি যিসকলে বিপ্লৱ কৰাৰ কথা ভাবিছে। তেওঁলোকে মূলতঃ নিজৰ দল আৰু সংগঠন সাম্প্ৰদায়িক চিন্তাৰ পৰা উৰ্দ্ধত ৰাখিবই লাগিব। মূল শোষক শ্ৰেণীৰ চৰিত্ৰ জনগণক দেখুৱাই দিযাই হ'ব লাগে জনগণৰ প্ৰকৃত মিত্ৰ সাংস্কৃতিক কৰ্মীৰ দায়িত্ব।

---

* দ্ৰষ্টব্য : মানৱতাৰ বধ্যভূমি বৰ্ণবাদী ভাৰতত এভূমুকি, কিশোৰীমোহন শৰ্মা, পৃঃ ৬৩, ১৯৮৬ চন।

কিন্তু জনগণৰ মাজত থকা বিভাজনক কেৱল ক্ষণিকৰ উত্তেজনাত কিছুমান জাতৰ বিৰুদ্ধে পৰিচালিত কৰিলে তাৰ ফলাফল ভয়াবহ হ'ব পাৰে। ব্যক্তিগতভাৱে মই বিশ্বাস কৰোঁ যে জাতৰ ভিত্তিত বা সম্প্ৰদায়ৰ ভিত্তিত বামুন আৰু কলিতাকে অসমৰ শোষক বুলি দেখুৱাবলৈ কৰা চেষ্টা বিদ্বেষপূৰ্ণ আৰু ফেচিবাদী আদৰ্শৰ নামান্তৰ, ই বামুন আৰু কলিতাৰ জাত-চৰিত্ৰ বঢাবহে, নকমায়। সংঘাত বঢাব, নকমায়। সাম্প্ৰদায়িক আক্ৰমণ বঢাব, নকমায়। কিন্তু বৰ্তমান সময়ৰ যিটো অৱস্থা তাক যেন উক্ত গ্ৰন্থত আংশিকভাৱে হ'লেও প্ৰতিফলিত কৰিছে, বৰ্তমান সময়ত জাতৰ ভিত্তিত চিন্তা কৰিবলৈ লোৱা মানুহখিনিৰ চৰিত্ৰ অন্ততঃ উক্ত গ্ৰন্থত চিহ্নিত কৰিছে। আও-পকীয়া ভাবে জাতৰ ভিত্তিত যি ৰাজনৈতিক বিভাজন হৈছে তাকো প্ৰকাশ কৰিছে।* প্ৰকৃততে অসমত জাতৰ চৰিত্ৰৰ উত্থান-পতন ঐতিহাসিক ভাবে হৈ আহিছে। আহোমৰ এই উত্থান-পতনৰ বিষয়ে স্থানান্তৰত আমি উল্লেখ কৰি আহিছোঁ। ৰাজতন্ত্ৰৰ উত্থানৰ যুগত এই জাতটো ক্ষত্ৰিয় হৈছিল। ইংৰাজৰ দিনত প্ৰথম অনুসূচীত জাতৰ লগত সমস্থানত থাকিবলৈ বিৰোধীতা কৰি ক্ষত্ৰিয়ত্ব দাবী কৰিছিল। পিছত পুনৰ স্বকীয়া ভোটাৰ তালিকা বিচাৰিছিল আৰু স্বকীয়া সংৰক্ষিত আসন বিচাৰিছিল। পুনৰ বৰ্তমান জনজাতিৰ সুবিধা একাংশই বিচাৰিছে। ৰাজতন্ত্ৰৰ উত্থানৰ যুগত কোঁচ-কছাৰী দুয়োটাই শিৱৰ বংশধৰ কিম্বা ভীমৰ বংশধৰ আৰ্যীকৃত ক্ষত্ৰিয় হৈছিল কিম্বা ব্ৰাত্য হৈছিল। ৰাজতন্ত্ৰৰ পতনৰ যুগত পুনৰ পতন। চুতীয়াসকল আছিল কুবেৰ প্ৰদত্ত সম্পত্তি প্ৰাপ্ত উচ্চ জাত! ৰাজতন্ত্ৰৰ পতনৰ

---

* উক্ত গ্ৰন্থত শৰ্মাই প্ৰকাশ কৰিছে: "বৰ্তমানে কমিউনিষ্ট আন্দোলনৰ ভিতৰত চি পি আই (এম-এল) ৰ অস্থায়ী কেন্দ্ৰীয় কমিতিয়ে প্ৰশ্নটোক গুৰুত্ব সহকাৰে বিবেচনা কৰিবলৈ লৈছে আৰু আমাৰ দেশত এতিয়াও আধুনিক শ্ৰেণী সংগ্ৰাম আৰু জাতি সংগ্ৰামৰ প্ৰশ্নটোক আন্তঃসংযুক্ত বুলি চিহ্নিত কৰিছে।"— উক্ত গ্ৰন্থ, পৃঃ ৬।

যুগত পুনৰ পতন। ইংৰাজৰ দিনত আৰু তাৰো পিছত ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱত শূদ্ৰসকলৰ ভিতৰত উচ্চজাত বুলি ভবা কলিতা আৰু কায়স্থ-সকলে যে কিছু সা-সুবিধা অদমত পোৱা নাই সেইটো নহয়। ইয়াৰ প্ৰতিক্ৰিয়া হিচাপে অনুসূচীত আৰু পিচপৰা সম্প্ৰদায়ৰ নেতা কংগ্ৰেছ দলৰ লোকসকলে সুদীৰ্ঘকাল ৰাজত্ব কৰিলে। শৰৎ সিংহ, যোগেন্দ্ৰ নাথ হাজৰিকা, হিতেশ্বৰ শইকীয়া, আনোয়াৰা তাইমুৰ—তাৰো আগতে, মইনুল হক চৌধুৰী, ৰূপনাথ ব্ৰহ্ম, ৰণেন বসুমাতাৰী, চন্দ্ৰসিং তেৰণ আদি অসমৰ অপ্ৰতিদ্বন্দ্বী নেতা হিচাপে প্ৰতিষ্ঠিত হৈ ৰাজপাট খাই গৈছে। ব্ৰাহ্মণ, কায়স্থ তথা কলিতাৰ মেৰুদণ্ড বুলিলে আমি ক'ব লাগিব বিমলা প্ৰসাদ চলিহা, বিষ্ণুৰাম মেধি, দেবকান্ত বৰুৱা, দেবেশ্বৰ শৰ্মা, সিদ্ধেশ্বৰ শৰ্মা আদিৰ কথা ক'ব লাগিব। ব্যক্তিগত আৰু ৰাজনৈতিক জীৱনত এইসকলৰ এজনেও নিজে কোনো সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব দাবী কৰা নাই। প্ৰকৃততে ভাৰতৰ বৰ্তমান ৰাজনৈতিক-অৰ্থনৈতিক ব্যৱস্থাত জন-জাতি, অজন-জাতি, তথাকথিত আৰ্য, অনাৰ্য আদি সকলো জনগোষ্ঠীৰে কিছুমান মানুহে সা-সুবিধা আদায় কৰিছে, তাক অস্বীকাৰ কৰাৰ উপায় নাই। আনকি অগপ দলৰ প্ৰফুল্ল মহন্ত ( কায়স্থ ), ভৃগু ফুকন ( ব্ৰাহ্মণ ) ৰ সম-পৰ্যায়ৰ আন বহুতো মন্ত্ৰী আছে যি সকলৰ জাত ব্ৰাহ্মণ বা কায়স্থ নহয়। হিতেশ্বৰ শইকীয়া, গোলাপ বৰবৰা, শৰৎ সিংহতকৈ প্ৰফুল্ল মহন্তই বেছি শোষক বা বেছি নিপীড়ক শ্ৰেণীৰ প্ৰতিনিধিত্ব কৰিছে বুলি ক'ব পৰা নাযায়। অসমীয়াক জাতি ( Nation ) বুলি কলে লজ্জিত হোৱাসকলে জাত ( caste ) ৰ ভিত্তিত এইদৰে মানুহ চিহ্নিত কৰিবলৈ যোৱাটো প্ৰগতিশীলতাটো নহয়েই—বৰং জাত বিভাজনৰ জৰিয়তে অসমীয়া জাতিটোৰ মেৰুদণ্ড ভাঙিব খোজা বিভাজনবাদী বুলি কোৱাৰ বাহিৰে আমাৰ উপায় নাই। অসমৰ বুকুত যি চক্ৰই শোষণ চলাই আহিছে তাত উক্ত ব্যক্তিসকলৰ প্ৰত্যেকৰে কম-বেছি অৰিহণা আছে, জাতৰ পাৰ্থক্য থকা কাৰণেই কোনোবাজন উক্ত ব্যৱস্থাটোৰপৰা বাহিৰত

নহয়। জাতৰ ভিত্তিত যিসকলে বিবেচনা কৰে সেইসকলৰ চূড়ান্ত নিদৰ্শন দাঙি ধৰি অসম আন্দোলনৰ সময়ত এখন বহু বিতৰ্কিত পুস্তিকাৰ জৰিয়তে জনৈক বিজয়কৃষ্ণ গগৈয়ে উল্লেখ কৰিছিল :

"ভাৰত স্বাধীন হোৱাৰ দিন ধৰি ১৯৭১ চনলৈকে এই ২৪ বছৰীয়া কালছোৱাত এইসকল তথাকথিত অসমীয়া শাসনকৰ্তাই আহোম-সকলৰ ককাল ভাঙিলে। ১৯৪৯-৫০ চনত Communist Operation-ৰ নামত ৰোৱা-তোলা কৰিবলৈ যোৱা, মাছ ধৰিবলৈ যোৱা, খৰি কাটিবলৈ যোৱা, গৰু ম'হ ৰাখিবলৈ যোৱা আদি আহোম মানুহৰ ডেকা-গাভৰু, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলোৰে ওপৰত বয়স বিচাৰ নকৰি উৎপীড়ন চলালে। এনে অত্যাচাৰৰ প্ৰকোপত বহুতো আহোমে আহোম বুলি কোৱা দূৰৰ কথা, ভয়ত নিজৰ উপাধিকো বদলি কৰিব লগা হৈছিল।" "১৯৬১ চনৰ পৰা ১৯৭১ চনলৈকে অসমত যিমান-বিলাক গেজেটেদ অফিচাৰ নিয়োগ কৰা হ'ল তাৰ ভিতৰত এক বিশেষ শ্ৰেণীৰ চক্ৰান্তকাৰী অসমীযা লোকে ৫৮% ভাগৰপৰা ৬০% ভাগ পৰ্যন্ত নিযুক্তি লাভ কৰিছে। আনহাতে অসমৰ ১ কোটি ৪৭ লাখ ( ১৯৭১ ) জনগোষ্ঠীৰ ভিতৰত এক কোটিতকৈ বেচি ৩০-টাতকৈ অধিক জাতি-উপজাতিৰে গঠিত অন্যান্য পিছপৰা শ্ৰেণীসমূহৰ জনগোষ্ঠীৰপৰা এনে গেজেটেদ চাকৰিয়াল নিযুক্তি দিয়া হৈছে মাত্ৰ ২০% ভাগতকৈ কম। বাকী জন-জাতি আৰু অনুসূচীত জন-জাতিসকলৰ সাংবিধানিক ৰক্ষণা-বেক্ষণ থকা স্বত্বেও এনে চাকৰিৰ নিযুক্তি অতি দুখ লগা।"* আহোম আৰু আন জনগোষ্ঠীসমূহৰ বিৰুদ্ধে ইংৰাজৰ দিনৰেপৰা অধিক সা-সুবিধা আদায় কৰা আৰু শিক্ষা-দীক্ষা গ্ৰহণ কৰা, কংগ্ৰেছ দল গঠনত আগ-ভাগ লোৱা লোকসকলে অসমত কংগ্ৰেছ চৰকাৰৰ মন্ত্ৰী হোৱা আৰু সা-সুবিধা আদায় কৰাত আশ্চৰ্যান্বিত হ'বলগীয়া একো নাই। ইয়েই সমাজৰ আৰ্থ-ৰাজনৈতিক

* অসমত আন্দোলন আৰু আহোমৰ স্থান, ১৯৮০, বিজয়কৃষ্ণ গগৈ, পৃঃ ৯।

চৰিত্ৰ। জাত-বিচাৰ চূড়ান্ত সংকীৰ্ণ পৰ্যায়লৈ নিনি এনে সমস্যা সমাধানৰ ক্ষেত্ৰত ৰাজনৈতিক, অৰ্থনৈতিক তথা সামাজিক ক্ষেত্ৰত নিষ্পেষিত জাতসমূহৰ ক্ষেত্ৰত থকা বাধাসমূহ দূৰীভূত কৰা প্ৰয়োজন। তাকে নকৰি অবৈজ্ঞানিক বিশ্লেষণৰ আশ্ৰয় ললে শেষত তেজ ( Blood ) ৰ মহত্বৰ আশ্ৰয় ল'ব লগা হয়। উক্ত গগৈদেৱেও উৎস উল্লেখ নকৰা ভাবে কৈছে : "সেযেহে আহোমসকলৰ জাতীয় চৰিত্ৰ আৰু বৈশিষ্ট্যৰ লগত আন অসমীয়া লোকৰ মাজত জাতীয় চৰিত্ৰ ভিন্ন ভিন্ন দেখা যায। আনকি এজন বৈদেশিক চিকিৎসা বিজ্ঞানীৰ মতে আহোমসকলৰ তেজৰ ঘনত্ব আন সকল অসমীয়াৰ ঘনত্বতকৈ বেছি।"* প্ৰকৃততে এনে বক্তব্যৰ ঐতিহাসিক তাৎপৰ্য্য নাই। কাৰণ, আহোমসকলে অতি ব্যাপক ভাবে আন্তঃসাম্প্ৰদায়িক বিবাহ কৰিছিল আৰু জাত ব্যৱস্থা জোৰপূৰ্বক তুলি দিবৰ বাবেও আহোমৰ আটাইতকৈ বলিষ্ঠ ৰজাজনে চেষ্টা কৰিছিল। অসমীযা জাতিৰ বিকাশৰ ক্ষেত্ৰত যি ৰাজনৈতিক আৰু অৰ্থনৈতিক ভিত্তি দৰ্কাৰ আছিল—তাৰ মূল শক্তি যোগান ধৰিছিল আহোমসকলে। তেজৰ মাহাত্ম্যতকৈ আহোমৰ অৱদান আছে তেওঁলোকৰ বীৰত্ব, উদাৰতা আৰু সাংগঠনিক প্ৰতিভাতহে, আৰু এই প্ৰতিভাৰ বাবে ছযশ বছৰ ধৰি অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত এটা বলিষ্ঠ ভিত্তি ৰচনা কৰি যাবলৈ সক্ষম হৈছিল। আহোমৰ অৱদানৰ বিষযে এচাম মানুহে বিকৃত কৰিবলৈ চেষ্টা কৰিছে যেনেকৈ, ঠিক তেনেকৈ অনা-আহোম পণ্ডিত সূৰ্যকুমাৰ ভূঞাৰ পৰা আৰম্ভ কৰি গোলাপচন্দ্ৰ বৰুৱালৈকে—অনেক সুধীজনে আহোমক উপযুক্ত স্থানো দি গৈছে। কিন্তু জাত বিচাৰৰে পৰিচালিত হ'লে মানুহে মুদ্ৰাৰ এপিঠি দেখাৰ দৰে আনটো পিঠি দেখা নাপায়, নিজৰ সম্প্ৰদায়টোৰ মহত্ব, উদাৰতা আৰু জ্ঞান-গৰিমাৰ ঠাইত সংকীৰ্ণতাক শ্ৰেষ্ঠতৰ বুলি দেখুৱাবলৈ চেষ্টা কৰা হয়। আমি এই কথা দোহৰা প্ৰয়োজন নাই যে অসমত ব্ৰাহ্মণ্য ধৰ্ম তথা বৈষ্ণৱ ধৰ্ম উভয়ৰে ভিত্তি

* উক্ত পুস্তিকা, পৃঃ ১৩।

দৃঢ় কৰাত আহোম, কোঁচ আৰু কছাৰীৰ যিমান অৱদান আন কাৰো সিমান অৱদান নাই। নিজৰ ৰাজতন্ত্ৰৰ স্বাৰ্থ ৰক্ষাৰ বাবে আহোম, কোঁচ, কছাৰী প্ৰত্যেকেই এ সময়ত নিজৰ নিজৰ পৰম্পৰাগত ধৰ্ম পৰিহাৰ কৰি ব্ৰাহ্মণ্য ধৰ্মক আদৰি লৈছিল আৰু তাৰ সুপ্ৰতিষ্ঠাৰ বাবে ভেটি-মাটি, সম্পত্তি, পাইক আদি দি, সত্ৰৰ পৃষ্ঠ-পোষকতা কৰি ধৰ্মও ৰখিছিল আৰু নিজেও তাৰ আলমত একটা খোৱাৰ বাবে সামাজিক ভিত্তি ৰচনা কৰি লৈছিল।* ৰাজতন্ত্ৰ আৰু ব্ৰাহ্মণ্য ধৰ্ম উভয়ে উভয়ক চহকী কৰিছিল। বড়োসকলৰ ক্ষেত্ৰত দেখা যায় আহোমসকলৰ আগতেই তথাকথিত ব্ৰাহ্মণ্য ধৰ্মক এওঁলোকে আদৰি লৈছিল আৰু নিজকে সংস্কৃত কৰি নতুন নতুন জাতৰ জন্ম দি গৈছিল—ভিন্ন ভিন্ন সময়ত।

এসময়ত আহোম, কোঁচ, কছাৰীয়ে ৰাজত্ব কৰিছিল কাৰণে এতিয়াও ব্ৰহ্মপুত্ৰৰ উত্তৰে-দক্ষিণে আহোম, কোঁচ, কছাৰীয়ে ৰাজত্ব কৰিব লাগিব বুলি যদি কোনোবাই ভাবেও তাৰদ্বাৰা ইতিহাসৰ গতি অৱশ্যেই সলনি নহয়। প্ৰকৃততে আমি দেখা পাওঁ আৰ্থ-সামাজিক ক্ষেত্ৰত দেখা দিয়া সমস্যাবোৰৰ সমাধান বিলম্বিত হোৱা বাবেই এনে সমস্যা গা-কৰি উঠিছে।

এক ন-অসমৰ প্ৰস্তাৱনাৰে অসমক 'পুনৰ্গঠন' কৰিবখোজা আৰ্মকা (অসম সংযুক্ত সংৰক্ষণ আন্দোলন পৰিষদ)-ৰ কৰ্মসূচীৰ বক্তব্যৰ ওপৰত নিৰপেক্ষ বিশ্লেষণ কৰিলে আমাৰ চকুত পৰে যে মূলতঃ আৰ্থ-সামাজিক তথা সাংস্কৃতিক ক্ষেত্ৰত জনগোষ্ঠীসমূহৰ কিছুমান হেচা থাই থকাটোৱেই বিক্ষোভৰ মূল কাৰণ। উক্ত সংগঠনৰ ১৯৮৭ চনত বহা অভিবৰ্তনত গৃহীত কৰ্মসূচী আৰু সংবিধানত দেখুওৱা হৈছে যে

* ব্ৰাহ্মণ্য ধৰ্ম উগ্ৰভাবে গ্ৰহণ কৰাৰ পৰিণতিস্বৰূপে আহোমৰ নিজৰ মাজতে নিম্ন বৃত্তি আৰু উচ্চ বৃত্তিৰ বিভাজনৰ ফলত তথাকথিত নিম্নজাতৰ ধাৰণা সোমাইছিল, নিজৰে এটা অংশ চাওদাঙক নিম্নজাত বুলি ভাবিবলৈ লৈছিল।— গ্ৰন্থকাৰ।

বৰ্ণ হিন্দুসকলৰ দখলত নিযোগৰ বুজন অংশ কেন্দ্ৰীভূত হৈছে। চৰকাৰী পৰিসংখ্যাৰ ভিত্তিতেই উক্ত সংগঠনেও নিজৰ দাবী পেচ কৰিছে। বক্তব্য প্ৰকাশৰ উগ্ৰতা আৰু সমস্যা সমাধানৰ ক্ষেত্ৰত থকা আংশিক বিশ্লেষণৰ দুৰ্বলতা থকা স্বত্বেও আমি দেখা পাওঁ প্ৰথম শ্ৰেণীৰ চাকৰিৰ ক্ষেত্ৰত মুঠ ৬৯·০৩ শতাংশ চাকৰি বৰ্ণহিন্দুৰ নিয়ন্ত্ৰণত (অনুসূচীত জনজাতি, অনুসূচীত সম্প্ৰদায়, অন্যান্য পিছপৰা সম্প্ৰদায় আৰু মুছলমান বাদ দি), দ্বিতীয় শ্ৰেণীৰ চাকৰিৰ ক্ষেত্ৰত ৫৮·৩৩ শতাংশ (১৯৮৫) বৰ্ণহিন্দু নিযন্ত্ৰণত, তৃতীয় শ্ৰেণীৰ চাকৰি ৬৮·৩ শতাংশ আৰু চতুৰ্থ শ্ৰেণীৰ চাকৰিৰ ৬২·৯ শতাংশ বৰ্ণহিন্দুৰ নিয়ন্ত্ৰণত। মুঠ ৪৩টা চৰকাৰী বিভাগৰ এই তথ্য-পাতিয়ে দেখুৱাই যে জনগোষ্ঠী-সমূহৰ ভিতৰত কিছুমান নিযোগ ক্ষেত্ৰসমূহত বঞ্চিত হৈছে। তাই আহোম যুৱ সংগঠন (চ-ফ্ৰং বাও-তাই-মুঙ্যাহুন) ৰ তৰফৰ পৰা প্ৰকাশ কৰা তথ্য-পাতি অনুসৰিও মূলতঃ বৰ্ণহিন্দুযে নিয়োগ ক্ষেত্ৰত প্ৰাধান্য বিস্তাৰ কৰি আছে। "অনুসূচীত জাতি-জনজাতি, অন্যান্য পিছপৰা শ্ৰেণী আটাযে মিলি প্ৰথম শ্ৰেণীৰ মাত্ৰ ৪৪৮টা চাকৰি পাইছে,...... অন্যান্যসকলে অকলেই ৯৯৯টা চাকৰি পাইছে। এই অন্যান্যসকল উচ্চ বৰ্ণহিন্দু, যি সকলৰ জনসংখ্যা অসমীযাৰ মুঠ জনসংখ্যাৰ ১৩ শতাংশ মাত্ৰ।"*

প্ৰকৃততে বিভাজন বিচৰা সংগঠনসমূহৰ নিজা বক্তব্যৰ পৰাই প্ৰতিফলিত হয যে প্ৰকৃত সমস্যা অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষমতাৰ। শোষণভিত্তিক অৰ্থনৈতিক ব্যৱস্থাটোত ভূমিহীন কৃষকৰ হাতৰপৰা ভূমি গৈছে, নিবনুৱা সমস্যা বৃদ্ধি হৈছে, দৰিদ্ৰতা বৃদ্ধি হৈছে, একশ্ৰেণীৰ ব্যৱসাযী ঠিকাদাৰ, মহাজন আৰু পুঁজিপতি এই ব্যৱস্থাটোত দিনে দিনে চহকী হৈছে। এই পটভূমিত অনুসূচীত জাত আৰু সম্প্ৰদায়, দৰিদ্ৰ কৃষক তথা কৃষক শ্ৰেণী অধিক বঞ্চিত হৈছে। প্ৰতিজন মানুহেই কৰ্মসংস্থান পাব পৰা, শোষণহীন সমাজ এখনৰ অবৰ্তমানত,

* দ্ৰষ্টব্য : "মুকলি বিতৰ্ক হওক : বৰ্ণহিন্দুয়ে খালে" চেপ্তেম্বৰ, ১৯৮৭।

অৰ্থনৈতিক অনগ্ৰসৰতাৰ অনিবাৰ্য পৰিণতিস্বৰূপে অসমত জাত বিভাজনৰ তীব্ৰতা বৃদ্ধি পাইছে, ৰাজনৈতিকভাবে তাক একশ্ৰেণীৰ সুবিধাবাদী মানুহে পুঁজি কৰি লৈছে আৰু জাতগত বিভাজনে ঘৃণাৰ ৰূপ লৈছে।

অনুসূচীত জন-জাতিসমূহৰ ভিতৰত বেছি ভাগেই ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভিতৰত এটা স্বকীয়া ভাষাৰ মাধ্যমেদি সাংস্কৃতিক তথা অৰ্থনৈতিক আদান-প্ৰদানৰ জৰিয়তে ঐক্যবদ্ধ হৈ পৰিছিল। কিন্তু পুৰণি আহোম ৰাজ আৰু কোঁচ ৰাজ্যৰ ভিতৰত নথকা প্ৰান্তবাসী তথা বন্ধুভাৱাপন্ন জনগোষ্ঠীসমূহ ব্ৰহ্মপুত্ৰ উপত্যকাৰ এই প্ৰৱাহত বিলীন হোৱা নাছিল। ইংৰাজৰ দিনত অসম বাংলাদেশৰ ( বংগৰ ) লগত সংযুক্ত হোৱাৰ দৰে উক্ত পাৰ্বত্য আৰু প্ৰান্তবাসী জনগোষ্ঠীসমূহ অসমৰ ভিতৰত ইংৰাজে সুমুৱাই লৈছিল। একশ্ৰেণীৰ মধ্যবিত্ত অসমীয়াই এই পটভূমিতে উত্তৰ-পূৰ্বাঞ্চলৰ সমুদায় অংশক সামৰি বৃহত্তৰ অসমৰ কল্পনা কৰিছিল। কিন্তু উক্ত জনগোষ্ঠীসমূহৰ মাজত ভাষা-কৃষ্টিৰ বিকাশৰ ফলত এটা মধ্যবিত্তসুলভ প্ৰৱণতা গা কৰি উঠাৰ লগে লগে স্বকীয়াভাবে নিজৰ ৰাজ্য প্ৰতিষ্ঠা কৰাৰ আন্দোলনো গা-কৰি উঠে। অসমত অসমীয়া ভাষা ৰাজ্যভাষা কৰাৰ দাবী উঠাৰ লগে লগে— স্বাভাৱিক কাৰণতে উক্ত জনগোষ্ঠীসমূহে নিজৰ স্বকীয়া অস্তিত্ব ৰক্ষা কৰি অসমৰ বাহিৰত নিজৰ অৱস্থান নিশ্চিত কৰিলে। মেঘালয়, নগাৰাজ্য, মিজোৰাম আৰু অৰুণাচল ৰাজ্য স্বকীয়া হৈ যোৱাত প্ৰকৃততে আচৰিত হ'ব লগা একো নাই। পূৰ্বেও এই ৰাজ্যসমূহ অসমৰ মিত্ৰহে আছিল। অধীন নাছিল।

ব্ৰহ্মপুত্ৰ উপত্যকা আৰু বৰাক উপত্যকাৰ মধ্যবৰ্তী কাৰ্বি আৰু ডিমাছা অঞ্চল, ভূটান আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ মধ্যৱৰ্তী ঠেক ভূখণ্ডৰ বড়ো প্ৰধান অঞ্চলৰ বৈচিত্ৰ্য চকুত লগা। কাৰ্বি আৰু ডিমাছাসকলে অবিকশিত হ'লেও নিজৰ ভাষা আৰু কৃষ্টিৰ পৰম্পৰা নিজ নিজ অঞ্চলত জীয়াই ৰাখিবলৈ সক্ষম হৈছে। বড়োসকলৰো সেইদৰে নিজা ভাষা-কৃষ্টি নিজৰ অঞ্চলত অক্ষুণ্ণ আছে। ইয়াৰ বাহিৰেও লালুং

( তিওৱা ), মিছিং, দেউৰী আদি জনগোষ্ঠীৰ একাংশই এতিয়াও নিজৰ ভাষা-কৃষ্টি খামুচি ধৰি জন-জাতি পৰম্পৰা জীয়াই ৰাখিছে। সাংস্কৃতিক-ভাৱে এই জনগোষ্ঠীসমূহৰ নিজা ভাষা-কৃষ্টিৰ বিকাশ আৰু অস্তিত্ব ৰক্ষাৰ বাবে উপযুক্ত আৰ্থ-ৰাজনৈতিক ভিত্তিৰ বাবে দাবী বৰ্তমান বৃদ্ধি পাইছে। প্ৰকৃততে অসমত ব্ৰহ্মপুত্ৰ উপত্যকাত জনগোষ্ঠীসমূহ স্থানগত-ভাৱে বৰ্তমান সংমিশ্ৰিত। বড়ো অঞ্চলত ৰাজবংশী, কলিতা, মুছলমান, ডিমাছা অঞ্চলত কাৰ্বি, মান-তাই, কুকি-চীন ; কাৰ্বি অঞ্চলত কুকি-চীন, ডিমাচা, কছাৰী, মান-তাই, নগা, কলিতা , তিওৱা অঞ্চলত কলিতা, আহোম, নাথ, কৈৱৰ্ত ; মিছিং অঞ্চলত দেউৰী, চুতীয়া, আহোম, কলিতা, কৈৱৰ্ত ; দেউৰী অঞ্চলত আহোম, চুতীয়া, কলিতা, কৈৱৰ্ত ; আহোম অঞ্চলত চুতীয়া, মৰাণ, কলিতা, কৈৱৰ্ত আদি এনেদৰে মিশ্ৰিত হৈ আছে যে ইয়াত সম্প্ৰদায়গত ভিত্তিত বিভাজন এটা দুৰুহ কল্পনা মাত্ৰ। ই সাম্প্ৰদায়িক সংঘাত নকমাই, বঢ়াবহে।

অৰ্থনৈতিক সমস্যা ( ভূমি আৰু নিযোগ তথা ঔদ্যোগীকৰণ ) সমূহৰ সমাধান, ভাষাৰ বিকাশ সাধন আৰু সাংস্কৃতিক ৰক্ষণা-বেক্ষণৰ বাবে উপযুক্ত ব্যৱস্থাৱলী গঢ়ি তোলাৰ ওপৰতে প্ৰকৃততে সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক জীয়াই ৰখাটো নিৰ্ভৰ কৰিছে। এই ক্ষেত্ৰত অসমৰ তথাকথিত মধ্যবিত্ত শ্ৰেণীৰ নিজ নিজ জাত-প্ৰীতি বৰ্জনীয়। অবৈজ্ঞানিক আৰু শঠতাপূৰ্ণ চিন্তাৰে পৰিচালিত হ'লে অসমৰ মধ্যবিত্ত শ্ৰেণীয়ে কোনো দিনেই এটা শান্তিপূৰ্ণ পৰিবেশ ৰচনা কৰিব নোৱাৰে। অসমৰ বৰ্ণ-হিন্দু ৰাজনৈতিক নেতা তথা মন্ত্ৰীসকলে দলমত নিৰ্বিশেষে ক্ষয়িষ্ণু আদৰ্শৰে পৰিচালিত সত্ৰসমূহৰ ধৰ্মীয় নেতৃত্বৰ প্ৰতি আস্থা প্ৰকাশ, সত্ৰ-সংঘৰ ৰাজনীতিৰ প্ৰতি পৃষ্ঠপোষকতা তথা জাত-ভিত্তিক বিভিন্ন প্ৰৱণতাৰ প্ৰতি পৃষ্ঠপোষকতাৰ এশ-এবুৰি উদাহৰণ এই ক্ষেত্ৰত দাঙি ধৰিব পৰা যায়। প্ৰকৃততে এনে প্ৰৱণতাই বিভিন্ন জনগোষ্ঠীৰ মাজত সমন্বয় বৃদ্ধি নকৰে, বৰং অবিশ্বাস আৰু সংঘাতহে বৃদ্ধি কৰে।

প্ৰকৃততে দেখা যায় সুদীৰ্ঘকাল ধৰি এক স্থানুধৰ্মী শাসন-ব্যৱস্থা

চলি থকাৰ ফলত জন-জাতিসমূহৰ মাজত স্বাভাৱিক গতিৰে লাভ কৰা বিকাশৰ স্বীকৃতি দিবলৈ অসমৰ চৰকাৰ তথা ভাৰত চৰকাৰ কোনো দিনেই সক্ষম হোৱা নাছিল। অসমৰ সাহিত্য সভা তথা আন মধ্যবিত্তপুষ্ট সংগঠনসমূহে ধীৰে ধীৰে হ'লেও বড়ো তথা আন জন-জাতিসমূহৰ ভাষা-কৃষ্টিৰ বিকাশৰ স্বকীয় প্ৰয়োজনীয়তা মানি লয়। বড়ো ভাষা প্ৰথম আৰু তাৰ পিছত মিছিং ভাষাও শিক্ষাৰ মাধ্যম হিচাপে প্ৰযোগ কৰা হয়।

লিপিৰ ক্ষেত্ৰত দেখা যায় জন-জাতিসকলৰ নিজৰ মাজতো ঐক্যমত গঢ় লোৱাত দীঘলীয়া সময় এছোৱা প্ৰয়োজন হৈছে। চৰকাৰৰ অৱহেলা তথা নিজাভাবে এটা লিপি উদ্ভাৱনত দেখা দিয়া জটিলতা আৰু ৰাজনৈতিক সুবিধাবাদী মহলে উদ্দেশ্যপূৰ্ণভাবে এই জটিলতাক নিজৰ সুবিধাৰ বাবে ব্যৱহাৰ কৰিবলৈ কৰা প্ৰচেষ্টা ৺সীতানাথ ব্ৰহ্ম চৌধুৰীৰ বক্তব্যত ফুটি উঠিছে এইদৰে :

"অসমীয়া আখৰৰ লিপি বড়োসকলে গ্ৰহণ কৰিছিল। বৰ্তমান বড়ো ভাষাৰ মাধ্যমত শিক্ষাদান প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীলৈকে চলিছে। অসম চৰকাৰে একো সহানুভূতি নেদেখুৱাত বৰং বহুতো হকাবধা জন্মোৱাৰ ফলত অধিকাংশ বড়ো মানুহ চৰকাৰৰ ওপৰত বিতুষ্ট হ'ল আৰু শেষত অসম চৰকাৰ আৰু গোটেই অসমীয়া জাতিৰ ওপৰত আক্ৰোশ ভাব জন্মিল। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে এই সুযোগ গ্ৰহণ কৰিলে আৰু তেওঁৰ চেষ্টাৰ ফলত বড়ো নেতাসকলে দেৱনাগৰী লিপি গ্ৰহণ কৰিলে।"

"বৰ্তমান নিম্ন প্ৰাইমেৰী স্কুললৈকে দেৱনাগৰী লিপি চলি আহিছে। অসমীয়া লিপিত চলা বড়ো ভাষা এতিয়া প্ৰাক্-বিশ্ব-বিদ্যালয় শ্ৰেণীলৈকে চলিছে। এটা ভাষাত দুই ৰকমৰ লিপি ( Script ) থাকিব পাৰেনে কি? পৃথিৱীৰ কোন দেশত তেনে ব্যৱস্থা আছে? বড়োসকল দুভাগ হৈ প্ৰাচীৰদ্বাৰা পৰিবেষ্টিত হ'ল। দেশত বিভেদ, অসন্তোষ, বিভাজন আৰু ধ্বংসৰ মুখৰপৰা বড়ো জাতিৰ

লোকক আৰু বিভাজনৰপৰা অসমীয়া জাতিক ৰক্ষা কৰিবলৈ কোন আগবাঢ়ি আহিব ?"* বড়ো ভাষা দেৱনাগৰী লিপিত প্ৰচলন হোৱাত বড়ো জাতিৰ জীৱনলৈ অন্ধকাৰ নামি আহিল বুলি ব্ৰহ্ম চৌধুৰীদেৱে অভিযোগ আনিছে। প্ৰকৃততে লিপিৰ ক্ষেত্ৰত মতানৈক্যই যে বড়ো জাতিৰ ক্ষতি কৰিলে সি ধ্ৰুপ ; কিন্তু বড়ো ভাষা মাধ্যম হিচাপে ব্যৱহাৰ কৰাত বড়োসকলৰ ক্ষতি হৈছে বুলি ক'ব পৰা নাযায়।

বড়ো ভাষা সহযোগী ভাষা ( Associated Language ) হিচাপে চলাৰ ক্ষেত্ৰতো অদৰ্কাৰী বিলম্বনে লাভতকৈ লোকচানহে বেছি কৰিলে। অসমৰ সাধাৰণ মানুহৰ ক্ষেত্ৰত দেখা যায় বড়ো ভাষা সহযোগী হোৱা বা নোহোৱাটো কোনেও বিশেষ সমস্যা হিচাপে নাভাবে। কাৰণ, অসমৰ বেছি ভাগ মানুহেই নিজৰ সংযোগৰ মাধ্যম হিচাপে অসমীয়াৰ পিছতে বজৰুৱা হিন্দীহে ব্যৱহাৰ কৰে। বৰ্তমান এই দ্বিতীযতো সংযোগ সাধনৰ বজৰুৱা মাধ্যম (হাট-বজাৰত প্ৰচলিত) হিচাপে সকলো জনগোষ্ঠীৰ মাজত চলে। গতিকে সহযোগী ভাষা হোৱাৰ ফলত বড়ো জনগোষ্ঠীৰ লাভ হৈছে, কিন্তু অনাবড়োৰ ক্ষতি হোৱা নাই, বেছি ভাগেই ঘটনাটো গুৰুত্ব সহকাৰে গ্ৰহণ কৰা নাই। ই অত্যন্ত স্বাভাৱিক। কাৰণ, যিসকল বড়ো অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়া কৃষ্টিৰ বুকুত জীণ যোৱা নাছিল, সেইসকল বড়ো মূলতঃ গোৱালপাৰা আৰু কামৰূপ জিলাৰ উত্তৰ ভাগৰ, ভূটানৰ নামনি ভাগৰ বাসিন্দা। এইসকলে নিজৰ ভাষা ব্যৱহাৰ বিদ্যালয় আৰু প্ৰশাসনত কৰিবলৈ পোৱাটো বৰং ইতিহাসৰ স্বীকৃতিহে। অৱশ্যে ইয়াৰ ফলত যাতে বড়ো জাতিৰ ক্ষতি নহয় তাক চোৱাৰ দাযিত্ব বড়োসকলৰ নিজৰ, ৺ব্ৰহ্ম চৌধুৰীৰ ভাষাত "বড়ো জাতিৰ ভাষা আৰু লিপিৰ সমস্যাৰ কথাও বড়ো নেতাসকলেহে সমাধান কৰিব লাগিব।"**

---

* সৰ্বানন্দ সিংহ নগৰৰ অভিজ্ঞান, অসম সাহিত্য সভা, সভাপতি ৺সীতানাথ ব্ৰহ্ম চৌধুৰীদেৱৰ অভিভাষণ। ১৯৮৩, পৃঃ ২৪।

** উক্ত নিবন্ধ, পৃঃ ২৪।

বড়োৰ দৰেই আন জন-জাতিৰ ভাষাৰ ক্ষেত্ৰতো বিকাশ সম্পূৰ্ণ স্তিমিত নহ'লেও প্ৰায় নগণ্য ধৰণৰ হোৱা বাবে ভাষাৰ ক্ষেত্ৰত যি ন্যূনতম উপযুক্ততা শিক্ষাৰ মাধ্যম হ'বৰ কাৰণে প্ৰয়োজন—সেইখিনি এতিয়াও হোৱা নাই ; লিপিৰ ক্ষেত্ৰতো মতানৈক্য বিদ্যমান। ফলত শিক্ষাৰ মাধ্যম হোৱাৰ লগে লগে পাঠ্যপুথি প্ৰণয়নৰ গুৰুত্বপূৰ্ণ সমস্যাটো সৃষ্টি হৈছে। এই সমস্যা কেৱল পুঁজি যোগানৰ জৰিয়তে সমাধান কৰিব পৰা ধৰণৰ নহয়। শিক্ষাৰ মাধ্যম হিচাপে উপযুক্ত হ'বলৈ হ'লে এটা ভাষা শব্দ সম্ভাৰৰ ফালৰপৰা চহকী হোৱা প্ৰযোজন, নাইবা আন ভাষাৰ পৰা গ্ৰহণ কৰা প্ৰয়োজন। এনে কৰিলে থলুৱা জন-জাতিৰ বোধগম্য এটা মাধ্যম ওলাব পাৰে।

ভাষা আৰু লিপিৰ এটা আৰ্থ-সামাজিক প্ৰয়োজন ( Socio-economic Necessity ) তথা দাৰ্শনিক ভিত্তি আছে। আৰ্থ-সামাজিক প্ৰযোজন পূৰণৰ উপৰিও মানুহে নিজৰ ভাব প্ৰকাশ কৰি চৌদিশৰ মানুহৰ লগত সংযোগ সাধনৰ তাগিদত ভাষা আৰু লিপি গঢ় দিয়ে। অসমীয়া ভাষাৰ ক্ষেত্ৰত দেখা যায় এই আৰ্থ-সামাজিক প্ৰযোজনৰ পাৰ্থক্য তথা আঞ্চলিক বিভাজনৰ ফলত নামনি, উজনি আৰু মধ্য অসমৰ ভাষাৰ মাজত সামান্য পাৰ্থক্য বিদ্যমান। ঠিক সেইদৰে জন-জাতিসকলৰ ( পৰ্বত আৰু ভৈয়ামৰ ) মাজত স্বকীয়ভাবে বিকাশ হোৱা এটা ভগা বা অসমীয়া কথিত ভাষা এতিয়াও প্ৰচলন আছে। সংস্কৃতগন্ধী প্ৰভাৱৰ পৰা বহু পৰিমাণে মুক্ত এনে এটা কথিত ভাষা অৰুণাচল, নগাৰাজ্য, কাৰ্বি আংলং আৰু অন্যান্য জন-জাতি প্ৰধান অঞ্চলত এতিয়াও চলি আছে। নগা ৰাজ্যত এই ভাষাই স্বীকৃতি পাইছে নাগামিজ ৰূপত। কিন্তু ভৈয়ামত ( তথা পৰ্বততো ) চৰকাৰী ভ্ৰান্ত নীতি আৰু মধ্যবিত্ত শ্ৰেণীৰ সংকীৰ্ণতা তথা সংস্কৃতিৰ প্ৰভাৱেৰে মাৰ্জিতকৰণৰ প্ৰচেষ্টা যিমানে চলিবলৈ ধৰিলে সিমানে জন-জাতিসকলৰ কোৱা ভাষা আৰু বিদ্যালয় তথা প্ৰশাসনত চলা ভাষাৰ মাজত পাৰ্থক্য বাঢ়িবলৈ ধৰিলে। এই প্ৰক্ৰিয়াটো ঊনবিংশ

শতিকাতে বোধ কৰা হ'লে অসমত কুৰি শতিকাৰ শেষাৰ্দ্ধত ভাষা আৰু লিপিৰ সমস্যা ইমান জটিলতৰ সম্ভৱ নহ'লহেঁতেন।

## পঞ্চম ভাগ

# চূড়ান্ত বিভাজন

বৰ্তমান অসমত জন-জাতি আৰু অজন-জাতিৰ ৰাজনৈতিক বিভাজনৰ সমস্যাৰ গুৰুত্ব আৰু পৰিণতি বুজিবৰ কাৰণে আমি সৰ্ব-প্ৰথম জনসমষ্টিৰ এটা চিত্ৰ চকুৰ আগত তুলি ধৰা ভাল হ'ব। ১৯৭১ চনত অসমৰ অবিভক্ত জিলা কেইখনত জন-জাতিৰ সংখ্যা তলত দেখুৱা ধৰণৰ :

| | জিলা | মুঠ জনসংখ্যা | জন-জাতি |
|---|---|---|---|
| ১। | গোৱালপাৰা | ২,২২৫,১০৩ | ৩০৮,২৮৭ |
| ২। | কামৰূপ | ২,৮৫৪,১৮৩ | ২৯৮,০৯০ |
| ৩। | দৰং | ১,৭৩৬,১৪৪ | ১৮৫,৬৪০ |
| ৪। | নগাঁও | ১,৬৮০,৮৯৫ | ১২৫,১১৫ |
| ৫। | শিৱসাগৰ | ১,৮৩৭,৩৮৯ | ১২৫,৩১১ |
| ৬। | লক্ষীমপুৰ | ৭১১,৬০০ | ২০৪,৮১১ |
| ৭। | ডিব্ৰুগড় | ১,৪১১,১১৯ | ৮১,৪৮৯ |
| ৮। | কাৰ্বি আংলং | ৩৭৯,৩১০ | ২১০,০৩৯ |
| ৯। | উত্তৰ কাছাৰ | ৭৬,০৪৭ | ৫২,৫৮৩ |
| ১০। | কাছাৰ | ১,৭১৩,৩১৮ | ১৫,২৮৩ |

তালিকাখনৰ পৰা আমি দেখা পাওঁ যে গোৱালপাৰা, কামৰূপ, লক্ষীমপুৰ, দৰং, নগাওঁ এই কেইখন জিলাতে ভৈয়ামৰ জন-জাতিসকলৰ বুজন অংশ কেন্দ্ৰীভূত হৈ আছে। পাৰ্বত্য অঞ্চল বাদ দি অসমৰ মূল

জন-জাতিসমূহ হ'ল—বৰ্মণ ( কাছাৰ ), হোজাই, মেচ, বড়ো, কছাৰী, মিৰি ( মিছিং ), দেউৰী, লালুং ( তিওৱা ), ৰাভা। ইয়াৰ ভিতৰত কছাৰীসকল অসমৰ প্ৰায় সকলো জিলাতে বিয়পি আছে। ৰাভা, মেচ আৰু বড়ো কছাৰী নামনি অসমত, দেউৰী আৰু মিছিং উজনি অসমত, তিওৱা নগাওঁ জিলাৰ মৰিগাওঁ মহকুমাত বসবাস কৰে। জন-গোষ্ঠীসমূহৰ ভিতৰত বড়ো কছাৰী আৰু মিছিংসকলৰ মাজতেই মধ্যবিত্তসুলভ প্ৰৱণতা কিছু বিকশিত হোৱা দেখা যায়। পশ্চিমীয়া শিক্ষাৰে শিক্ষিত ডাক্তাৰ, উকীল, আমোলা, দুই-এজন ঠিকাদাৰ, শিল্পী ( আধুনিক ) তথা কথাছবি প্ৰযোজক আদিৰ বিকাশ নাম মাত্ৰ হ'লেও হৈছে। গতিকে এই দুটা জনগোষ্ঠীৰ মাজতে নিজৰ ভাষা-কৃষ্টিৰ বিকাশৰ বাবে প্ৰচেষ্টা পৰিলক্ষিত হৈছে। বড়ো আৰু মিছিঙৰ পিছতে বাকী সম্প্ৰদায়সমূহো আগবাঢ়িছে। গুৰুত্বপূৰ্ণ কথা হ'ল ৪৭ চনৰ আগতে এইবোৰ জনগোষ্ঠীয়ে নিজৰ ভাষা তথা কৃষ্টিৰ স্বকীয়া অস্তিত্ব সম্পৰ্কে সচেতনতা লাভ কৰা নাছিল। জন-জাতিসমূহ ক্ৰমান্বয়ে সচেতন হৈ উঠাৰ কাৰণ হ'লঃ (১) শিক্ষাৰ প্ৰসাৰ, (২) অসমীয়া ৰাজ্য ভাষা আইন হোৱাৰ পিছত পাৰ্বত্য ৰাজ্যসমূহত হোৱা আন্দোলন আৰু নগা, খাচি-জয়ন্তীয়া তথা গাৰো তথা অৰুণাচল আৰু মিজোৰামৰ বিভাজন, (৩) সামগ্ৰিকভাবে বিভাজনমুখী ৰাজনৈতিক শক্তিসমূহৰ কু-প্ৰভাৱ, (৪) অৰ্থনৈতিক শোষণ আৰু জনজাতিসমূহৰ ওপৰত পৰা ইয়াৰ বিষম কু-প্ৰভাৱ, তীব্ৰ নিবনুৱা সমস্যা, দৰিদ্ৰতা, ভূমিহীন কৃষক শ্ৰেণীৰ বিকাশ আৰু (৫) চৰকাৰৰ ভ্ৰান্ত উচ্ছেদ নীতি জন-জাতি লোকসকল ক্ষুব্ধ হৈ উঠাৰ মূল কাৰণ। কিন্তু এই কথাও প্ৰণিধানযোগ্য যে জন-জাতি ৰাজনীতিও মূলতঃ সৰ্বভাৰতীয় ৰাজনৈতিক প্ৰৱাহৰ অনিবাৰ্য পৰিণতিস্বৰূপে প্ৰান্তিক সমতা স্থাপনকাৰী উপাদানত পৰিণত হৈছে। বিভিন্ন ৰাজনৈতিক দলে নিজৰ সুবিধাৰ বাবে জন-জাতি লোকসকলৰ সমৰ্থন বিভিন্ন ধৰণৰ উপায় অৱলম্বন কৰা দেখা যায়। সমস্যা সমাধান হোৱাতকৈ ইয়াৰ ফলত দেখা যায় সমস্যাৰ জটিলতাহে বৃদ্ধি পায়

সম্প্ৰদায় হিচাপে যিবোৰ অঞ্চলত জন-জাতিৰ সংখ্যা বেছি—সেইবোৰ ঠাইত অজন-জাতি জন-জাতিৰ অনুপাত ১৯৭১ চনত আছিল তলত দেখুওৱা ধৰণৰ।

| | | | | | |
|---|---|---|---|---|---|
| ১। | কোকৰাঝাৰ | মুঠ | ৭,১০,০৬৬ | জন-জাতি | ২,০৩,৫৪৭ |
| ২। | গোৱালপাৰা | ” | ৬,৬৩,৯৯২ | ” | ৮৪,১৩৯ |
| ৩। | নলবাৰী | ” | ৬,৯৯,৮১৪ | ” | ১,০২,৪০৩ |
| ৪। | গুৱাহাটী | ” | ১১,৮২,৬৩২ | ” | ১,১৮,২৩৬ |
| ৫। | মংগলদৈ | ” | ৮,৩৪,৫৭৪ | ” | ১,২৮,৪৯৪ |
| ৬। | তেজপুৰ | ” | ৯,০১,৮১৪ | ” | ৫৭,২৪৬ |
| ৭। | উত্তৰ লক্ষীমপুৰ | ” | ৩,৯৮,৪২৫ | ” | ৭৩,০৫৩ |
| ৮। | ধেমাজী | ” | ৩,১৩,১৭৫ | ” | ১,৩১,৭০৮ |

তালিকাৰ পৰা দেখা যায় যে জন-জাতি জনসংখ্যা বিভিন্ন অঞ্চলত বিযপি আছে আৰু একক গোষ্ঠী হিচাপে কোনো এটা অঞ্চলতে শতকৰা পঞ্চাছ ভাগ নহয়। তথাপি এনে গাণিতিক হিচাপ পৰিহাৰ কৰি এটা স্বকীয়া অস্তিত্ব থকা জনগোষ্ঠীৰ অস্তিত্ব ৰক্ষাৰ বাবে সুস্থিৰ ব্যৱস্থা লোৱাৰ উপযুক্ত ক্ষেত্ৰ হিচাপে আমি দেখা পাওঁ কোকৰাঝাৰ, নলবাৰী, মংগলদৈ তথা তেজপুৰত বড়োসকলৰ, ধেমাজীত মিছিং-সকলৰ আৰু নগাওঁ জিলাত তিওৱাসকলৰ ভাষা-কৃষ্টিৰ বিকাশৰ বাবে উপযুক্ত ক্ষেত্ৰ গঢ়ি তোলাৰ থল আছিল। সংখ্যাৰ ফালৰ পৰা এইবোৰ অঞ্চলত জন-জাতি যথেষ্ট থুপ খায় থকা বাবে এইবোৰ ঠাইত নিজা জনগোষ্ঠীৰ বিকাশৰ বাবে জনসংখ্যাত সুবিধাও কিছু পৰিমাণে আছে।

জন-জাতিসকলৰ ভাষা-কৃষ্টিৰ বিকাশৰ ক্ষেত্ৰত দেখুৱাই অহা অৱহেলা, ভূমিৰপৰা জন-জাতি কৃষকৰ উচ্ছেদ তথা তীব্ৰ নিবনুৱা সমস্যা আৰু জন-জাতিসকলক উপযুক্ত কৰ্মসুযোগ দিয়াৰ ক্ষেত্ৰত থকা অসুবিধা-সমূহৰ বাবেই জন-জাতি অঞ্চলত ক্ষোভৰ তুঁইজুই কুৰা জ্বলি উঠা দেখা যায়। চৌদিশে চলা বিচ্ছিন্নতাকামী আৰু উগ্ৰ অসহনশীল জাতীয়তাবাদ

পুঁজিপতি ব্যৱসায়ী তথা ভূমিৰ মালিক শ্ৰেণীৰ দুৰদৃষ্টিহীনতা, জনজাতি ৰাইজৰ ওপৰত পুলিচৰ জুলুম—এইবোৰৰ অনিবাৰ্য ফলস্বৰূপে ওপৰত উল্লেখ কৰি অহা অঞ্চলসমূহৰ উত্তৰ অংশক লৈ স্বকীয়া ৰাজ্য গঠনৰ দাবী গা-কৰি উঠে। বড়ো ভাষাক ১৮৭৩ চনত সহযোগী ভাষাৰ মৰ্যাদা প্ৰদানৰ পিছতো এই স্বকীযা ৰাজ্যৰ দাবী বৰ্তমানো শাম কটা নাই।

## নতুন ৰাজ্য গঠন

এই পটভূমিতে আমি দেখা পাওঁ অসমক পুনৰ সংযুক্ত আৰ্হিত পুনৰ গঠন কৰিব লাগে তেনে এটা দাবী পুনৰ গা-কৰি উঠিছে। প্ৰকৃততে তেনে এটা দাবী ১৯৬৭ চনতে ভাৰত চৰকাৰ আৰু কং(ই) দলৰ পৃষ্ঠপোষকতাত গা-কৰি উঠিছিল। পাৰ্বত্য ৰাজ্য গঠনৰ বাবে এনে এক ফেদাৰেশ্যনৰ প্ৰস্তাৱ ১৯৬৭ চনৰ ১৩ জানুৱাৰীত আগবঢোৱা হৈছিল। অসম সাহিত্য সভাই আছিল এই ফেদাৰেশ্যনৰ প্ৰস্তাৱৰ ঘোৰ বিৰোধী। অসম সাহিত্য সভাই ৫ ফেব্ৰুৱাৰী, ৫ মে', ১৬ চেপ্তেম্বৰ ১৯৬৭ ত প্ৰস্তাৱ গ্ৰহণ কৰি ফেদাৰেল ভিত্তিত অসম পুনৰ গঠনৰ বিৰোধীতা কৰি অসমৰ ( পাৰ্বত্য ৰাজ্যকে ধৰি ) সংহতি ৰক্ষাৰ দাবী তোলে। অসম সাহিত্য সভাৰ কাৰ্যকৰী কমিতিয়ে প্ৰস্তাৱ গ্ৰহণ কৰিছিল এনেদৰে :

"কাৰ্য্যনিৰ্ব্বাহক এই কথাৰ প্ৰতি সম্পূৰ্ণ সজাগ যে এখন পাৰ্বত্য ৰাজ্য মঞ্জুৰ কৰাই হওক বা কেন্দ্ৰীয় শাসিত অঞ্চল গঠন কৰাই হওক এনে যি কোনো অবাঞ্ছনীয় খণ্ডীকৰণেই স্বাভাৱিকতে ভাৰতীয় গণতান্ত্ৰিক সংহতিত অনৈক্যৰ সৃষ্টি কৰিব।

স্বভাৱতঃ নানা আদৰণীয় গুণৰ গৰাকী, অসমৰ বহুজন মিলন সম্ভূত সংস্কৃতিলৈ বিশেষ বৰঙণি যোগোৱা অসমৰ পৰ্বতবাসী ৰাইজৰ প্ৰতি অসম সাহিত্য সভাৰ পূৰ্ণ মাত্ৰাৰ সহানুভূতি কাঃ নিঃ সমিতিয়ে পুনৰ প্ৰকাশ কৰে।" সাহিত্য সভাই মূলতঃ অসম ভাঙি স্বকীয়া

ৰাজ্যসমূহ গঠন কৰাৰ পক্ষে নাছিল। "অসমৰ বাইজৰ সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান অসম সাহিত্য সভাৰ কাঃ নিঃ সমিতিয়ে দৃঢ়ভাবে দাবী জনায় যাতে ভাৰতৰ সীমান্তৰ এই ৰাজ্যখনৰ ভিতৰৰ সম্প্রীতি আৰু ঐক্য ভংগ কৰিব পৰা কোনো কাৰ্য্যই যেন কোনো পক্ষৰ পৰাই কৰা নহয।"* অসম সাহিত্য সভাই অসমীয়া জাতিৰ স্বকীয় বৈশিষ্ট্য তথা পৰম্পৰা ৰক্ষাৰ বাবে দৃঢ় প্ৰচেষ্টা কৰাৰ ফলত ফেদাৰেল অসমৰ ৰাজনৈতিক প্ৰস্তাৱ ১৯৬৭ চনত কাৰ্যকৰী নহ'ল। অসমৰ এজন আগশাৰীৰ বুদ্ধিজীৱী জ্ঞাননাথ বৰাই ১৯৬৮ চনত অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণত কৈছিল: "যদি অসম সাহিত্য সভাই এই আন্দোলন নকৰিলেহেঁতেন তেনেহ'লে কেন্দ্ৰীয় চৰকাৰৰ প্ৰস্তাৱ অনুযায়ী 'ফেদাৰেল অসম' কেতিযাবাই হ'লহেতেন।"** অসমৰ জাতীয় পৰম্পৰা ৰক্ষাৰ বাবে প্ৰচেষ্টাকাৰী মধ্যবিত্ত শ্ৰেণীযে ফেদাৰেল অসমৰ বিৰোধীতা কৰিছিল, কিন্তু অসমৰ পৰা স্বকীয়া ৰাজ্য হিচাপে মেঘালয, মিজোৰাম, অৰুণাচল আদি ৰাজ্য কাটি যোৱাৰ প্ৰক্ৰিযা বন্ধ কৰিব পৰা নাছিল। ইয়াৰ প্ৰধান কাৰণ হ'ল মেঘালয, মিজোৰাম, মণিপুৰ, নগাৰাজ্য, অৰুণাচল আদিৰ লগত প্ৰাচীন কামৰূপ তথা মধ্যযুগৰ অসমৰ সম্পৰ্ক আছিল বন্ধুত্বৰহে। তদুপৰি ইংৰাজৰ দিনতো এই ৰাজ্যবোৰত খৃষ্টান ধৰ্ম আৰু ইংৰাজী ভাষা তথা সংস্কৃতিৰ বিপুল প্ৰভাৱ পৰিছিল আৰু সেযে ব্ৰহ্মপুত্ৰ উপত্যকাৰ লগত সাংস্কৃতিক পাৰ্থক্যৰ লক্ষণসমূহ অতি প্ৰকট ৰূপেত সাম্ৰাজ্যবাদী যুগত পৰিস্ফুট হৈছিল। অসমৰ মধ্যবিত্ত শ্ৰেণীযে এফালে এই ৰাজ্যসমূহ বৃহত্তৰ অসম বা বৰ অসমৰ অংশ বুলি ভাবিছিল, আনহাতে অসমীয়া ভাষা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰে সংযোগ সাধনৰ মাধ্যম বুলি ভাবিছিল। ইয়াৰ ফলস্বৰূপে ইংৰাজী ভাষা তথা সংস্কৃতিৰ প্ৰভাৱত

---

* দ্ৰষ্টব্য: প্ৰধান সম্পাদকৰ প্ৰতিবেদন, হৰিপ্ৰসাদ নেওগ, অসম সাহিত্য সভা, তেজপুৰ সন্মিলন। ১৯৬৮ চন।

** জ্ঞাননাথ বৰা, সভাপতি, অসম সাহিত্য সভা, তেজপুৰ সন্মিলন।

পুষ্ট হোৱা পাৰ্বত্য অঞ্চলৰ শিক্ষিত শ্ৰেণীৰ লগত অসমৰ পাৰ্থক্য সুস্পষ্ট হৈ পৰিছিল। নগাৰাজ্যত স্ব-নিয়ন্ত্ৰণ ( Self-determination ) ৰ দাবীত আন্দোলন হৈছিল, যদিও আন পাৰ্বত্য ৰাজ্যসমূহত আদিতে বিচ্ছিন্নতাৰ দাবীত আন্দোলন হোৱা নাছিল। ৰাজ্যভাষা আইন প্ৰণয়নৰ পিছত সুকীয়া ৰাজ্য গঠনৰ দাবী জোৰী হৈ পৰিছিল আৰু এখন এখনকৈ পৰ্বতীয়া ৰাজ্যসমূহ পৃথক হৈ গ'ল।

পাৰ্বত্য ৰাজ্যসমূহ বিচ্ছিন্ন হৈ যোৱাৰ প্ৰতিধ্বনি উঠিল ভৈয়ামৰ বড়োসকলৰ মাজত। শেহতীয়াভাবে কাৰ্বিসকলেও স্বায়ত্বশাসিত ৰাজ্যৰ দাবীত আন্দোলন আৰম্ভ কৰিছে।

সম্প্ৰতি অসমৰ বুকুতে গা কৰি উঠা উদয়াচল আৰু স্বায়ত্বশাসিত কাৰ্বি আংলং আদি গঠনৰ দাবীত হোৱা আন্দোলনৰ পটভূমিত দুই-এক সংগঠনে পুনৰ ফেদাৰেল অসম গঠনৰ দাবী তুলিছে। উদাহৰণ-স্বৰূপে আৰ্মকা ( সংযুক্ত সংৰক্ষণ আন্দোলন পৰিষদ—URMCA ) নামৰ সংগঠনে ১২ ফেব্ৰুৱাৰীত অসম বন্ধ পালন কৰি অসমক পুনৰ গঠন ( আওপকীয়াভাবে অসমীয়া জাতিৰ তথা ভাষাৰ মৰ্যদা হ্ৰাস ) কৰি জন-জাতি তথা জন-জাতি ভাষা-কৃষ্টিক উপযুক্ত মৰ্যদা দিয়াৰ ব্যৱস্থা দাবী কৰিছে। অসমৰ মধ্যবিত্ত শ্ৰেণী তথা জনগণৰ বাবে ফেদাৰেল গাঠনিটো এতিয়াও বোধগম্যই হোৱা নাই। জন-জাতি প্ৰধান অঞ্চলটো জন-সমষ্টিৰ চৰিত্ৰ ইমান মিশ্ৰিত যে এটা জনগোষ্ঠীৰ বাবে বিচ্ছিন্নতাই অধিক সূক্ষ্ম আৰু ক্ষতিকাৰক বিচ্ছিন্নতাৰ দাবী সূচনা কৰিব।

---

# উপসংহাৰ

অসমৰ সংস্কৃতিৰ সম্যক বিশ্লেষণৰ এটা প্ৰয়াস কৰাৰ উদ্দেশ্যে সুদীৰ্ঘকালৰ পৰাই প্ৰচেষ্টা কৰি আছিলোঁ। ইতিমধ্যে প্ৰকাশ পোৱা 'অসমৰ অৰ্থনৈতিক ইতিহাস' গ্ৰন্থখনি ৰচনাৰ পিছতে, ১৯৮৪ চনত সম্মিলিত সাংস্কৃতিক সংস্থাৰ বাৰ্ষিক অধিবেশন উপলক্ষে এই অভাজনকে অসমৰ সংস্কৃতিৰ আৰ্থ-সামাজিক বুনিয়াদ সম্পৰ্কে আয়োজিত বাৰ্ষিক বক্তৃতামালাত বক্তৃতা দিবলৈ আহ্বান জনায়। উক্ত আহ্বানৰ প্ৰতি সহাৰি জনাই লিখিতভাবে এটা বিস্তৃত প্ৰতিবেদনৰ জৰিয়তে এই গ্ৰন্থৰ ভিত্তি ৰচনা কৰা হয়। এই বক্তৃতাৰ আধাৰতে এখনি পূৰ্ণাংগ গ্ৰন্থ ৰচনা কৰাৰ বাবে যোৱা চাৰিবছৰ ধৰি একেৰাহে অধ্যয়ন কৰাৰ ফলতে এই গ্ৰন্থৰ সৃষ্টি হৈছে।

এই গ্ৰন্থ ৰচনা কৰিবলৈ যাওঁতে কিছুমান গুৰুত্বপূৰ্ণ সমস্যাৰ আমি সন্মুখীন হৈছোঁ। প্ৰথম আৰু প্ৰধান কথা অসমৰ ঐতিহাসিক আৰু পুৰাতাত্বিক সমলসমূহ বিস্তৃত অধ্যয়নৰ বাবে পোৱাৰ সুবিধা নাই। ব্যক্তিগতভাবে শোনিতপুৰ জিলা, দৰং জিলা, নগাওঁ জিলা, কাৰ্বি আংলং, কামৰূপ জিলা, যোৰহাট জিলা, শিৱসাগৰ জিলা আৰু ডিব্ৰুগড় জিলাৰ বিভিন্ন স্থানত উল্লেখনীয় স্থানবোৰ ( উপকৰাভাবে নহ'লেও ) অসম্পূৰ্ণভাবে অধ্যয়ন কৰা হৈছে। গুৱাহাটী মিউজিয়ামত সংগৃহীত সমলসমূহ অসমৰ সংস্কৃতিৰ পূৰ্ণাংগ ছবি এটা পাবৰ বাবে এতিয়াও যথেষ্ট নহয়। এইবোৰ কাৰণতে এই গ্ৰন্থখনৰ বিশ্লেষণো সম্পূৰ্ণ বুলি ক'বলৈ সাহসে নুকুলায়। ভৱিষ্যতে গ্ৰন্থখনিত নিশ্চিতভাবে কিছু কথা সংযোজন কৰাৰ প্ৰয়োজন হ'ব।

দ্বিতীয়তে—সংস্কৃতিৰ বিষয়ে আমাৰ যিসকল ব্যক্তিয়ে চিন্তা-চৰ্চা কৰি গৈছে—তেওঁলোকৰ বুজন ভাগৰে চিন্তা-চৰ্চাত অবৈজ্ঞানিক পক্ষপাতদুষ্টতা আছে। এই সম্পৰ্কে সুকীয়াভাবে অধ্যয়ন কৰাৰ প্ৰয়োজন আছে আৰু ব্যক্তিগতভাবে সাম্প্ৰদায়িক চিন্তা আৰু

অসমৰ সংস্কৃতিৰ ইতিহাস চৰ্চা'—এই শীৰ্ষক এটি অধ্যয়ন সম্পূৰ্ণ কৰা হৈছে। স্বকীয়াভাবে বিতৰ্কমূলক বিষয়টো দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। উক্ত অধ্যয়নত আলোচনা কৰা বিষয়সমূহ হৈছে—(ক) আল-পাইন এৰিয়ান প্ৰব্ৰজন সম্পৰ্কীয় উপকথা, (খ) অসমত বৌদ্ধ ধৰ্মৰ প্ৰভাব—উত্তৰ বংগৰ পাল বংশৰ সম্প্ৰসাৰণ আৰু কামৰূপৰ সংস্কৃতি, (গ) কালাপাহাৰৰ উপকথা আৰু মঠ-মন্দিৰৰ ধ্বংস কাৰ্য, (ঘ) অসমীয়া ভাষা বিকাশৰ বিভিন্ন যুগ, (ঙ) চৰিত পুথিসমূহ আৰু সাম্প্ৰদায়িক চিন্তা, (চ) আধুনিক অসমীয়া সাহিত্য—বৈজ্ঞানিক চিন্তাৰ অভাৱ। এই বিষয়সমূহৰ বিস্তৃত অধ্যয়ন এই গ্ৰন্থত স্বাভাৱিক কাৰণতে সন্নিবেশিত কৰা হোৱা নাই।

তদুপৰি এটা প্ৰশ্নই আমাৰ মনত পীড়া দিছে। সেইটো হ'ল সাংস্কৃতিক সম্পদসমূহ সংৰক্ষণ সম্পৰ্কে। এই ক্ষেত্ৰত মঠ-মন্দিৰ, গড়, মৈদাম, পুৰণি পুথি আদি কেনেকৈ ধ্বংস হৈছে আৰু বৰ্তমান কেনে অৱস্থাত আছে—তাৰ এটা বিস্তৃত অধ্যয়ন দৰকাৰ। তাৰ ওপৰত ভিত্তি কৰি ধ্বংসাৱশেষসমূহ সংৰক্ষিত কৰা তথা পুনৰুদ্ধাৰ কৰাৰ ব্যৱস্থা কৰা প্ৰয়োজন। প্ৰাচীন আৰু মধ্যযুগত মঠ-মন্দিৰ ধ্বংস হোৱাৰ কাৰণসমূহ বিভিন্ন ধৰণৰ: (ক) প্ৰাকৃতিক কাৰণ—ভূমিকম্প, বানপানী, সেমেকা জলবায়ু, মঠ-মন্দিৰত আহঁত, জৰি আৰু বট গছৰ দৰে পবিত্ৰ গছৰ ধ্বংস কাৰ্য। (খ) ধৰ্মীয় কাৰণ—হিন্দু বৌদ্ধ আৰু ইছলাম—এই আটাইকেইটা ধৰ্মৰে উপবৃত্তত অৱস্থান কৰি ৰাজ্যবিস্তাৰ কৰিবলৈ চেষ্টা কৰা। ৰাজশক্তিৰ উত্থানৰ বিভিন্ন যুগত কিছুমান মঠ-মন্দিৰ, পুৰণি সংস্কৃতি কেন্দ্ৰ আদি অৱহেলিত আৰু ধ্বংস হৈছিল। ইয়াৰ প্ৰত্যক্ষ ঐতিহাসিক প্ৰমাণ নাই। কিন্তু পৰোক্ষ প্ৰমাণ আছে। কালাপাহাৰৰ উপকথাৰ বিষয়ে বহুল চৰ্চা নহলেও, ইতিমধ্যে কালাপাহাৰ সম্পৰ্কে কিছু কথা চৰ্চা হৈছে। কালাপাহাৰৰ বাহিৰেও আৰু মন্দিৰ ধ্বংস কৰোঁতা আছিল নে নাই? এই প্ৰশ্নৰ উত্তৰ তথ্য-পাতিসহ দিব পৰা নাযায়। মন্দিৰ তথা ধৰ্মীয় স্থানত আক্ৰমণ কৰাতো বংগৰ পাল বংশৰ ৰাজত্ব-

কালত ব্যাপকভাবে চলিছিল। The Age of Imperial Kanauj গ্ৰন্থত এই কথা সুস্পষ্টভাবে উল্লেখ কৰা হৈছে যে দেৱপালৰ মৃত্যু হৈছিল হীনযানপন্থীসকলৰ আক্ৰমণত। সৈন্ধৱ শ্ৰাৱক নামধাৰী হীনযানপন্থীসকলে হেৰুকাৰ মূৰ্তি, তান্ত্ৰিক গ্ৰন্থ আদিও ধ্বংস কৰিছিল। কামৰূপ বিজেতা দেৱপালৰ মৃত্যু হীনযানপন্থী বৌদ্ধসকলৰ আক্ৰমণত হোৱাটো বিশেষ তাৎপৰ্যপূৰ্ণ।

"While residing in the Somapuri monastery, was burnt to death by an army of Vangala At the time of Dharmapala the Saindhava—Sravakas burnt the image of Heruka and Tantrik books."* তান্ত্ৰিকসকল ( বৌদ্ধ )-ৰ ওপৰত চলা এই আক্ৰমণৰ ঢৌ প্ৰাচীন কামৰূপত বলিছিল বুলি ক'বলৈ যিদৰে প্ৰত্যক্ষ প্ৰমাণ নাই, ঠিক সেইদৰে নাই বুলি কলেও উচিত বিচাৰ কৰা নহয়। বৰং এইদৰে চালেহে কথাটো বোধহয় ঠিক হ'ব যে মহাযান আৰু হীনযানৰ সংঘাতৰ ক্ষেত্ৰত পাৰস্পৰিক ধ্বংস কাৰ্য হোৱাই স্বাভাৱিক। কামাখ্যা মন্দিৰ তথা হয়গ্ৰীৱ মাধৱ মন্দিৰ আৰু আন আন মঠ-মন্দিৰৰ ধ্বংস সাধনৰ ক্ষেত্ৰত এই পাৰস্পৰিক সংঘাতৰ অৱদান কিমান সি গৱেষণাৰ বিষয় হ'ব পাৰে। ভয়ংকৰ মূৰ্তিৰ হেৰুকা শৈৱ আৰু বৌদ্ধ তন্ত্ৰৰ সমন্বয়ত ফল, এই নতুন ৰূপৰ হেৰুকাৰ ধ্বংস সাধন কৰোতাসকলৰ কোপানল একে সময়তে প্ৰাচীন কামৰূপতো পৰিছিল বুলি ধৰিলে নামনি অসমৰ ধ্বংসপ্ৰাপ্ত প্ৰাচীন মন্দিৰবোৰৰ ধ্বংস সাধনৰ সময় নিৰূপণ আনুমানিকভাবে কৰিব পৰা যায়। মঠ-মন্দিৰ ধ্বংস সাধনৰ ক্ষেত্ৰত তিব্বত জয় কৰিবলৈ কামৰূপৰ মাজেদি ক্ষয়ংকাৰী অভিযান চলাই নিজেই ধ্বংসপ্ৰাপ্ত হোৱা প্ৰথম মুছলমান আক্ৰমণকাৰীসকলৰ অৱদান কিমান আছিল সিও বিচাৰ্য। কাৰণ, প্ৰথম মুছলমান আক্ৰমণকাৰীৰ লগত নতুনকৈ মুছলমান হোৱা আলি মেচৰ দৰে সেনাপতি আছিল আৰু এই আক্ৰমণকাৰীসকলে জনসাধাৰণৰ

* The Age of Imperial Kanauj, General Editor R.C. Majumder, Bharatiya Bidyavaban, 1955.

ওপৰত অত্যাচাৰ তথা লুণ্ঠনকাৰ্য চলাইছিল বুলি বুৰঞ্জীয়ে কয়। সেই হিচাপে কামৰূপ আক্ৰমণকাৰী প্ৰথম মুছলমানসকলে যে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে সম্ভৱতঃ দৰং আৰু শোণিতপুৰ জিলা পৰ্যন্ত ধ্বংস কাৰ্য চলাইছিল তাক অনুমান কৰিব পাৰি।

মঠ-মন্দিৰ পুনৰ নিৰ্মাণৰ ক্ষেত্ৰত কোঁচ ৰজা তথা আহোম ৰজা-সকলৰ অৱদান অনস্বীকাৰ্য। কিন্তু ধ্বংস কাৰ্যত অৱদান কিমান আছিল তাৰ সঠিক তথ্য-পাতি নাই। ঠিক সেইদৰে উত্তৰৰ জন-জাতি আক্ৰমণকাৰীসকলে মন্দিৰ তথা আন ধৰ্মানুষ্ঠানত লুণ্ঠন কাৰ্য চলাই-ছিল নে নাই তাৰ কোনো প্ৰত্যক্ষ প্ৰমাণ নাই। কিন্তু মঠ-মন্দিৰত আশ্ৰয় লৈ যুদ্ধ কৰাৰ প্ৰমাণ আছে। আনকি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চুতিয়া ৰাজ্য দখলৰ সময়ত মঠ-মন্দিৰক যুদ্ধৰ থলী হিচাপে ব্যৱহাৰ কৰাৰ উদাহৰণ আছে। ১৬৪৬ চনত চুতিয়া ৰাজ্য আক্ৰমণৰ সময়ত আহোম সৈন্য বাহিনীয়ে মাঘনোৱাত শিবিৰ পাতিছিল। মাঘনোৱাৰ পিছত বান্দৰদেৱাত শিবিৰ পাতিছিল। আহোম আৰু চুতিয়াই পাৰস্পৰিক ধ্বংস কাৰ্য পূৰ্ণোদ্যমে চলোৱাৰ পিছত আহোম সৈন্যই চুতিয়াৰ গাওঁ আৰু কোঠ ধ্বংস কৰি উভটি আহিছিল।* চুতিয়াৰ গাওঁ আৰু কোঠ ধ্বংস কৰি, চুতিয়াৰ পথাৰ জ্বলাই দি ৰাজ্য দখল কৰোতে এই চুতিয়াৰ দখলত থকা সৃষ্টিসমূহ যে ধ্বংস হৈছিল সি ধ্ৰুৱপ। আনহাতে আহোমৰ ওপৰত চলোৱা প্ৰতিআক্ৰমণত যে একেই ধ্বংস কাৰ্য চুতিয়ায়ে চলাইছিল তাক অনুমান কৰিব পাৰি। কছাৰী ৰাজ্য জয়ৰ সময়ত কছাৰী ৰজাই ত্যাগ কৰা বাবেই হওক বা আহোম ৰজাৰ সেনাদলৰ জয়লাভৰ আতিশয্যতে হওক ধনশিৰি আৰু কপিলি উপত্যকাৰ কছাৰী ৰাজ বংশৰ পৃষ্ঠপোষকতাত গঢ় লোৱা কিছুমান মঠ-মন্দিৰ দেৱালয় আদিয়ে এৰাবাৰীত পৰিণত হৈছিল সি নিঃসন্দেহে সত্য।

অসমৰ মঠ-মন্দিৰ আদিৰ ধ্বংসৰ ক্ষেত্ৰত ভূমিকম্পও এটা কাৰণ। ভূমিকম্পত হোৱা ধ্বংস কাৰ্যত লুণ্ঠন নচলে। ধ্বংস আংশিক হওক

---

* দ্ৰষ্টব্য : The Tai and The Tai Kingdoms, পৃঃ ৬৮৭।

বা পূৰ্ণাংগ হওক তাৰ তলত গোট যোৱা বিগ্ৰহাদি থাকি যায়। তেজপুৰ অঞ্চলত বিগ্ৰহাদিসহ উদ্ধাৰ হোৱা ধ্বংসস্তূপ ভূমিকম্পৰ কুফলবুলি অনুমান কৰিব পাৰি।

বানপানীৰ ফলত হোৱা ধ্বংস কাৰ্য মঠ-মন্দিৰ সম্পূৰ্ণ বিলুপ্ত কৰিব পৰাকৈ হোৱাৰ প্ৰমাণ প্ৰত্যক্ষ নহয়। সম্ভৱ ভূমিকম্পত হোৱা ধ্বংস-স্তূপ বানপানীয়ে ডুবাই বিলুপ্ত কৰিব পাৰে। নগাঁও জিলাৰ ডবকা, যোগীজান আদি ঠাইত এনেদৰে প্ৰাচীন কীৰ্তিসমূহ ধ্বংসপ্ৰাপ্ত হৈছিল বুলি অনুমান কৰিব পাৰি।

মঠ-মন্দিৰসমূহৰ উপৰিও সংস্কৃতিৰ আন আন সম্পদ যেনে হস্ত-শিল্পজাত সামগ্ৰী—কাঠ, বাহঁ, হাতীদাঁতৰ বস্তু, ধাতুৰ সামগ্ৰী, মুদ্ৰা আদিৰ ক্ষেত্ৰতো জনসাধাৰণ সজাগ নোহোৱা কাৰণে ঘৰতেই বহু মূল্যবান সম্পদ ধ্বংসপ্ৰাপ্ত হৈছে। এইবোৰ ক্ষেত্ৰত সমগ্ৰ ৰাজ্য জুৰি এটা নৱ-জাগৰণ প্ৰয়োজন—যাতে অৱশিষ্ট সম্পদসমূহ ধ্বংস নোহোৱাকৈ ৰাখিব পৰা যায়। পুৰাতত্ত্ব বিভাগৰ কাম-কাজ এতিয়াও যৎসামান্য আৰু উপযুক্ত চৰকাৰী পৃষ্ঠপোষকতাৰ অভাৱত পদ্ধতিগত-ভাবে অত্যন্ত গুৰুত্বপূৰ্ণ স্থানবিলাকতো কোনো ধৰণৰ গৱেষণা চলা নাই।

লিখিত পুথিসমূহৰ উপাদান যিয়েই নহওক লাগিলে, অসমৰ সেমেকা জলবায়ু পোক-পৰুৱাৰ উপদ্ৰৱ তথা সংৰক্ষণ কৰা যতনৰ অভাৱত পুথিৰ পাতসমূহ নষ্ট হয়। পঞ্জীভুক্তভাবে থকা, পুথিভঁৰালত থকা আৰু পুৰণি পৰিয়ালৰ ঘৰে ঘৰে থকা বুৰঞ্জী আৰু আন পুথি-বিলাকৰ সংৰক্ষণৰ ক্ষেত্ৰত আধুনিক উপায় অৱলম্বন কৰা হোৱা নাই। শীত-তাপ পৰিবৰ্তনৰ তীব্ৰতা, প্ৰৱল বৃষ্টিপাত তথা পোক-পৰুৱাৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবৰ বাবে উপযুক্ত ব্যৱস্থা নাথাকিলে অসমৰ কোনো পুথিভঁৰালতে পুৰণি পুথি ভালে থকাৰ সম্ভাৱনা নাই।

পুৰণি গীত তথা বিহু নাম, বিয়া নাম আদিৰ কথা আৰু সুৰ বিলুপ্তিৰ পথত। সময় থাকোতেই উপযুক্ত আধুনিক ব্যৱস্থাৰে

সংৰক্ষণ নকৰিলে এইবোৰ এসময়ত বিলুপ্ত হ'ব। ইতিমধ্যেই বৰগীতৰ সুৰ তথা বিহু নামৰ সুৰৰ মৌলিকতা সম্পৰ্কে চুচুঁৰীয়া তৰ্ক-বিতৰ্ক হৈছে। প্ৰকৃততে বৰগীত বা নাম য'ত এতিয়ালৈকে প্ৰায় অবিকৃত ৰূপত যিবোৰ ঠাইত চৰ্চা হৈ আছে, সেইবোৰ ঠাইতে আধুনিক উপায়েৰে সুৰ সংগ্ৰহ কৰি নাৰাখিলে পুৰণি সুৰসমূহ লুপ্ত হোৱাৰ ভয় আছে।

* * * *

গ্ৰন্থখন সমাপ্ত হোৱাৰ পিছত অসমৰ সাংস্কৃতিক জীৱনত যিটো সমস্যাই অত্যন্ত তীব্ৰ ৰূপত মুৰ দাঙি উঠিছে সি হ'ল সাম্প্ৰদায়িকতা-বাদ। গোষ্ঠী চিন্তা আৰু পুনৰুত্থানবাদী ( Revivalist ) চিন্তাৰ কু-প্ৰভাৱত সমগ্ৰ অসমখনেই ভাঙি-ছিঙি ঠান-বান হোৱাৰ ধ্বংসমুখী প্ৰৱণতাই তীব্ৰ ৰূপ ধাৰণ কৰিছে। প্ৰত্যেকটো জন-গোষ্ঠীয়েই নিজৰ বাবে এখন সুকীয়া ৰাজ ( Land ) বিচাৰি ধ্বংসকামী মনো-বৃত্তিৰে ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱন বিষাক্ত কৰি তুলিছে। বড়ো, মিছিং, কাৰ্বি, আহোম আদি জন-গোষ্ঠীৰ একাংশৰ মাজতে এই প্ৰৱণতা কিছু বেছি। আন সম্প্ৰদায়বিলাকৰ মাজতো দেখা গৈছে অনুসূচীভুক্ত কৰাৰ বাবে তীব্ৰ আন্দোলন। চাহ জন-জাতি, চুতীয়া, একাংশ আহোম, একাংশ কলিতা আদিৰ মাজত অনুসূচীভুক্তকৰণৰ দাবী উঠিছে।

এইসমূহ প্ৰৱণতা সৃষ্টিৰ মূল কাৰণ হ'ল আমাৰ সমাজখনৰ বৈষম্যমূলক আৰ্থ-সামাজিক তথা সাংস্কৃতিক বিকাশ। পূৰ্বে এইবোৰ সমস্যাৰ বিষয়ে আলোচনা কৰি অহা হৈছে। সদ্যহতে এই সমস্যা-সমূহৰ সমাধানৰ কোনো সন্তীয়া পথ নাই। প্ৰতিটো জন-গোষ্ঠীৰ জন-সংখ্যাগত অনুপাতত আৰ্থ-সামাজিক সা-সুবিধা, নিয়োগ, উদ্যোগিক ঋণ, শিক্ষাৰ সা-সুবিধা, ৰাজনৈতিক সা-সুবিধা সুষমভাবে বিতৰণ হ'লে ক্ষোভ উপশম হোৱাৰ সম্ভাৱনা আছে। আনহতে, ভাষা-কৃষ্টিৰ ক্ষেত্ৰতো সুষম দৃষ্টিভংগীৰ প্ৰয়োজন। বিকাশশীল ভাষাসমূহৰ ক্ষেত্ৰত বিকাশৰ পথত থকা অন্তৰায়সমূহ আঁতৰ

কৰিবৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰিলে সম্ভৱতঃ ভাষিক সংঘাত হ্ৰাস পাব। এইক্ষেত্ৰত বড়ো, মিছিং, দেউৰী, তিওৱা, তাই আদি সকলো বিকাশশীল ভাষাৰ বিকাশৰ বাবে সুসমন্বিত নীতি গ্ৰহণ কৰা প্ৰয়োজন। অন্যথা নিত্য-নতুন ভাষিক সমস্যা দেখা দি থাকিব।

ভাষিক-নীতি উদ্ভাৱনৰ ক্ষেত্ৰত ক্ষুদ্ৰ আৰু অবিকশিত ভাষাৰ লোকসকল নিজেই সংযত হোৱা ভাল। বৰ্ত্তমান বিশ্বৰ শিক্ষা তথা সাংস্কৃতিক ক্ষেত্ৰত ফেৰ মাৰিব পৰা উপযুক্ত নাগৰিক হ'বলৈ হ'লে ভাষিক ক্ষেত্ৰত নিজেই উদাৰ হ'ব লাগিব। কম শব্দ সম্ভাৰ থকা, উপযুক্ত পুথি নথকা এটা ভাষাই বৰ্ত্তমান যুগৰ উপযুক্ত শিক্ষা প্ৰদানৰ ব্যৱস্থা গঢ়ি তুলিব নোৱাৰে। সংকীৰ্ণতাই এনে ক্ষেত্ৰত নিজ নিজ জনগোষ্ঠীৰ ক্ষতিহে কৰিব।

সাংস্কৃতিক সমন্বয় অৱশ্যে শেষ বিচাৰত নিৰ্ভৰ ক'ৰিছে এই অঞ্চল-টোৰ বৰ্ণাঢ্য সাংস্কৃতিক উপাদানসমূহৰ স্বীকৃতি দি সহাৱস্থানৰ দৃষ্টিৰে সকলো জন-গোষ্ঠী পৰিচালিত হোৱাৰ ওপৰত। স্বাভাৱিক ধৰণেই এই অঞ্চল-জাতিৰ মাজতে জন-জাতি, বিকশিত অঞ্চলৰ মাজতে অবিকশিত অঞ্চল বৰ্ত্তি আছে। নানা ৰূপৰ কৃষ্টিৰ সমন্বয় আৰু সহাৱস্থান ইয়াত অবিৰত মুক্ত-ধাৰাৰে চলিছে। ৰুদ্ধদ্বাৰ নীতি ইয়াত নচলে—কোনেও গ্ৰহণ নকৰে।

প্ৰকৃত কথা, এই সমন্বয় আৰু সহাৱস্থানৰ চিৰ-বিকাশশীল ধাৰাটোক সকলো জন-গোষ্ঠীৰে মধ্যবিত্ত শ্ৰেণীয়ে মানি ল'ব লাগিব। অস্থিৰ মধ্যবিত্ত শ্ৰেণীয়ে নিজৰ জন-গোষ্ঠীৰ লোকৰ বাবে অধিক সুবিধা আদায় আৰু নিজৰ সস্তীয়া ৰাজনৈতিক সফলতা অৰ্জনৰ দুৰাশা বাদ দি সমন্বয় আৰু সহাৱস্থানৰ মুক্ত আৰু বিজ্ঞানসন্মত নীতি অনুসৰণ কৰিব লাগিব। ইয়াৰ কাৰণ হ'ল ব্ৰহ্মপুত্ৰ উপত্যকাৰ জন-সমষ্টিৰ বিশেষ ৰূপটো। এই ৰূপটো হ'ল মিশ্ৰিত। মৌজা আৰু থানা ভিত্তিত বিশ্লেষণ কৰি চালেও দেখা যায় যে মিশ্ৰিত জন-গোষ্ঠীৰ লোকেই সকলো ঠাইতে প্ৰভাৱশীল। মিশ্ৰিত হোৱা বাবেই এই অঞ্চলত সহনশীলতাই হ'ল পাৰম্পৰিক বিকাশৰ উপযুক্ত নীতি। অসহিষ্ণুতা আৰু সুবিধাবাদে অসমীয়া জাতিক কোনো দিনেই ৰক্ষা কৰিব নোৱাৰে॥

# পৰিশিষ্ট

## সহায় লোৱা গ্ৰন্থ তথা প্ৰতিবেদনসমূহ

1. Travels of Fa-Hsien or Records of the Budhist Kingdoms 1972 edition, H. A Giles.

2. Ancient India as described by Megasthenes and Arrion—1960 revised edition, Calcutta

3. Archaeological MUNDI Trans Himalaya Giuseppe Tucci, Translated from French by James Hogarth 1973 edition

4. Epigraphia Indica

5. প্ৰাচ্য শাসনাৱলী। প্ৰথম সংস্কৰণ। ১৯৭৪।

6. কামৰূপ শাসনাৱলী। প্ৰথম সংস্কৰণ।

7. কামৰূপ ৰাজাৱলী। প্ৰথম সংস্কৰণ।

8. An Account of Assam, J P. Wade, First edition.

9. Descriptive Accounts of Assam Robinson, 1975 reprint

10. Statistical Account of Assam, Vol I & II, Second edition

11. Anglo-Assamese Relations, S. K. Bhuyan, First edition.

12. Assam in the Ahom Age N. K Basu, 1970 edition

13 The Age of Imperial Kanauj General Editor, R C Majumder 1955 edition

14 The Place of Assam in the History of Civilization of India, S K Chatterjee, Second edition

15. Early History of Kamrupa, Second edition, 1966

16. An Introduction to the Study of Indian History, 1975 edition and The Culture and Civilization of Ancient India edition 1986, D D. Kosambi

17. A Cultural History of Assam, Dr B. K. Boruah, 1986 edition.

18. Tai Ahom Religion and Customs, Dr. P.

D. Gogin, First edition and The Tai and The Tai Kingdoms of the same Author.
19 The Mother Goddess Kamakhya, B K. Kakati, 1967 edition
20 Golden Bough Frazer, 1957 abridged edition
21 Sacrifices and Head Hunting in N E. India, B C. Gohain, 1977 edition.
22 A History of Assam E. Gait 1984 edition.
23. The Four Faces of Siva R G. Kasey, 1979 edition.
24. The Aryanaisation of India N K. Dutta, 1970 edition
25 The Budha Arthur Lildie 1974 edition
26 Aspects of Ancient Indian Culture, A L. Bashn
27 A History of South East Asia D. G. E. Hall 1964 edition.
28. History and Society, ed. by Debiprasad Chattopadhaya, 1976 edition
29 Tibetan Tantrik Traditions S. K. Ramachandra Rao 1977 edition
30 Budhism of Tibbet or Lamaism, L. A. Waddel 1959 edtion.
31 The Oxford History of India, Fourth edit on
32 History of Mediaeval Bengal, R C Majumder 1973 edition.
33 Tantra in Bengal Dr S C Banerjee, 1978 edition
34 Tawang, the Land of Mon, Neeru Nanda, 1982 edition
35. The Age of ImperialKanauj, General Editor, R. C. Majumder 1955 edition
36. The Report on the Province of Assam A. J. Moffat Mills, First Reprint by Asom Prakashan Parishad. 1984.
37. Assam in the Days of Company, Dr H. Borpujari First edition.
38. History of American Baptist Mission in N. E. India (1836—1950) Vol I. Milton. S. Sangma, 1987 edition.

39. Report of the Royal Commission on Opium, 1893-94 Vol 2.

40. Census Reports 1891 onward.

41. Assam Legislative Assembly Proceedings Vol I 1943

42. The Transfer of Power, Vol 7, 1942—47, 1978 edition.

43 Political History of Assam, Vol I, II and III. First edition.

44. Ancient Indian Tradition and Mythology, Vol I Siva Purana.

45 Abhinavagupta a Historical and Philosophical Study, K. C. Pandey, 1935 edition.

46 Sacred Books of the Hindu Vol XIV—Brihadaranyak Upanisad, ed B D. Basu, Second edition, 1933

47. History of the Dharmasastras, Various Volumes, Government oriental series

48. Mytus of the NEFA of India, V Elwin, 1958 edition.

49. The Khasi P R Gordon 1980 Cosmo Publication

50 The Mikirs, Charles Lyall First edition 1908, Reprint—United Publishers

51 Castes in India Hutton J. H, Fourth edition, 1977

52 Nagas in the Nineteenth Century, First edition V Elwin 1969 edition

53 India's North-East, edited by Pankaj Thakur 1981 editi n.

54. The outlook on NEFA 1958 edition, P. Chaliha

55. Problem of the Hill Tribes. North-East Frontier, 1843-72, H K. Borpujari First edition.

56. Assamese its Formation and Development, B. K. Kakati, Fourth edition, 1987.

57. Development of Scripts in Ancient India, T. P. Verma, 1976 edition.

58 Planter Raj to Swaraj Dr. A Guha, 1977 edition.

59 The History of Civilisation of the people of Assam, Dr. P. C. Choudhury, 1966 edition.

60. India's North-East in Flames, V. I. K. Sarin, 1980 edition.

61 Assam and the Assamese Mind, Ed. Dr. Nagen Saikia 1980 edition

62 Assam and its Neighbouring States Historical Documents N N Acharyya, 1983 First edition

63 Cosmogony of Caste and Social Mobility in Assam, Bimal J Dev and D K Lahiri, First edition, 1984

64 North-East India, A Sociological Study, Ed. S M Dubey, 1978 edition

65 A Century of Government and Politios in N E India Vol I, V V Rao and Niru Hazarika, First edition, 1983

66 Religion and Culture in North-East India, Raghuvir Sinha, 1977 edition

67 An Account of the Kingdom of Nepal, Kirkpatrik ( 1793—Mission ) 1974 edition

68 History and Literature of Budhism, Rhys Davis 1952 Fourth edition

69. Budhist Sects of India, Nalinaksha Dutta, 1970 edition

70 Proposals of Constitutional Safeguards as per Clause 6 of Assam Accord—AASU

71 The Necessity of Arts, Farnest Fischer, 1963 edition

72 The Story of Tools Gordon Childe 1944 edition

73 Patterns of Culture Ruth Benediot, First mentor edition

74 Arts and Society, Adolfo Sanchez Nazques, 1965 edition

75 Marxism and Poetry, George Thomson, 1954 edition

76. অসমীযা কৃষ্টি, বিষ্ণুপ্ৰসাদ ৰাভা। বিষ্ণু ৰাভাৰ ৰচনাৱলী, ১৯৮২ সংস্কৰণ।

77 লোকসংগীত সমীক্ষা : বাংলা ও আসাম, হেমাঙ্গ বিশ্বাস, প্ৰথম তাঙৰণ।

78. প্ৰাচীন কামৰূপত কৈবৰ্ত্ত, ৰাজমোহন নাথ, অসম সাহিত্য সভা পত্ৰিকা, অষ্টম বছৰ ১ম সংখ্যা।

79. ত্ৰিবেদিকা, তাৰানাথ দাস, প্ৰথম তাঙৰণ।

80. ভাৰতীয় ধৰ্ম-সাধনা, শ্ৰীৰাপচন্দ্ৰ মহন্ত, প্ৰথম তাঙৰণ, একে গ্ৰন্থকাৰৰে মহাপুৰুষ শংকৰদেৱ ১৯৬৪ সংস্কৰণ।

81. পবিত্ৰ অসম, ড. মহেশ্বৰ নেওগ সম্পাদিত, প্ৰথম তাঙৰণ।

82. আসাম বুৰঞ্জী, গুণাভিৰাম বৰুৱা, ১৯৭২ সংস্কৰণ।

83. ইতিহাসে সোঁৱৰা ছশটা বছৰ, সৰ্বানন্দ ৰাজগুৰু, প্ৰথম সংস্কৰণ।

84. তামুলী যুকনৰ বুৰঞ্জী।

85. পুৰণি অসম বুৰঞ্জী।

86. দেওধাই অসম বুৰঞ্জী।

87. বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি, ভবেন্দ্ৰ নাৰ্জি, ১৯৭১ সংস্কৰণ।

88. চৰ্যা গীতি পদাৱলী, ড. সুকুমাৰ সেন, ১৯৬৬।

89. আহোম বুৰঞ্জী, গোলাপ চন্দ্ৰ বৰুৱা।

90. সদৰামীনৰ বুৰঞ্জী।

91. তুং খুঙীয়া বুৰঞ্জী।

92. আউনিআটি সত্ৰৰ বুৰঞ্জী, তীৰ্থনাথ শৰ্মা, ১৯৭৫।

93. দক্ষিণপাট সত্ৰৰ বুৰঞ্জী, বেণুধৰ শৰ্মা, প্ৰথম তাঙৰণ।

94. মহাপুৰুষ শ্ৰীশ্ৰীবংশীগোপাল দেৱ চৰিত, ১৯৭৮ সংস্কৰণ।

95. শ্ৰীশ্ৰীশংকৰদেৱ, ড. মহেশ্বৰ নেওগ সম্পাদিত।

96. সাহিত্য আৰু চেতনা, ড. হীৰেন গোহাঁঞি। ১৯৭৬ সংস্কৰণ।

97. অসমীয়া সাহিত্যলৈ মিছনেৰীসকলৰ অবদান, অসম সাহিত্য সভা, ১৯৮১।

98. বাস্তৱ নে বিভ্ৰম, শিৱনাথ বৰ্মন আৰু প্ৰসেনজিৎ চৌধুৰী, ১৯৮৬।

99. আনন্দৰাম ঢেকিয়াল ফুকন জীৱন চৰিত, ১৯৭১ সংস্কৰণ।

100. মোৰ জীৱন সোঁৱৰণ, সম্পাদনা—যতীন্দ্ৰ নাথ গোস্বামী, প্ৰথম সংস্কৰণ।

101. হলিৰাম ঢেকিয়াল ফুকন, সম্পাদনা জে. এম. ভট্টাচাৰ্য্য, প্ৰথম সংস্কৰণ।

102. অৰ্ঘ্যাৱলী। বেণুধৰ শৰ্মা, প্ৰথম তাঙৰণ।

103. সংবাদপত্ৰৰ ব'দ কাঁচিয়লিত অসমীয়া সাহিত্য। নন্দ তালুকদাৰ। প্ৰথম তাঙৰণ।

104. পদ্মনাথ গোহাঞি বৰুৱা ৰচনাৱলী, প্ৰথম তাঙৰণ।

105. শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা অসমীয়া, ১৯৬৯, অসম সাহিত্য সভা।

106. অসমৰ লিপি সমস্যা, অসম সাহিত্য সভা, প্ৰথম তাঙৰণ।

107. ঐতৰেয়োপনিষদ, দুৰ্গাচৰণ সাংখ্য বেদান্ততীৰ্থ, ১৯২৮ চন।

108. যোগিনীতন্ত্ৰ।

109. কালিকা পুৰাণ।

110. শৈৱদৰ্শন আৰু সাহিত্যৰ পটভূমি, গুণেন্দ্ৰনাথ পণ্ডিত, ১৯৬৯।

## শুদ্ধবণী

| অধ্যায় | পৃঃ নং | শাৰী নং | আছে | হ'ব লাগে |
|---|---|---|---|---|
| প্ৰথম অধ্যায় | ২ | ১৯ | কৰাৰ | দিয়াৰ |
| | ১১ | শেষ শাৰী | উৎপাদন | উপাদান |
| | ১২ | | বেড়া | বেয়া |
| | ১৫ | ৮ | পিচাপি | পিচাচি |
| | ১৭ | ২ | শ্ৰেণী | প্ৰেমী |
| | ১৯ | ৮ | হ'ত | ই ও |
| | | ১১ | মুফলিত | মুকলিত |
| | | ১৭ | কিছুমান | কিছুমানত |
| | ২২ | দ্বিতীয় টোকা | আকত | আবৰ্ত |
| | ২৩ | ১৫ | আসলৈকে | আগলৈকে |
| | ২৫ | ৭ | কৰ্চনৰফলৰ | কৰ্চনৰতলৰ |
| | ২৭ | ১৮ | দিনহুক | দিওহক |
| | ৩১ | ১৭ | সোমএবা | সোমশ্ৰৱা |
| | | ১৮ | টোটেন | টোটেম |
| | ৩২ | ১ | পাই-লাভ | গাই লাও |
| | | ১৭ | বজ্ৰধানৰ | বজ্ৰযানৰ |
| | | ১৮ | এ | এই |
| | ৩৫ | ৭ | এভটা | এচটা |
| | ৩৬ | ১৬ | গাড়ো | গাৰো বা গাড়ো |

| অধ্যায় | পৃঃ নং | শাৰী নং | আছে | হ'ব লাগে |
|---|---|---|---|---|
| দ্বিতীয় অধ্যায় | ৩৭ | ১৪ | প্ৰমাণ কৰে | ই প্ৰমাণ কৰে |
| | ৩৮ | ১৬ | এওঁলোক | এওঁলোকে |
| | | ২০ | ঢেৰ | ঢেৰ |
| | ৪০ | ৩ | তেজস্ত | তেজস্ত |
| | ৪২ | ২৩ | ধৰ্মৰ | ধৰ্ম |
| | ৪৪ | ১৯ | পঠোৱাৰ | পঠোৱাৰ |
| | ৫২ | ১৭ | সিদ্ধ সকলোৰ | সিদ্ধ সকলৰ |
| | ৭৩ | ১৪ | The adore | They adore |
| | ৬৫ | ১৭ | খুল লুং | খুন-লুং |
| | ৬৬ | ১৪ | যদিহ | যদিও |
| তৃতীয় অধ্যায় | ৮৫ | ৭ | কুকুকুৰীপাদ | কুকুৰীপাদ |
| | | ২৬ | hamaism | Lamaism |
| | ৮৭ | ৩ | বাক | আক |
| | ৮৮ | ১৯ | পৰ্যায় হাতীৰ | পৰ্যায়, হাতীৰ |
| | ৮৯ | ১৭ | বোধ জনাৰ্দনৰ | বৌধ জনাৰ্দনৰ |
| | ১১১ | ২০ | ক্ষেত্ৰত | ক্ষেত্ৰতো |
| ষষ্ঠ অধ্যায় | ১৭২ | ১৫ | তপতন | আতন |
| | ১৮২ | ৩ | ধাবৰু | কৰবু |
| সপ্তম অধ্যায় | ১৯৬ | ১৮ | বেনছন | ব্ৰনচন |

| অধ্যায় | পৃঃ নং | শাৰী নং | আছে | হ'ব লাগে |
|---|---|---|---|---|
| | ২০১ | ১৭ | অসমত বাঙালী ভাষা প্ৰচলনৰ কৃপা লভি | অসমৰ বাহিৰত |
| | | ২১ | বংগৰ | ব্যংগৰ |
| | ২০৭ | ১৫ | অকলমে | অকল যে |
| | | ১৮ | মুদ্ৰিক | মৌদ্ৰিক |
| অষ্টম অধ্যায় | ২৪৭ | ১৭ | ব্ৰাহ্মণ | ব্ৰাহ্মণে |
| | ২৭৮ | ২ | জোৰ | জোৰ দি |
| | ২৫১ | ১৬ | লোকসকল | লোকসকলে |
| | ২৬৯ | ১১ | বাঁচকোৰ | বাঁচফোৰ |
| | ২৮৭ | ১৭ | শ্ৰেণী | প্ৰেমী |
| | ২৯২ | ৭ | থেৰেতে | থোৰতে |
| | ২৯৭ | ২৫ | ভোটতে | ভেটিতে |
| | ৩১৭ | ২১ | জনসংখ্যাত | জনসংখ্যাগত |
| | ৩২০ | ১৯ | অঞ্চলটো | অঞ্চলতো |